# মোৰ প্ৰিয় গল্প

মহিম বৰা

ভাৰতী প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১

# মোৰ প্ৰিয় গল্প

[ স্বনিৰ্ব্বাচিত গল্প সংকলন ]

মহিম বৰা




পৰিবেশক :

জ্ঞানপীঠ বুক এজেঞ্চি

প্ৰকাশক আৰু কিতাপ বেচোঁতা

গোপীনাথ বৰদলৈ পথ,

পাণবজাৰ, গুৱাহাটী ৭৮১০০১

MOR PRIYA GALPA, A selected collection of fifteen short Stories written and selected by Mahim Bora, Published by Smt. Dipika Sarma on behalf of M/S Bharati Prakash, Panbazar, Guwahati-781001 1st Publication : January, 1987.
Price : Rs. 30·00 (Rupees Thirty) only



প্ৰকাশিকা :

শ্ৰীমতী দীপিকা শৰ্মা
ভাৰতী প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ : জানুৱাৰী, ১৯৮৭

মূল্য : ত্ৰিশ টকা মাত্ৰ।

বেটুপাত : শ্ৰীপ্ৰদীপ বৰা, নগাওঁ।

মুদ্ৰক :

ৰবীন্দ্ৰনাথ ঘোষ
ঘোষ প্ৰিণ্টিং ওৱাৰ্কচ
৪নং জাষ্টিচ মন্মথ মুখাৰ্জী ৰো
কলিকতা-৯

অস্তিত্বৰক্ষাৰ আন্দোলনত
জীৱন উছৰ্গা কৰা
ছহীদসকলৰ
পুণ্য স্মৃতিত—

## এই লিখকৰ অন্যান্য কিতাপ :

।। কাঠনিবাৰী ঘাট ( ৩য় সংস্কৰণ ), ( গল্প সংকলন ) ।।
।। ৰাতি ফুলা ফুল ( ২য় সংস্কৰণ ), ( ,, ) ।।
।। এখন নদীৰ মৃত্যু, ( ,, ) ।।
।। বহুভূজী ত্ৰিভূজ, ( ২য় সংস্কৰণ), ( ,, ) ।।
।। মই, পিপলি আৰু পূজা, ( ,, ) ।।
।। দেহা-গৰকা প্ৰেম, ( ,, ) ।।
।। বৰযাত্ৰী, ( ,, ) ।।
।। পুতলা ঘৰ, ( ,, ) ।।
।। হেৰোৱা দিগন্তৰ মায়া ( উপন্যাসিকা ) ।।
।। চিন্তা বিচিত্ৰা ( প্ৰবন্ধ ) ।।
।। মোমাইৰ পছুলিত বান্ধিলোঁ ঘোঁৰা ( লাহুতী ৰচনা ) ।।
।। ৰাজা ৰামমোহন ৰায় ( অনুবাদ ) ।।
।। বত্ৰিশ পুতলাৰ সাধু ( শিশু সাহিত্য ) ।।
।। ৰঙা-জিয়া ( কবিতা ) ।।

# প্ৰিয় গল্পৰ অপ্ৰিয় কথা

মোৰ শ্ৰেষ্ঠ গল্পটোৰ কাৰণে আপোনালোকে বেছি দিন বাট চাব নালাগে, পিছৰ জন্মত লিখিমেই। এতিয়া মোৰ প্ৰিয় গল্প কেইটা আপোনালোকৰ প্ৰিয় হয়নে তাৰে পৰীক্ষা লওক।

এজন লিখকৰ কাৰণে তেওঁৰ প্ৰতিটো গল্পই প্ৰিয়। তথাপি ব্যাকৰণৰ গোলামী খাটিবলৈ গ'লে 'তাৰতম্য' থাকিবই!

আকৌ চাওক, এজন মাত্ৰ ভায়েককহে জীয়াই ল'ব পাৰিব বুলি বকৰূপী ধৰ্মই কোৱাত যুধিষ্ঠিৰে সহদেৱকহে বিচাৰিলে, বাকী কেইজন কম প্ৰিয় আছিলনেকি? বকৰূপী প্ৰকাশকৰ আদেশ মানি লিখকজনেও যুধিষ্ঠিৰৰ ভাও ল'ব নালাগিবনে?

আমাৰ ধৰ্মপ্ৰাণ দেশত ভগৱন্তৰ কৃপাবিহনে বেজীতো বটীয়া ভৰাব নোৱাৰি, গেছৰ চিলিণ্ডাৰ, পাৰ্মিট, ঠিকা, চাকৰিৰ কথা নকলোৱেই বা! তাতে পাঠ্যপুথি নোহোৱা আৰু বঁটা-বাহন পোৱাৰ আশা নথকা কিতাপৰ কোন প্ৰকাশক ওলাব? নিজৰ চেষ্টা, বন্ধু-বান্ধৱৰ চেষ্টা, আনকি ড° গোবিন্দ প্ৰসাদ শৰ্মাদেৱৰো চেষ্টাত যেতিয়া প্ৰকাশক নোলাল তেতিয়াহে ভগৱন্তৰ শৰণ ল'লো, "ত্ৰাহি হৰি বুলি"। তেতিয়াহে প্ৰভুৱে আমাৰ সাহিত্য সমালোচনাৰ ক্ষেত্ৰত সুপৰিচিত শ্ৰীযুত উপেন্দ্ৰনাথ শৰ্মাদেৱক [কটন কলেজৰ ইংৰাজী বিভাগৰ মূৰব্বী অধ্যাপক] আজ্ঞা দি প্ৰকাশকৰ এই ব্যৱস্থাটো কৰাই দিলে।

এতিয়া প্ৰভুৱে বাকী কামখিনিও সুকলমে কৰি এই অভাজনক আৰু 'ভাৰতী প্ৰকাশ'কো 'ধন্য' কৰক, এয়েপ্ৰাৰ্থনা! কিমধিকমিতি॥

ৰাস পূৰ্ণিমা
১৫।১১।৮৬

মহিম বৰা
নগাওঁ

# মহিম বৰাৰ প্ৰিয় গল্প

এই গ্ৰন্থখনিত মহিম বৰাৰ পোন্ধৰটা বাচকবনীয়া গল্প সন্নিৱিষ্ট হৈছে। ইয়াত সন্নিৱিষ্ট হোৱা বেছিভাগ গল্পই মহিম বৰাৰ শ্ৰেষ্ঠ গল্পৰ সংকলনত ঠাই পাবৰ যোগ্য। তথাপি গল্পসমূহক তেখেতে তেখেতৰ শ্ৰেষ্ঠ গল্প নুবুলি প্ৰিয় গল্প বুলিছে এই বাবেই যে, এই গল্পসমূহ তেখেতৰ স্বনিৰ্ব্বাচিত গল্প আৰু পাঠক সমালোচকৰ নিৰ্বাচনৰ ওপৰতো তেখেতে গুৰুত্ব দিব খোজে। সিযিকি নহওক, এই সংকলনৰ গল্পসমূহ পাঠকগোষ্ঠীৰো প্ৰিয় গল্পৰ ভিতৰত্ত পৰিব, এই সম্পৰ্কে নিঃসন্দেহ হ'ব পাৰি। গল্পবোৰ মহিম বৰাৰ সুদীৰ্ঘ ত্ৰিছ বছৰ কালৰ সাহিত্য সাধনাৰ ফল আৰু এইবোৰ তেখেতৰ জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰদ্বাৰা পুষ্ট। গল্প-বোৰ ইতিমধ্যে বিভিন্ন সংকলনত প্ৰকাশ পাইছে। এনে ধৰণৰ সংকলনৰ প্ৰয়োজনীয়তা আমি অনুভৱ কৰি আছিলো। এই সংকলন প্ৰকাশৰ ফলত বৰাৰ সামগ্ৰিক গল্প সাহিত্যৰ ওপৰত চিন্তাচৰ্চ্চাৰ সুচল হ'ব।

মহিম বৰা নিঃসন্দেহে অসমীয়া ভাষাৰ শ্ৰেষ্ঠ গল্প লেখকসকলৰ অন্যতম। মৌলিকতা আৰু আঞ্চলিক জনজীৱনৰ সুদৃঢ় প্ৰতিফলনৰ গুণেৰে সমৃদ্ধ এই গল্পসমূহ ভাৰতীয় সাহিত্যৰ বাবেও এক মূল্যবান অৰিহণা। বৰাৰ গল্পত অসমীয়া সৃজনধৰ্মী সাহিত্যৰ পৰম্পৰাই ক্ৰিয়া কৰিছে। এইটো তেখেতৰ মৌলিকতাৰো অন্যতম সাক্ষ্য। ভাষাৰ ক্ষেত্ৰতো তেখেতে বেজবৰুৱাৰ দিনৰপৰা বৈ অহা বলিষ্ঠ ধাৰাবেই প্ৰতিনিধিত্ব কৰে। নিভাঁজ, অথচ প্ৰকাশিকা শক্তি সম্পন্ন শব্দসম্ভাৰৰ ওপৰত ভেজাদি বক্তব্য মনোজ্ঞভাৱে উপস্থাপিত কৰাৰ ক্ষমতাত তেখেত অদ্বিতীয়। অসমৰ জনজীৱনৰ সাধাৰণ সৰুসুৰা ঘটনা আৰু পৰিস্থিতিৰ আলমত তেখেতে অসাধাৰণ গল্প লিখিব পাৰে। ফষ্টাৰৰ মতে,--ইয়াৰ পিছত কি হ'ল? আৰু তাৰ

পিছত কি হ'ব ?—এনে ধৰণৰ শিশু সুলভ ঔৎসুক্যৰ অৱতাৰণা গল্পসাহিত্য ৰচয়িতাৰ কৰ্ত্তব্য নহয়। মহিম বৰাৰ গল্পত এনে ওখ আদৰ্শৰ ছাপ বৰ্তমান। জীৱনৰ বোৱতী সুঁতিত অৱগাহন কৰি তেখেতে দুই এটা অভিজ্ঞতাৰ সম্ভাৰ বুটলি আনি তাক তেখেতৰ সৃষ্টিকৰ্মত নিয়োজিত কৰিছে। তেখেতৰ বৰ্ণিত চৰিত্ৰ অথবা পৰিবেশ আচহুৱা নহয়। তেখেতৰ কল্পিত চৰিত্ৰসমূহ আমাৰ তেনেই চিনাকী। সেইবাবে তেওঁলোকৰ জীৱন আলেখ্যই আমাক আচ্ছন্ন কৰে। বৰাৰ সৰুকালত 'হৰিবল' ককাৰ দৰে লোক গ্ৰাম্য সমাজৰ লাইখুটাস্বৰূপ আছিল। বস্ত্ৰ-ভটাগুটিৰ দৰে ভেকাৰ দুঃসাহসিকতাই গাঁৱৰ সামাজিক জীৱনলৈ এটা নতুন ৰোমাঞ্চ আনিছিল। এতিয়া দিন সলনি হৈছে আৰু গ্ৰাম্য জীৱনৰ ওপৰত আচহুৱা যান্ত্ৰিক সভ্যতাৰ আঁচোৰ পৰিছে। জনগোষ্ঠী সুলভ মনোবৃত্তি অথবা 'চেঞ্চ অৱ কম্যুনিটি' নাইকীয়া হৈছে। কিন্তু, মহিম বৰাৰ ভালেমান শ্ৰেষ্ঠ গল্পই ক্ৰমশঃ লুপ্তপ্ৰায় এই অবিস্মৰণীয় অতীতক ধৰি ৰাখিবলৈ সক্ষম হৈছে। অসমীয়া গাঁৱলীয়া জীৱনৰ নিখুঁট ছবি বৰাৰ ৰামধেনু যুগৰ গল্পৰ বৈশিষ্ট্য। এই গল্পবোৰ ঘাইকৈ বৰাৰ প্ৰথমখন গল্প সংকলনত সন্নিৱিষ্ট হৈছে। এই গ্ৰন্থত সন্নিৱিষ্ট হোৱা 'টোপ', 'ৰস', 'এচেৰেঙা স্মৃতিৰ জোনাক' আদি গল্প বৰাৰ সাহিত্য কৰ্মৰ এই বিশিষ্ট ধাৰাটোৰ প্ৰতিভূ।

'টোপ' গল্পত গাঁৱৰ জীৱনৰ লগত অঙ্গাঙ্গীভাৱে জড়িত 'তিনিকুৰিৰ দেওনা পাৰ হোৱা এজন বুঢ়া মানুহৰ মনৰ গুহাত লুকাই ৰখা গোপন বেদনা আৰু অপৰাধ চেতনাৰ মৰ্মস্পৰ্শী বৰ্ণনা আছে। 'হৰিবল' ককাৰ অতীত জীৱন ৰহস্যাবৃত। শল মাছ টোপোৱাৰ দৰে টোপাইও কোনেও তাৰ উৱাদিহ উলিয়াব পৰা নাই। বিশেষকৈ তেওঁ কিয় কৌমাৰ্য্য ব্ৰত অবলম্বন কৰিলে সি সকলোৰে বাবে সাথৰ হৈ ৰ'ল। এসময়ৰ দুৰ্দান্ত বৰশী বাওঁতা হৰিবল ককাই বৰশীবাবলৈ কিয় এৰিলে সেয়াও কুহেলীময়। মুগাসূতাৰ জৰী পকাই দিবলৈ খাটিব ধৰা দুটি কিশোৰে বাহিৰত

খিটখিটিয়া অথচ ভিতৰি মৰমিয়াল মানুহজনৰ গোপনব্যথা তথা অপৰাধ চেতনাৰ উঁহটো কেনেকৈ উলিয়ালে সেয়ে গল্পটোৰ মূল বক্তব্য। গল্পটোৰ সংযত ভংগী আৰু শ্লেষাত্মক অভিঘাটে গল্পটোক 'ক্লাচিক' পৰ্য্যায়লৈ উন্নীত কৰিছে। গল্পটোৰ নামটোও তাৎপৰ্যপূৰ্ণভাৱে শ্লেষাত্মক। গল্পটোত সন্নিৱিষ্ট বৰ্ণনাসমূহো পৰিস্থিতিৰ লগত সম্পূৰ্ণভাৱে খাপ খোৱা আৰু 'ফাংচনেল'। হৰিবল্ল ককাৰ মুগা-সূতাৰ জৰীৰ কণকণনি গোটেই গল্পটোতে ধ্বনিত হোৱা যেন লাগে।

'এচেৰেঙা স্মৃতিৰ জোনাক' গল্পটোৰ আখ্যান ভাগ ক্ষীণ। গোটেই গল্পটো প্ৰতীকীয় বৰ্ণনাৰ আলমত বিধৃত হৈছে। গল্পৰ নায়কে কিশোৰ অৱস্থাত ৰাস পূৰ্ণিমাৰ ভাওনাত লিলিক দেখা পাই ভাল পাঁবলৈ আৰম্ভ কৰে কিন্তু এই ভালপোৱা অব্যক্ত হৈয়ে ৰয়। বহুদিন পিছত লিলিৰ স্বামীৰ আমন্ত্ৰণক্ৰমে এটা পূৰ্ণিমাৰ ৰাতি তেওঁ লিলিহঁতৰ ঘৰলৈ যায় আৰু স্মৃতিৰ জোনাক আৰু জোনাকৰ স্মৃতি একাকাৰ হৈ তেওঁৰ মনত দোলা দিবলৈ আৰম্ভ কৰে। বৰাৰ ভাষাতে,

'পূৰ্ণিমাৰ ফৰিং ফুটা জোনাক। মজিয়াত হঠাৎ বাগৰি পৰা এটো গাখীৰৰ দৰে, খাল নৰ্দ্দমা সকলোতে জোনাকবোৰে ডোঙাডুভি বান্ধি উঠিছে।'

অতীতক ধৰি ৰাখিবৰ এই ক্ষমতা বৰাৰ গল্পৰ চিৰন্তন ৰূপটোৰো কাঠামো। সেই বুলি তেখেতৰ জীৱন বীক্ষা অকণো স্মৃত্যনুধৰ্মী নহয়। অসমৰ জনজীৱনৰ ওপৰত অ'চোঁৰ পেলোৱা প্ৰত্যেকটো পৰিবৰ্ত্তনৰ প্ৰতি তেখেত সজাগ। উনৈশ শ বিয়াল্লিছ চনৰ গণ-অভ্যুত্থানৰ অন্তৰালত ক্ৰিয়া কৰা আদৰ্শ আৰু স্বাধীনোত্তৰ কালত সেই আদৰ্শ অথবা নৈতিকতাৰ স্খলনৰ চিত্ৰ তেখেতে বলিষ্ঠভাৱে অংকিত কৰিছে। এই সংকলনত প্ৰকাশ পোৱা 'আবুৰ' গল্পত তাৰ ছাপ আছে।

অসমীয়া জনজীৱনৰ সংকীৰ্ণ গণ্ডীলৈ চাই বৰাদেৱৰ অভিজ্ঞতাৰ পৰিধি ব্যাপক বুলি কব লাগিব। তেখেতৰ গল্পৰ

বিষয়বস্তুও বৈচিত্র্যময়। অনুতাপত দগ্ধ হৈ যৌৱন ম'টিকৰা 'হৰিবল' ককাৰ গোপন বেদনা আৰু অপৰাধ চেতনা, স্মৃতিৰ জোনাকত অৱগাহন কৰা তৰুণ মনৰ মাদকতা, বাঘৰ লগত দৌৰা ডেকাতেজৰ দুঃসাহস, জীৱন যুঁজত হাৰিও পৰাজয় স্বীকাৰ নকৰা মানুহৰ বিমূঢ় উদ্যম, নিশ্চিত মৃত্যুৰ সম্মুখীন হোৱা মানুহৰ আকস্মিকভাবে বিৰল উপলব্ধি ('মাছ আৰু মানুহ'), ডেকাচামৰ অধঃপতনৰ চিন্তাই জুৰুলা কৰা বৃদ্ধৰ নৈতিকস্খলন, গাঁৱলীয়া হোজা মানুহৰ ওপৰত শোষণৰ নিৰ্মম বোজা, অপৰিকল্পিত পৰিকল্পনাই জুৰুলা কৰা জনগোষ্ঠীৰ নীৰৱ বিক্ষুব্ধতা, জীৱন যুঁজত ঠাউনি হেৰোৱা পেঞ্চন প্ৰাপ্ত বিপত্নীক বৃদ্ধৰ আকস্মিক স্মৃতি ৰোমন্থনজনিত সান্ত্বনা, আদৰ্শৰ পিছত লৰা মানুহৰ জীৱনযুদ্ধত পৰাজয়-ইত্যাদি ভালেমান মহিম বৰাৰ শ্ৰেষ্ঠ গল্পসমূহৰ বিষয়-বস্তুৰ ভিতৰুৱা।

চৰিত্ৰ ৰূপায়ণৰ ক্ষেত্ৰতো মহিম বৰাই অসাধাৰণ দক্ষতা দেখুৱাব পাৰিছে। তেখেতৰ চৰিত্ৰ ৰূপায়ণ সংযত আৰু বাস্তবানুগ। গল্পটোৰ গাঁঠনি অথবা পৰিণতিৰ বাবে যিমানখিনি দৰ্কাৰ ঠিক সিমানখিনি চৰিত্ৰায়ণকহে তেখেতে গল্পত স্থান দিয়ে। তেখেতৰ চৰিত্ৰ যিমানেই বলিষ্ঠ নহওক, সি গল্পৰ সাংগঠনিক ঐক্য আৰু দৃঢ়তা ম্লান কৰিব নোৱাৰে। 'হৰিবল'ককা, ভটাগুটি, হৰিনাথ, ভুধৰ শইকীয়া, স্বাতী, লিলি, ইত্যাদি চৰিত্ৰই এখন স্বয়ং সম্পূৰ্ণ জগতৰ সৃষ্টি কৰিছে,—মহিম বৰাৰ প্ৰথম ডোখৰ সময়ৰ গল্পবোৰত। বৰাৰ গল্পত প্ৰত্যক্ষদৰ্শীৰ অভিজ্ঞতাৰ গভীৰ ছাপ আছে। বৰাই দুই এটা গল্পত আচহুৱা পৰিবেশৰ সহায় ল'লেও তেখেত ঘাইকৈ নিজৰ অভিজ্ঞতাৰ ওপৰতহে নিৰ্ভৰশীল আৰু আচহুৱা পৰিস্থিতিকো তেখেতে স্থানীয় ৰূপত সজাই পৰাই লয়।

নৈসৰ্গিক তথা মানবীয় পৰিস্থিতি বৰ্ণনাত বৰা সিদ্ধহস্ত। এনেবোৰ বৰ্ণনাই পৰিবেশ আৰু বাতাবৰণ সৃষ্টি কৰাত যথেষ্ট অৰিহণা যোগায়। তেখেতৰ বৰ্ণনাত কোনো লাগতীয়াল খুটিনাটি বাদ নপৰে। আনহাতেদি, তেখেতৰ শ্ৰেষ্ঠ গল্পসমূহত এটাও

প্ৰয়োজনাতিৰিক্ত অথবা অপ্ৰাসংগিক বৰ্ণনাৰ স্থান নাই। বৰ্ণনা আৰু মানবীয় অনুভূতি পৰিস্থিতিৰ লগত একাকাৰ হৈ যায়। তেখেতৰ বৰ্ণনা, কবিত্ব সুলভ আৰু এই বৰ্ণনাৰ প্ৰতীকীয় অভিঘাটো মনকৰিবলগীয়া। এনেবোৰ বৰ্ণনাই তেখেতৰ গল্পক 'লিৰিকেল' আখ্যাৰ অধিকাৰী কৰিছে। 'ব্ৰহ্মপুত্ৰৰ বালিচন্দা ভৰা বৰফুটিয়া বালি এদোণ যেন মোৰ সুদাপিঠিখনৰ ওপৰত কোনোবাই ফুৰফুৰকৈ ঢালি দিলে। লিলিয়ে তেনেহ'লে এতিয়াও পাহৰা নাই' ( এচেৰেঙা স্মৃতিৰ জোনাক )। মহিম বৰাৰ বৰ্ণনাৰ সংযম আৰু তাৎপৰ্যৰ গাঢ়তা মনকৰিবলগীয়া।

অসমীয়া জনজীৱনৰ প্ৰাক্‌যান্ত্ৰিক যুগতো যন্ত্ৰৰ প্ৰভাৱ সম্পৰ্কে বৰা আওকণীয়া নাছিল। 'চক্ৰবৎ' গল্প পঢ়িলে এই কথা বুজিব পাৰি। বাগিছাৰ চাকৰি হেৰুৱাই হৰিনাথে চাহাবৰ পৰা পোন্ধৰ টকাত খৰিদ কৰা পুৰণা 'হাৰ্দ্দিময়' চাইকেলখনক আশ্ৰয় কৰি ঘৰখন পোহপাল দিবলৈ চেষ্টা কৰে। হৰিনাথে চাইকেলখনক লৈ গৌৰৱ কৰে, কিন্তু, অহৰ্নিশে মেৰামত কৰিও তাকে সচল অৱস্থাত ৰাখিবলৈ অপাৰগ হয়। হৰিনাথৰ পুৰণা জীৱন আৰু পুৰণা চাইকেলে নতুনৰ ওচৰত হাৰ মানিবলগীয়া হয়। পুৰণা চাইকেল-খনক কেন্দ্ৰ কৰি বৰাই এটা অভিনৱ গল্প ৰচনা কৰিছে। গল্পটোত সততে মেৰামতৰ অপেক্ষাত থকা চাইকেলখনৰ প্ৰত্যেকটো কলকব্জাৰে সূক্ষ্মাতিসূক্ষ্ম বৰ্ণনা আছে। এই বৰ্ণনা আমনি দায়ক হ'ব পাৰিলেহেঁতেন। কিন্তু মহিম বৰাৰ কলাকৌশলৰ গুণত চাইকেল আৰু মানুহৰ জীৱন একাকাৰ হোৱাত পাঠকৰ ঔৎসুক্য সততে নিয়োজিত হৈছে আৰু চাইকেলৰ প্ৰতিটো পাৰ্টে যেন কথা ক'বলৈ আৰম্ভ কৰিছে। কি নৈসৰ্গিক, কি যান্ত্ৰিক-যি কোনো উপস্থাপিত জীৱনৰ বৰ্ণনাৰ ক্ষেত্ৰত মহিম বৰাৰ সমকক্ষ নাই বুলিলেও হয়। তীক্ষ্ণ পৰ্যবেক্ষণ শক্তি আৰু জীৱনৰ সকলো খুটি-নাতিৰ প্ৰতি ঔৎসুক্যৰ বাবে তেখেতে অসম্ভৱকো সম্ভৱ কৰিছে।

তেখেতৰ গল্পৰ কলাগত নিবিষ্টতাৰ বাবে তেখেতক বিশুদ্ধ

কলাকাৰ বুলি ভুল বুজাৰ সম্ভাৱনা দুই কৰিব নোৱাৰি। এই দৃষ্টিভংগী শুদ্ধ হ'ব নোৱাৰে। মহিম বৰা মানুহৰ কল্যাণ আৰু নৈতিক সুস্থতাৰ প্ৰতি আগ্ৰহী আৰু তেখেতৰ মন শোষণধৰ্মী চেতনাৰ পৰিপন্থী। তেখেতে বক্তব্য উপস্থাপনৰ ক্ষেত্ৰত মধ্যবিত্ত-সুলভ সাৱধানতা পৰিহাৰ কৰি চলে। সাধাৰণ হোজা মানুহ কেনেকৈ শোষিত আৰু বঞ্চিত হয় তাৰ মৰ্মস্পৰ্শী ছবি এই গ্ৰন্থত সন্নিৱিষ্ট 'তিনিৰ তিনি গ'ল' গল্পত আছে। 'এখন নদীৰ মৃত্যুত' বৰাই কলঙত বান্ধ দিয়াৰ ফলত নদীখনৰ ওপৰত নিৰ্ভৰ কৰি খাটিখোৱা মাছমৰীয়া আৰু নাৱৰীয়া সম্প্ৰদায়ৰ জীৱনলৈ নমাই অনা দুৰ্য্যোগৰ ছবি অংকণ কৰিছে। বৰাৰ স্থানীয় জনজীৱনৰ চিত্ৰ নিৰ্ভুল আৰু গাঁৱলীয়া জীৱনৰ লগত ওতঃপ্ৰোতঃভাৱে জড়িত হৈ থকা মানুহৰ মাত কথাৰ প্ৰয়োগো অননুকৰণীয়। গল্পটোৰ বিষয়বস্তুৰ পৰিসৰ এখন উপন্যাসৰ বাবে যথেষ্ট। কিন্তু, বৰাই সকলোখিনিকে এটা সাৰ্থক চুটি গল্পৰ যোগেদি ফুটাই তুলিবলৈ সক্ষম হৈছে। তেখেতৰ 'অসম প্ৰকাশন পৰিষদৰ' পুৰস্কাৰপ্ৰাপ্ত শেহতীয়া গ্ৰন্থ 'ৰাতি ফুলা ফুলত' সমসাময়িক যুগৰ কিছুমান সৰুৰ নৈতিক স্খলন, ডেকাচামৰ মাজত বৃদ্ধিপোৱা বিশৃঙ্খলা আৰু কৰ্মবিমুখতা, কৰ্ম সংস্থানৰ অভাৱত ব্যক্তিত্ব হেৰুওৱা তৰুণ শিক্ষিতৰ জাঁজিসদৃশ নযৌ নতস্থৌ অৱস্থা প্ৰতিফলিত হৈছে।

মহিম বৰা ৰামধেনু যুগৰ এজন প্ৰধান হাস্যৰসিক। ব্যংগ আৰু তীৰ্যক দৃষ্টি আৰু শ্লেষ-তেখেতৰ ৰচনা ৰীতিৰ অন্যতম বৈশিষ্ট্য। তেখেতৰ ধাৰাটোক ৰোমাণ্টিক বাস্তৱতাৰ ধাৰা বুলি ক'ব পাৰি। 'বেজবৰুৱাৰ যুগৰ পৰা আৱাহন'ৰ যুগলৈকে গল্প সাহিত্যৰ বলিষ্ঠ ধাৰাটোৱে মহিম বৰাৰ গল্পৰ পশ্চাৎপদ হিচাবে ক্ৰিয়া কৰিছে।

মহিম বৰাৰ শ্ৰেষ্ঠ গল্পসমূহৰ গাঁঠনি পানী নসৰকা। জীণ নোযোৱা বক্তৃতাধৰ্মী উক্তি তেখেতে পৰিহাৰ কৰে। তেখেতৰ প্ৰাঞ্জল শৈলীত বুদ্ধিৰ দীপ্তি সততে পৰিলক্ষিত হয়। এই শৈলীৰ সহায়ত তেখেতে এখন সম্পূৰ্ণ জগত সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

প্ৰাক্ যান্ত্ৰিক যুগৰ গ্ৰাম্য অসমখনৰ ৰূপ আন কোনো অসমীয়া গল্পকাৰৰ গল্পত ইমান মৰ্মস্পৰ্শীৰূপে ৰূপায়িত হোৱা নাই। জীৱনৰ হাঁহি অশ্ৰুময় সকলো দিশতে তেখেতে দৃষ্টি নিক্ষেপ কৰিছে। হাস্যৰসৰ বিচ্ছুৰণে আনুভূতিক গভীৰতাক অনন্য ৰূপত সজাইছে। ৰবাৰ গল্পত অনুভূতি আছে, কিন্তু ভাৱপ্ৰৱণতাৰপৰা তেখেতৰ গল্পৰ ৰীতি সম্পূৰ্ণভাৱে মুক্ত।

আশাকৰোঁ মহিম বৰাৰ প্ৰিয় গল্পৰ এই সংকলনে পাঠকৰ মনোৰঞ্জন কৰিব পাৰিব।

নতুন শৰণীয়া
গুৱাহাটী-৭৮১০০৩

শ্ৰীউপেন্দ্ৰনাথ শৰ্মা

॥ বস ॥ ১ ॥
॥ টোপ ॥ ১২ ॥
॥ দেহা গৰকা প্ৰেম ॥ ২৮ ॥
॥ এখন নদীৰ মৃত্যু ॥ ৪৫ ॥
॥ তিনিৰ তিনি গ'ল ॥ ৫৭ ॥
॥ মাছ আৰু মানুহ ॥ ৭৬ ॥
॥ চক্ৰব্ৰৎ ॥ ৮৮ ॥
॥ হেড্ মাষ্টৰ ॥ ১০৭ ॥
॥ আব্দুৰ ॥ ১১৯ ॥
॥ স্মৃতিগন্ধা ॥ ১৩৮ ॥
॥ এচেৰেঙা স্মৃতিৰ জোনাক ॥ ১৫০ ॥
॥ আৰ্ট ডাইৰেক্টৰ ॥ ১৬১ ॥
॥ বৰযাত্ৰী ॥ ১৭৪ ॥
॥ বাতি ফুলা ফুল ॥ ১৯৪ ॥
॥ কাঠনিবাৰী ঘাট ॥ ২১৩ ॥

# বস্থ

পোন প্ৰথমে বস্থুই দেখিলে। পথাৰ-সমাৰ, হাবি-বন, দিনে-দুপৰে পিত-পিতাই ফুৰিব পৰা ডেকা গাঁৱৰ ভিতৰত আৰু দ্বিতীয় কোন আছে? বস্থুৰ শেন চকুৰ ফাকেদি একো বস্তুৱেই সাৰি যাব নোৱাৰে।

এবাৰ গাৱঁত বাঘ ওলাইছিল। খৰি কাটিবলৈ যাওঁতে বস্থুই প্ৰথমে এটা নতুন গোন্ধ পালে। অনভিজ্ঞ মানুহে এই গোন্ধটোৰ বিষয়ে একো নাজানিলেহেঁতেন। কিন্তু বস্থুৰ অভিজ্ঞতা সিহঁতৰ চাপৰিৰ বাম-খেতিৰ দৰেই গোটাই শেষ কৰিব নোৱাৰা। সি বৈ গ'ল, অলপ দূৰত হাবি লৰা গম পালে। চকামকাকৈ দুটা জোপোহাৰ সুৰুঙাইদি ৰঙ-বিৰঙৰ নোমভৰা দীঘল লেজু এডাল পাৰ হৈ যোৱা তাৰ চকুত পৰিল। তাৰ লগত খৰিকটীয়া আৰু দুজনমান আছিল। কোনেও কিন্তু নেদেখিলে। বস্থুৰ প্ৰমাণতে আস্থা স্থাপন কৰি সাতখন গাঁৱৰ ৰাইজে জাল আনি চোং ভেটিলে। দুদিনৰ পিছত বাঘ মৰিল।

কোনটো বাহত টোপ আছে, কত এবাহ বৰল আছে, গাঁৱৰ সমনীয়া ল'ৰাই পাত-পাতকৈ বিচাৰিও উলিয়াব নোৱাৰে। কিন্তু বস্থুই আগতেই দেখি গৈছে সকলোবোৰ। বৰশীৰ দাবি কোন জোপা বাঁহত দুটা আছে, কোনটো ফুল বৰশীৰ আৰু কোনটো টামৃচিং বৰশীৰ উপযোগী হ'ব, কেতিয়াকৈ কাটিবৰ উপযোগী হ'ব, বস্থুই সকলো হিচাপ মনৰ খালৈত ভৰাই থৈ দিছে।

আজিও প্ৰথমে আবিষ্কাৰ কৰিলে বস্থুই। তাৰ পিছত ভোলা, জীউৰাম, মহেন্দ্ৰ, সৰুক লৈ এখন চুৰ্চুৰীয়া মেল বহিল। আৰু সেই মেলৰ সিদ্ধান্ত মতে সকলো ভটাৰ ঘৰলৈ গ'ল।

সিহঁতৰ মাজত ভটাইহে অকল এই কামৰ কাৰণে যোগ্য ডেকা। সিহঁতৰ মাজতেই নহয়, সেই অঞ্চলৰ পোন্ধৰখন গাঁৱৰ ভিতৰতে, ভটাক মাত্ৰ অলপ তোষামোদ কৰিলে,···বস্থুৰ ভাষাতে "জেক" দি তুলি দিলেই হ'ল।

ভটাগুটি ধৰণৰ নামবিলাক দিবলৈ কোনো জ্যোতিষৰ আলোচনা

দৰ্কাৰ নকৰে। চন্দ্ৰ ক'ত, লগ্ন ক'ত ৰাশি কি, দশা কাৰ, এইবিলাক গণনা নকৰাকৈয়ে যিকোনো ল'ৰাৰ নাম ভটাগুটি হ'ব পাৰে, যদিহে তাৰ গাৰ আগছোৱা শকত হয়, ভৰিফালে হঠাৎ চিয়াঁ মৰা হয়, মুখখন পুৰঠ ধৰণৰ হয়, বৰণটো অলপ 'মাঠ' হয়, চকু কেইটা ক্ষুদ্ৰ ক্ষুদ্ৰ ধৰণৰ হয় আৰু সৰুৰেপৰাই অলপ অঘাইতং বিধৰ হয়। এই ভটাগুটিও হুবহু এই পৰিস্থিতিৰে সৃষ্টি। কালক্ৰমত এই ভটাগুটিবিলাক বয়সত বাঢ়ে, ডেকা হয়, ঘৰ-গৃহস্থীও কৰে, গাঁৱৰ খেলৰ এঘৰ লেখৰ হয়, কিন্তু আকাৰত প্ৰায় একেদৰেই থাকে।

ভাই-ককাইৰপৰা বেলেগ হৈ নতুনকৈ ঘৰ-বাৰী সাজিছে ভটাগুটিয়ে। সমনীয়া ল'ৰাবিলাকে ঘৰৰ যাৱতীয় 'হজ' কৰি দিছে। প্ৰকাণ্ড টুপ ভঙা এটা খেৰৰ বঙলা ঘৰ। সৰু-সুৰা ঘৰত নাথাকে ভটা। কাঠৰ কামখিনি মিস্ত্ৰীৰ হতুৱাই কৰাই লৈছে, এমূৰত সৰু কোঠা এটা ইকৰাৰে বেঢ়ি দুই-তিনিবাৰকৈ লেপ দি আঠলতীয়া মাটিৰে মচি ৰংচঙীয়া কৰি লৈছে। তাৰ সৰু সংসাৰখন সেইটো কোঠাতে সোমাই থাকে। সংসাৰ মানে সি অকল, বিয়া কৰোৱাই নাই নহয়। বাকী গোটেই ঘৰটো মুকলি। এমূৰত বলধ হাল বান্ধে, কাষত কাঠ, বাতাম, ইকৰাৰ দ'ম। ঘৰটো কেতিয়াবা সম্পূৰ্ণ কৰিব সি!

নিজে ৰান্ধি-বাঢ়ি খাই লৈ ধুঁই পখালি ধঁপাত আৰু চুণ অলপ লৈ খৈণী মোহাৰি মোহাৰি নিজৰ বিছনা নামৰ বাঁহৰ চাঙখনতে বহি আছে ভটা।

এনেতে ৰত্ন আৰু দলটো ওলালগৈ।

অলপ মিচ মিচ্ কৰি হাঁহিলে সি। হাঁহিটোৰ একো অৰ্থ নাই, মাত্ৰ সম্ভাষণ।

বহহঁক। এই দুপৰীয়াখন যে? কি উদ্দেশ্য আগত লৈ তহঁতে মোৰ গৃহত সমাগত হৈছহঁক।

কথাষাৰ প্ৰশ্নসূচক যদিও স্বগতোক্তিৰ দৰেই শেষ কৰাটো তাৰ নিয়ম। গহীন-গম্ভীৰ অৱস্থাত মনত কোনো অশান্তি নাথাকিলে দুই-এটা সাহিত্যৰ শব্দ লগাই এইদৰে তাৰ ভাষাৰো পৰিমাৰ্জন কৰে।

কোনো কোনো বহিল। ৰত্নই বহাৰ আয়োজন কৰিও খিয় দিলে, পোনে পোনে তাৰ কাঠৰ ফ্ৰেমৰ ছুৱাৰখনত হাত দিলে।

বুজিছ ভটা, এই ছুৱাৰখনেই। দীঘে-প্ৰস্থে সম্পূৰ্ণ তদ্ৰূপ। যেয়ে কৈছোঁ তেনে শুনিবি। ভোজৰন্ধা বৰটো এটাৰ এটো কম্-চেকম্। এসাপেচা মানুহৰ মূৰত পানী দিব লাগিব। ভীমবাবীৰ জাৰণিৰ দেওলগা আঁহত গছ জোপাত। তই যদি নোৱাৰ আৰু কোনো বাপৰ বেটাৰ তাগজ নাই।

ভটাই মুখখন সামান্যভাৱে মেলি মৃদু হাঁহিটো ইমান সময় তাতে ভৰাই লৈ শুনি গৈছিল। কোনো কথাত অবাক বা তৰধ হোৱা তাৰ স্বভাৱ-বিৰুদ্ধ। কথা শেষ হোৱাৰ লগে লগে উঠি গৈ খিড়িকীয়েদি মুখৰ আগৰ খৈণীখিনি পেলাই নতুন খৈণী অলপ মুখত ভৰালে। বাকী থকাখিনি ৰত্নক দিলে।

বুজিছোঁ! ছুৰবীয়া মৌ।

অলপ সময় ভটাই কি যেন চিন্তা কৰিলে। ভটাই চিন্তা কৰা দেখি সকলোৰে মুখবিলাক শুকাই গ'ল। কোনো কামকে চিন্তা কৰি কৰাটো ভটাৰ স্বভাৱ নহয়।

—কিন্তু···ধেৎ, আজি যে পূৰ্ণিমা।

আজি যে পূৰ্ণিমা! আজি যে পূৰ্ণিমা। সকলোৰে মুখবিলাক ৰস চুহি নিয়া মৌ-বিচনীখনৰ দৰে হৈ পৰিল। পূৰ্ণিমাৰ দিনা মৌয়ে ৰস চোহে। গতিকে, ৰস পোৱাৰ আশা কম।

—কিন্তু ইমান বাহ মৌ কেনেকৈ ৰস চুহি শেষ কৰিব অ'? নিশ্চয় অলপ নহয় অলপ পাম।—সহজে হতাশ নোহোৱা ৰত্নই কৈ উঠিল।

—পাৰ নাপাৰ তইঁতৰ কথা। মোৰ কাম, পাৰি দিব লাগে দিম পাৰি। ব'লহঁক; টো এটা যোগাৰ কৰ, জুমুৰী এটা ল, এদা ছুডোখৰ-মানো থাব্দি আন। কিন্তু তাৰ আগতে সকলোৱে চাহ খাই লোৱা যাওক। নহয় জানো?

চাহৰ পিছত সা-সঁজুলি সকলো ওলাল। ভটাই তাৰ নালীয়া কটাৰীখন আৰু এড়িয়াৰ বৰ কাপোৰখন ল'লে। সকলোৱে খোজ ল'লে

গাঁৱৰ এমূৰত থকা ভীমবাৰীৰ জাবণিখনলৈ।

গাঁৱৰ ভীমবাৰী জাবণিখন এসময়ৰ ভূত আৰু দলুৱাৰ থলি আছিল। যোৱা মহাযুদ্ধৰ সময়ত মিলিটেৰীয়ে সেই হাবিৰ তলত কেম্প্ পাতিছিল। ভূত, দলুৱাবিলাক বোধহয় তাৰ বহু আগতেই পলাল যদিও বহুখিনি ঠাই জুৰি থকা আঁহত এজোপাত কোনোবা এজন বুঢ়া ডাঙৰীয়া থকা বুলি দুই-এজন সাহসী লোকে নিজ চকুৰে দেখিছে। ভটা আৰু বন্তৰ বাহিৰে গাঁৱৰ বাটটোৰেদি যাব লগা হ'লে ৰাম নাম লয় আৰু যি দুই দুই-চাৰিজন নাস্তিকৰ ৰাম নামত বিশ্বাস নাই—অথচ অকলশৰীয়াকৈ সেই পিনেদি পাৰ হ'ব লাগে, তেওঁলোকে ভিৰাই ধৰি লৰ মাৰে। সেই প্ৰসিদ্ধ আঁহত জোপাৰে আকাশ-ফুকি পোৱা এটা পোলোঙা ডালৰ মূৰত ছুৰবীয়া মৌ এবাহ আহাৰ মহীয়া ডাঁৱৰ এচপৰাৰ দৰে ওলমি আছে। আচহুৱা মানুহে হঠাৎ মৌ-বাহটো দেখা পালে জিকাৰ মাৰি চকু-মূৰ এযাৰ'লৈ বৈ যায়। ভটাগুটিয়ে চুৰিয়াখন গাত পেলাই ল'লে। মুখত ল'লে এদা এডোখৰ। এজাৰ গোন্ধত মৌ আঁতৰ হয়, নাকামোৰে। নালীয়া কটাৰীখন কঁকালত খোচ মাৰি লৈ গছডালত হাতখন লগাই সেৱা এটা কৰি ল'লে। যি কোনো গছত উঠাৰ আগতে সি তেনে কৰে। তাৰ পিছত ভটাৰ যাত্ৰা আৰম্ভ হ'ল। ভৰিৰ আঙুলিৰে খোপনি ধৰি, হাতেৰে গছডালৰ কোনো কোনো ফাকত টিপনি ধৰি, কেৰ্কেটুৱাৰ দৰে বগাবলৈ আৰম্ভ কৰিছে সি।

ইতিমধ্যে গোটেই গাঁৱত বিজুলি সঞ্চাৰে কথাটো বিয়পি পৰিল। দেওলগা আঁহত গছত ছুৰবীয়া মৌ। ছুৰবীয়া মৌৰ নামো বহুতে শুনা নাই। তাকে পাৰিবলৈ গৈছে বাঘৰ আগতেল খোৱা ভটাই। এইবাৰ বুঢ়া-ডাঙৰীয়াৰ হাতৰপৰা ভটা জীয়ন্তে নামি আহে। ভয়, ঔৎসুক্য, আতঙ্ক মিহলি ভাৱেৰে গাঁৱৰ মানুহ ভাগি আহিল ভীমবাৰী জাবণিলৈ। আনকি অলপ আঁতৰত থকা কুঁৱাৰপৰা পানী নিবলৈ আহি গাঁৱৰ জীয়াৰী-বোৱাৰীবিলাকেও পানীৰ কলহ কুঁৱাৰ পাৰতে থৈ হাবিৰ কাষৰ বাটটোত থিয় দিলেহি। সকলোৱে দেখিলে মৌ গুটিবে ওলমি থকা ক'লা দীঘলীয়া

বস্তু এটা। ওপৰত, বহুত ওপৰত, গছডালৰ মূধচত। তলত পোনে পোনে আন্দাজ কৰি প্ৰকাণ্ড বৰটো এটা পাতি থোৱা হৈছে। গছৰ গুৰিত থিয় হৈ আছে বস্ত্ৰ আদি গাঁৱৰ ডেকাদলটো। ভটা উঠি গৈছে ওপৰলৈ, ফেৰেঙনিৰ পাছত ফেৰেঙনি, ডালৰ পাছত ডাল পাৰ হৈ, বহুত ওপৰলৈ।

কি সৰ্বনাশ! অলপ বয়সস্থ চাম মুনিহ-তিৰোতাৰ মাজত গুণ-গুণনি আৰম্ভ হ'ল। এই বাহ যে দেওলগা মৌ। এইখন যে দেওলগা হাবি। এই জোপা যে বুঢ়া ডাঙৰীয়া থকা গছ।

এজনে ৰত্নলৈ চাই দীঘলীয়া সুৰত সৰু সৰুকৈ কৈয়ে পেলালে, "কথাটো বৰ ভাল নকৰিলি দেই ৰত্ন। দোষৰ পাপৰ ভাগী হবি তইঁত আৰু পুলিচ আহি গাঁৱৰ সকলোকে হালে হালে সাঙুৰিব।"

লগে লগে ভয়, আতঙ্ক জড়িত গুণ-গুণনিয়ে গোটেই হাবিখনকে মৌ এবাহৰ দৰে কৰি তুলিলে।

"সঁচা কথা। সঁচা কথা। বুঢ়া ডাঙৰীয়াই সুখেৰে নেৰিব—গাঁৱৰ কাকো সুখেৰে নেৰিব। পুলিচৰ মাৰ সাধাৰণ কথা। এই গছৰে ডাল এটা কাটি গৈ তাহানি নদৰাম বুঢ়াই ঘৰত তেজ বতিয়াই মৰিছিল। বহুত বুঢ়া-মেথা-লোকে এই কথা জানে। কতদিন পূৰ্ণিমা ৰাতি ভাওনা চোৱা মানুহে ডাঙৰীয়াক এই গছতে বহি থকা দেখা পাইছে। মূৰত পৰ্বত হেন ডাঙৰ এটা পাগ। শুধ বগা। পকা থেকেৰাৰ দৰে মুখ। মূৰৰ পাগটো আঁহতৰ ওপৰত ওলাই কলচীৰ দৰে জিলিকি থাকে। ভৰি দুখন মাটিত লাগি থাকে। গছৰ মাজৰ ফেৰেঙনি এটাত ডাঙৰীয়া বহি থাকে।

ভীমবাৰীৰ জাবণিৰ মাজত ল'ৰা-ডেকা-বুঢ়া-তিৰোতাৰ এখন সৰু সমাজ বহি গ'ল আৰু এটা সমাজ-বিবেকবো সৃষ্টি হ'ল।

ৰত্ন আৰু উৎসাহী ডেকা কেইজনৰ বাহিৰে বাকী মানুহবিলাকে এক নিৰাপদ দূৰত্ব ৰাখি থিয় হৈ আছিল। এই বাহ মৌৱে খেদিব লাগিলে পানীত বুৰ মাৰিও ৰক্ষা নহ'ব।

ৰত্নই এতিয়াহে অৱস্থাৰ গুৰুত্বটো উপলব্ধি কৰিবলৈ ধৰিলে। বুঢ়া ডাঙৰীয়াৰ ভয় নহয়—কিন্তু মৌ-বাহে যদি ওপৰতে ভটাগুটিক বেঢ়ি

ধৰে। গোটেই মৌ-বাহ নালাগেই, যদি দুই-তিনিটা মানেও ওপৰা-ওপৰিকৈ কামুৰিবলৈ ধৰে আৰু ভয়তে যদি ভটাই হাত এৰি দিয়ে... তাৰ পিছত ? মৌবাহে ইতিমধ্যেই ৰত্নৰ অন্তৰখন বেটি-বেটি বিন্ধিবলৈ আৰম্ভ কৰিলে।

কি কুক্ষণত সি মৌ-বাহ দেখিছিল ? দেখিলে দেখিলে, খাবলৈ লোভ কৰিলে কিয় ? লগৰ বিলাকক জনালে কিয় ? লোভেই পাপ, পাপেই মৃত্যু, ইয়াকে কয়। আজি যদি তাৰ বাল্যবন্ধু, লগৰ সমনীয়া এজনৰ কিবা হয়, পুলিচ-টুলিচ পিছৰ কথা, সি জীয়াই থাকিব কেনেকৈ ? ইহ জীৱনততো ভুগিবই, পৰ জনমতো নৰক যন্ত্ৰণা ভোগ কৰিব লাগিব।

ইতিমধ্যে মানুহবিলাকৰ মুখৰ গুণগুণনি আপোন-আপুনি নাইকিয়া হৈ পৰিল। সকলোৱে মূৰ থিয় কৰি চকুৰ পচাৰ নেপেলোৱাকৈ ওপৰলৈ চাই আছে। ভয়, আতঙ্ক, ত্ৰাস আৰু লগতে, অলপ অলপ মৌ খোৱাৰ লোভ মিহলি হৈ মুখবিলাকে একোটা অদ্ভুত ভাজ ধৰিছে। ভটা তেতিয়া গৈ সেই বিৰাট গছডালত মাজৰ ফেৰেঙনিটোত বহি অলপ জিৰাইছে। বুঢ়া ডাঙৰীয়াও সেই ফেৰেঙনিটোত বহে।

ৰত্নৰ চকুৱে চকুৱে পৰিল। ভটাই চিৰপৰিচিত হাঁহিটো ৰত্নলৈ মাৰি পঠিয়ালে। এই হাঁহিয়ে এই মুহূৰ্ততে ৰত্নক চোৰাত পাতৰ দৰে চেৰেক্ কৰে দাকি গ'ল। তাৰ অন্তৰখনে হায় হায় কৰি উঠিল। ৰত্নই জানে ভটাক ওভোটাই অনা অসম্ভৱ। গতিকে, এতিয়া তাক নামি আহিবলৈ কৈও লাভ নাই। সদায়ে সি আকোঁৰগোজ স্বভাৱৰ। তাক এবাৰ উচতাই দি যিকোনো কামত লগাই দিলেই হ'ল। তাৰ সেই দুৰ্বলতাৰ সুযোগ লৈয়ে সকলোৱে বিয়া-ভাওনা, সভা-সমিতি সকলোতে আটাইতকৈ কঠোৰ কামবিলাক কৰাই লয়। বিয়া হ'ল গাঁৱত, ভীমকল কাটি এখন বিয়াৰ দোৰোলা আৰু পটুৱাৰ কাম অকলৈ কোনে কৰিব পাৰিব ? ভটাগুটিয়ে। বিয়াৰ গেটখন ৰাতিৰ ভিতৰতে ধুনীয়াকৈ কোনে সজাব ? ভটাই। লগত দুটামান ল'ৰা সাক্ষীগোপাল কৰি দিলেই হ'ল। নামঘৰৰ হুজ কৰিবলগা হ'ল। গাঁৱৰ বাইজ ওজাৰ চাপৰিত

এখোৰ কাটিবলৈ। ৩০।৪০ জন মানুহৰ চাহ-ভাতৰ দায়িত্ব, দূৰৰ জুবিৰ-পৰা অকলে পানী কঢ়িয়াই কোনে ল'ব ? ভটাই ল'ব। বাইজক ভটাগুটিয়ে সদায় ভাত খুৱায়। তাৰ লগত দুজন ল'ৰা ওলালেই হ'ল। চাপৰিয়ালৰ দলঙা চুৰকৈ চুৰকৈ চাই বা ক'ৰবাৰ সৰু খাল সিঁচি বা কাৰোবাৰ খাহী ভোবোলাকে চুৰ কৰি আনি হ'লেও ৰাইজক মাছ-মঙহেৰেহে ভাত খুৱাব।

দেখাত গঢ়টো আগঢ়ি, আপচু। গাত কিন্তু অসুৰৰ শক্তি। জেদত লাগিলে সি কৰিব নোৱাৰা কাম একো নাই। গালৰ হনু দুডাল অলপ উঠা কাৰণেই মুখখন ভগা যেন দেখি। হাত-ভৰিবিলাক লোহাৰ। কিন্তু সেই মানুহটোক ভয় কৰিবলগীয়া একো নাই। ল'ৰা, তিৰোতা, ডেকা, বুঢ়া সকলোৰে সমাজতে সি সৰবৰহী। ল'ৰাক চিলা সাজি দিয়া; স্কেল, বাহৰ চুঙা কাটি দিয়া, পৰীক্ষাত হাতৰ কাম দেখুৱাবলৈ খৰাহীৰ মোৰটো দেখুৱাই দিয়া; জীয়াৰী-বোৱাৰীক ফুল চিৰি, শলি, লেটাই, চেৰেকীৰ পাহ সাজি দিয়া, নাচনি জৰি বটি দিয়া, এই সকলো কাম ভটাগুটিৰ। সকলোৰে ঘৰলৈ তাৰ অবাধ গতি; গাভৰু-ছোৱালীও তাৰ ওচৰত নিঃসঙ্কোচ, নিৰ্ভয়। সকলোৱে তাক নিৰীহ, পৰোপকাৰী জীৱ হিচাপেই লৈ আহিছে। অলপ উচতাই দিলেই যে তাৰ হতুৱাই কাম আদায় কৰি ল'ব পাৰি, এই কথা সকলোৱে জানে। সকলোৱে তাক দুই-চাৰি আষাৰ তোষামোদ কৰে আৰু দেখুৱাই অলপ সমীহ কৰিও চলে। সি যেন এখন খুৰ, সকলোৱে তাক ব্যৱহাৰ কৰি আহিছে আৰু সি ক'ব নোৱাৰাকৈয়ে তাক সেইমতে সাৱধানে ৰাখিছে।

সেই ভটাগুটি আজি সমনীয়াৰ অনুৰোধত দুৰৰীয়া মৌ পাৰিবলৈ দেওসগা আঁহত গছত উঠিছে।

কাৰো মুখত মাতবোল নাই। বহুত আঁতৰৰ বাঁহ একোপাৰ জিলিৰ "ঝিয়াওঁ-ঝিয়াওঁ ঝিঁ-ঝিঁ" ধ্বণৰ [illegible] এটাই গোটেই হাবিখন জিনি পেলাইছে। গছৰ ওপৰৰপৰা চৰাইৰ শুকাই থকা লাছ বা আমৰলি পকলা এটাও যদি আহি তলৰ তকান গছপাতত পৰিছেহি তাৰো শব্দ সকলোৱে শুনিবলৈ পাইছে।

ভটা তেতিয়া গছডালৰ মাজৰ ফেৰেঙনিৰপৰা যিটো ডালৰ ডাল পোনে পোনে ওপৰলৈ গৈছে, সেই ডালটোত বগাবলৈ আৰম্ভ কৰিছে। সেই ডালটোৰ একেবাৰেই মূৰত আছে মৌৰ বাহটো। ডালটো পোলোঙা আৰু সৰু-সুৰা একোপা তামোলৰ সমানেই ওখ।

সকলোৰে মনবিলাক এক বুজাব নোৱাৰা অ-স্বস্তিৰে ভৰি পৰিল। লাহে লাহে তিৰোতা মানুহবিলাক দুই-এজনীকৈ গুচি গ'ল। মুনিহ মানুহো বুঢ়া মেথা ধৰণৰ দুজনমান মুখেৰে ভোৰভোৰাই আঁতৰি গ'ল। কাৰণ আচল ডালটোতেই ভটা উঠিছে, বুঢ়া ডাঙৰীয়াৰ হাতৰপৰা কোনো সাৰিব নোৱাৰিব—আনকি তলত থিয় দি চাই থকা বিলাকো। বলৰ মাজে মাজে এনেকুৱা ভাব হ'ল যেন প্ৰাণৰ কাতৰে কৰবালৈ লৰ ধৰিব। কোনোবা পৰ্বতে পাহৰুে গৈ আত্মগোপন কৰিব। বুঢ়া ডাঙৰীয়াৰ কোপৰপৰা সাৰিবলৈ নহয়, সেই ভয় বলৰ নাই। কিন্তু মৌ বাহে যদি জিকাৰ দিয়ে। হওঁতে সি নজনা নহয়, যে পূৰ্ণিমাত মৌৱে নাকামোৰে। কিন্তু···যদি দুৰ্বৰীয়া মৌৱে সেই নিয়ম নামানে? যদি···যদি ভটাক—বলুই আৰু একো ভাৱিব নোৱাৰা হয়। সি ঠাইতে বহি পৰে আৰু অলপ খৈণী মোহাৰিবলৈ লয়। বলুক বহা দেখি লগৰ দুই-এটা খৈণীপ্ৰিয়ও ওচৰলৈ আহি বহি পৰে। সিহঁতৰো মুখবিলাক শুকাই কৰাই খোলা যেন হৈ পৰিছে।

বলুই মনত নানা চিন্তা, নানাভাৱে বতাহত লৰচৰ কৰি থকা কলপাত এখনৰ দৰে অগা দেৱা কৰিবলৈ ধৰিলে। ভটা তাৰ সৰু কালৰ বন্ধু। বয়সত সমনীয়া হ'লেও ভটাই তাৰ কথা আখৰে আখৰে পালন কৰে। বলু সদায় ধীৰ-স্থিৰ, ভটা সদায় অস্থিৰ। বলুই ভাৱি-চিন্তি যিকোনো কামত ধৰে, ভটাই নভৱা-নিচিন্তাকৈ কামত জঁপিয়াই পৰে। বলুৰ বুদ্ধি আৰু ভটাৰ শ্ৰম-শক্তি, দুয়োটাই মিলি বা লগলাগি অসম্ভৱকো সম্ভৱ কৰে। বলু সদায় মুখবলী। প্ৰথমে ৰাজহুৱা কামলৈ বলুই আগবাঢ়ি যায় কিন্তু সুবিধা বুজি বলুই আগতে মূৰ পোলোকা মাৰে। খাটি মৰে ভটাই। সিহঁত দুয়োটাই চাপৰিত কুঁহিয়াৰ, সৰিয়হ কৰে। সিহঁতৰ খেতিৰ কোনেও জোৰ ল'ব নোৱাৰে। কাম আৰম্ভ

ভটাই কৰে বেছি।

আজি সেই ভটাই বস্তুৰ কথাত, এবা বস্তুৰ কথাতে মৌ পাৰিবলৈ উঠিছে। এই বিবাট আৰু দেওলগা আঁহত গছত। বস্তু মাটিত ; অতি হীন, দীন, নীচ হৈ থিয় হৈ আছে সি। ভটা ওপৰত, বহুত ওপৰত সি। যেন ভটাগুটিয়ে সোঁ-শৰীৰে স্বৰ্গযাত্ৰা কৰিছে—সকলো মানুহে তাক হৰিধ্বনিৰে বিদায় দিবলৈ আহিছে। [ তাহানি সাধুকথাত তামোল চোৰ এটাই যে কৰিছিল। হুঃ। ইমান গভীৰ কথা এটাৰ লগত ক'ৰ হাঁহি উঠা সাধুটোৰ কথা যে মনত পৰিছে তাৰ। ] তাৰ এটা কথাত, এবাৰ কথাতে ভটাগুটিয়ে নিজৰ জীৱন আগ কৰি মৌ পাৰিবলৈ আহিল। কিন্তু সি ভটাক সেই পৰিমাণে অন্তৰেৰে ভাল পাই আহিছেনে? বস্তুই সদাই নিজৰ সুবিধা আদায় কৰিবৰ কাৰণেহে মাত্ৰ তাক তোষামোদ কৰি আহিছে। সি নীচ, সি হীন, সি ভটাৰ কেঞা আঙুলি এটাৰো অযোগ্য। ভটা তাতকৈ ওপৰত, সঁচাকৈয়ে ওপৰত, বহুত ওপৰত। ভটাই তাক নোসোধাকৈ একো কাম নকৰে, মৰাপাট সৰিয়হৰ ভাও নাকাটে, সি নগলে ভটাই গৰু নিকিনে, আনকি তাৰ অনুমোদন নোহোৱাকৈ ভাও এটাও নলয়—লাগিলে মেইন পাৰ্টেই হওক।...

সঁচাকৈয়ে আজি এই মুহূৰ্তত বস্তুৰ অন্তৰত তাৰ অকৃত্ৰিম বন্ধুটোৰ প্ৰতি প্ৰেমৰস গছৰ তলত হা কৰি মুখ মেলি থকা বৰটৌটোৰ এটো হৈ টলবলাবলৈ ধৰিলে। সৰু কালৰপৰাই সেই বন্ধুটি কোনো এদিনো তাৰপৰা ইমান আঁতৰ হৈ যোৱা নাছিল।

ওচৰৰ মানুহবোৰলৈ তাৰ চকু গ'ল। সকলোৰে মুখবিলাক বৰটৌ একোটা কৰি ওপৰলৈ চাই আছে। ঘৃণা আৰু বিৰক্তিয়ে তাৰ চকু, মুখ, আৰু কপালত ফণা তুলি নাচিবলৈ ধৰিলে। ইহঁত সকলো ভণ্ডৰ দল। তেজপিয়া পিশাচ। ইহঁতৰ স্বাৰ্থই আগ। আজি যদি কাৰ্য্যসিদ্ধি হয় ভটাগুটিক অলপ বাহ-বা মাত্ৰ দি ঘৰলৈ গুচি যাব। তাৰ বাবে নামঘৰত তাক এদিনলৈ খুটা নিদিয়ে, সবাহত তাক আগলতি পাতখন নিদিয়ে। বিয়াঘৰত তাক চকীত বহি ভদ্ৰলোক হৈ বিয়া খাবলৈ

নিদিয়ে। পিঠিত হাত বুলাই বিয়াঘৰীয়া চাহ কৰিবলৈ লগাই দিব।

অলপ আঁতৰৰ পাতিদৈ এজোপাৰ তলৰপৰা মাটি ভালুকী চৰাই এটা ভুৰুং কৰে উৰি গৈ ওচৰতে আন এটা জোপোহাত পৰিলগৈ। ৰত্নৰ অন্তৰখনে চক্‌মকাই ধপ্‌ধপাবলৈ আৰম্ভ কৰিলে। অন্তৰখনো যেন মাটি ভালুকী চৰাই এটা হৈ পৰিল। বাকী মানুহবিলাকো চক্ খাই উঠিল। ভটা গৈ ডালটোৰ মুধচ পাইছেগৈ।

ৰত্নৰ গাৰ নোমবোৰ জিকাৰ মাৰি উঠিল। গাটো তামোলে গাত ধৰা মানুহৰ দৰে ৰাই-জাঁই কৰিবলৈ ধৰিলে। আন বহুত মানুহে এই দৃশ্য চাব নোৱাৰি চকুবিলাক নমাই আনিলে। ৰত্নই দেখিলে, ভটা সৰু ফেৰেঙনি এটাত খোপনি পুতি বহি লৈছে। ডালত জোকাৰ খাই ক্ষুটা-এটা- মৌ উৰিছে যদিও বাকীবিলাক মৌৱে জিকাৰ মাৰি মাৰি দিছে। ঠিক তাৰ গাৰ নোমবিলাকৰ দৰেই। বাওঁহাতে সৰু ঠেঙুলি এটাত ধৰি লৈ (যদি ঠেঙুলিটো ভাগি পৰে!) আনখন হাতেৰে অতি সাৱধানে কাপোৰখন মূৰে-গাই ঢাকি লৈছে। তাৰ পিছত লাহে লাহে, সন্তৰ্পণে, সি ইতিমধ্যে মুখত কামুৰি লোৱা কটাৰীখন সোঁ-হাতলৈ তুলি লৈছে। সেই অৱস্থাতে অলপ সময় বৈ থাকিবলগীয়া হৈছে। উদ্দেশ্য—উৰিফুৰা মৌগুটি কেইটা আকৌ বাহত পৰা!

এটা যেন যুগ। ৰত্ন আৰু বহুতেই উশাহ ল'বলৈ পাহৰি পেলালে। কটাৰী হাতত লৈ ভটাই যেন কাৰবাক হত্যা কৰিবলৈ উদ্যত হৈছে আৰু সেই ভয়লগা দৃশ্য সকলোৱে বাধ্য হৈ চাই থাকিব লগাত পৰিছে। ৰত্নই আৰু নোৱাৰিলে। তাৰ চকু মুদ খাই গ'ল।

কল্পনাৰ চকুৰেই ৰত্নই ভটাৰ হাতখনৰ প্ৰত্যেকটো গতিবিধি লক্ষ্য কৰি গ'ল। এয়া ভটাৰ কটাৰী মৌ-বাহলৈ আগবাঢ়িছে। মৌবিলাক গা জিকাৰি বাট উলিয়াই দিবলৈ চেষ্টা কৰিছে। সেই সৰুভাইদি ভটাৰ কটাৰী আগবাঢ়িছে ভিতৰৰ মৌ-বিচনীখনলৈ।···

···কিন্তু মৌবাহ যদি খণ্ডত গোঁ-গোঁৱাই উঠে? একেলগে ভটাক বেৰি ধৰে।···ধপহ কৰে হোৱা এটা শব্দত ৰত্ন উচপ খাই উঠিল। ভাঙ্গি মৌ-বিচনি এখনৰ একাল টৌটোত একোন মাটিত পৰিলহি।

চঞ্চল হৈ উঠিল ওপৰৰ মৌবাহ, চঞ্চল হৈ উঠিল তলৰ মুনিহবিলাক। এমন, ছুমন, তিনিমন, কেবামনো মৌ-বিচনী তলত পৰিবলৈ আৰম্ভ কৰিলে। কিছুমান টৌত; কিছুমান মাটিত।

মানুহবিলাকৰ মাজত লৰা-ঢপৰা লাগিল। সকলো আহি ৰৰটৌৰ ওচৰ চাপিল। মুখেৰে অৱশ্যে কোনেও মাত মাতিবলৈ সাহ কৰা নাই। মাত শুনিলে কোনে জানে, মৌবোৰ উৰিবও পাৰে।

ভটাই নামিবলৈ আৰম্ভ কৰিলে। প্ৰথমে লাহে লাহে, তাৰ পিছত দ্বিগুণ গতিৰে।

পূৰ্ণিমাৰ মৌ। পুৱাতেই পাৰিব লাগিছিল। ৰস বহুত। ইতিমধ্যে শুহিলেই দিনৰ বাকী সময়খিনিত সম্পূৰ্ণ শুনিলেহেঁতেন। যি নহওক, বিচনীবোৰ টৌত ভৰাই হাবিৰপৰা মুকলিলৈ লৈ আহিল ছুজনমানে। গোটেই দল মানুহে ওচৰত বেঢ়ি ধৰিলে। মুখৰ শব্দবোৰো ক্ৰমাৎ ডাঙৰ হৈ আহিবলৈ ধৰিলে।

ৰত্ন কিন্তু গছৰ তলত তেতিয়াও থিয় হৈ। ভটা নামি আহিল বিজয়ী হাঁহি এটা লৈ। তিনি হাতমান ওপৰৰপৰা জাপমাৰি দি কাপোৰ-কানি জোকাৰিব ধৰিলে। ৰত্নৰ লগৰ কেইবাজনো আহি ভটাৰ ওচৰত থিয় হ'লহি।

ৰত্নৰ মুখত হাঁহিও নাই, মাতো নাই। সি মাত্ৰ ভটাৰ গাৰপৰা পক্ষৱা, শুকান পাত আদি এৰুৱাবলৈ লাগিল।

—দে ৰত্ন অলপ খৈণী দে। মৌবাহ বহুত শুহিলে। ...সি আৰু কিবা ক'ব খুজিছিল; ৰত্নই তাৰ বাহুত থাপ মাৰি ধৰি হাবিৰপৰা বাহিৰলৈ টানি নিয়াদি লৈ গ'ল।

—তোৰ কাম মৌ পাৰি দিয়াহে। মৌ সিহঁতে খাওক। আৰু শুন, আজিৰপৰা মোৰ সাক্ষাতত এনে প্ৰাণান্তক কাম কৰিব নোৱাৰ কেতিয়াও।

যাওঁতে কৈ গ'ল ৰত্নই। ●

( 'কাঠনিবাৰী ঘাট'ৰপৰা: ১৯৫৮ )

# টোপ

শিঙি পুখুৰীত শলমাছ পৰিছে। বহুতে অকল শল টোপায়ে পকা পকা শলমাছ আনিছে।

বেণুৱে তাৰ সমনীয়া চেনিক খবৰটো জনাবলৈ লৰ দিলে।

চেনিয়ে তাতকৈও আগতেই জানে খবৰটো।

দুয়ো নিৰুপায়। বৰশী এটাৰো নাই।

ককায়েকহঁতৰ বৰশী চুবলৈ নিদিয়ে।

মই ডোল বটিব জানোঁ। বৰশী ডাঁৰি দুডাল তিনিমাহ মানৰ আগতে কাটি থৈছোঁ।

কৰালি অলপ সেকি পোন পাজৰ কৰি ল'লেই হ'ল। বেণুৱে উপায় উলিয়ালে।

কিন্তু সূতা ক'ত পাব? মুগা সূতা লাগিব। এই একোটা পকা শল—শণ বা মুগা সূতা নহ'লে ছিঙি লৈ যাব।

চেনিয়ে হাতেৰে মাছৰ আকাৰ-প্ৰকাৰ দেখুৱাই দিয়াৰ লগে লগে বেণুৱে মাছটো দেখিলে। পেটৰ ফালে বগা দীঘলীয়া, ক্ৰমাৎ লাহী শলমাছ মাজে মাজে ক'লা দাগ, দীঘলীয়াকৈ আৰম্ভ হোৱা মূৰৰ খোলাটো, পানীৰ তলে তলে ফিছা কোবাই কোবাই সি আহিছে—কাঁড় এপাট অহাদি। তাৰ বৰশীৰ টোপৰ ওচৰত অলপ সময় ডঁৰক দি পৰীক্ষা কৰিছে তাৰ বস্তুটো। খন্তেকতে সি কামোৰ মাৰি ধৰিব লগে লগে তাৰ বহল মুখখনেদি টামচিং বৰশী গৈ পেট পাবগৈ। শলমাছ বস্তুটো লৈ চুপি নাথাকে, একেবাৰে গিলি পেলায়। তাৰ পুঙা গুচি যাব পানীৰ তললৈ, বহুত তললৈ, লগে লগে পুঙাৰ ওচৰত বুৰবৰণি উঠিব—এই—এই—নাই, ৰব নোৱাৰি। বেণুৱে মুগাৰ সূতা যোগাৰ কৰিব। মাকৰ মুগাৰ সূতা আছে। তাৰে এডাল বছি চেনিকো দিব। কথা হ'ল—মুগাৰ সূতাৰ বছি বটা সহজ কথা নহয়। পাক দিয়াৰ উনৈছ-বিছ হ'লেই নষ্ট হ'ব। কেনেবাকৈ বেছি পাক দিলে আৰৈমুৰীয়াও হ'ব পাৰে।

দুয়ো গভীৰ চিন্তাত লাগিল।

এটা মাত্র উপায় আছে।

গাৱঁৰ হৰিবল ককাৰ ওচৰলৈ গৈ আঁঠুলোৱা। "সেই পাত সোগোনা বুঢ়াৰ ওচৰলৈ কোন যাব। ইমান গালি পাৰে আৰু লাজ কথা মাতে।"

বেণুৱে নাক কোঁচালে।

"সেইখিনি সহ্য কৰিবই লাগিব। নহ'লে কাৰ্য্যসিদ্ধি হ'ব কেনেকৈ?"

বুঢ়াক গৈ চাহটোপা কৰি দি ভালকৈ ধঁপাত এচিলিম লগাই দিলেই কাম শেষ।

দুয়ো মুগাৰ সূতাৰ মহুৰা লৈ বুঢ়াৰ ঘৰ পালেগৈ। গাৱঁৰ 'হৰিবল বুঢ়া' বুলি জনাজাত, ল'ৰা-ছোৱালীৰ 'হৰিবল ককা' গাৱঁৰ এমূৰত অকলে থাকে। দোকমোকালিতে উঠিয়ে 'হৰিবোল' বুলি যিটো চিঞৰ মাৰে, গাৱঁৰ মূৰ সৰকি যায়গৈ। সকলোৱে জানে, হৰিবল বুঢ়া উঠিল। ৰাতি পুৱাল। মূৰৰ চুলিবিলাক দীঘল, চাৰিওফালৰপৰা 'আঁচুৰি ওপৰলৈ খোপা বান্ধি থোৱা। খোপাৰ ওপৰত ফুল এপাহ। দীঘলীয়া দাড়িকোছাই বুকু চুইছেহি। কপালত ৰঙা বগা ফোঁট। মুখত হৰিনাম পুৱা এবাৰ আৰু সন্ধিয়া এবাৰ শুনা যায়। বাকী কথাৰ প্ৰতি দুটা শব্দৰ অন্তৰত এটাকৈ 'অভইচ' কথা থাকে। সকলে সময়তে খিংখিঙীয়া বুঢ়াক গাৱঁৰ ল'ৰাবোৰে আঁতৰৰ পৰা জোকায়—সেই সময়ত বুঢ়াৰ প্ৰতিটো কথাৰ পাছত দুটাকৈ 'অভইচ' কথা বাহিৰ হয়। ওচৰত অৱশ্যে ল'ৰাবিলাক সৈমান। গাৱঁৰ জীয়াৰী-বোৱাৰীৰ খোজ কাটল, পিন্ধা-উৰাৰ অলপ হেৰফেৰ বাটে-পথে দেখিলেই বুঢ়াৰ মুখত এনেকুৱা সংস্কৃতৰ আখৈ ফুটে যে সিহঁতে কেতিয়াবা কান্দি কান্দি ঘৰ সোমাইগৈ, তথাপি বুঢ়াক কোনেও বেয়া নাপায় অৰ্থাৎ, বেয়া পালে নচলে কাৰো। ল'ৰাৰ স্কুলীয়া সঁজুলি, বাহঁৰ চুঙা, স্কেল, স্কুলৰ হাতৰ কাম, থৰাহী চালনী বুঢ়াই সাজি দিব বা দেখুৱাই দিব। তিৰোতাৰ তাতঁশালৰ সঁজুলি—ফুলছিৰী, নাচনী, ফুলচেৰেকী, টাকুৰী, শলি, টোলোঠা জৰী আদি মিহি কামবিলাক বুঢ়াই নকৰিলে নহয়। ভাওনা হ'লে ভাৱৰীয়াৰ

মুকুট-মণি, ভীম আদিৰ গদা, অৰ্জুন আদি বীৰসকলৰ ধনু-কাঁড়, তুণ,- এই সকলো কাম বুঢ়াৰ ওপৰত। কাৰবাৰ ঘৰত সবাহ পাতিলে মাহ প্ৰসাদ তিওৱা, ধোৱা, কলৰ দোৰোলা সজা কাম বুঢ়াৰ। তাৰ উপৰি পানী জাৰি দিয়া, তেল জাৰি দিয়া, পৰীক্ষাৰ সময়ত ল'ৰা-ছোৱালীৰ পেন্সিল্-কলম জাৰি দিয়া কাম দিনটোত লাগি আছেই। সেই কাৰণেই গঞাই বুঢ়াক ধান, চাউল বয়বস্তু দি সহায় কৰে। বুঢ়াৰ গাইজনী পালত ৰখি দিয়ে, তাৰ বাবে বুঢ়াৰ পালৰ কোনেও হেঙা নধৰে।

চকল ডেকা অৱস্থাতে বুঢ়া এই গাৱঁলৈ প্ৰথম আহে। তুকুৰি বছৰৰ আগৰ কথা। চল্লিশ বছৰ বয়সৰপৰা গাৱঁৰ এমহীয়া কেঁচুৱালৈকে, এনে এজন মানুহ নাই যাৰ জন্মৰ সময়ত মাকে বুঢ়াৰ হাতৰ ডোল এডাল বা মজিয়াৰ মাঁটি গোলা পানী এঢোক খোৱা নাই। ভূইকঁপ হ'লে মজিয়াৰ-পৰা দাঁতেৰে কামুৰি মাটি আনিব লাগে, সেই মাটি বুঢ়াই জাৰি দিয়ে। তাৰ পানী খালে সুপ্ৰসৱ হয়। বুঢ়াই বিয়া নকৰালে। গঞাই জোৰ কৰিছিল, ছোৱালীও পাইছিল। এবাৰ বৰকৈ জোৰ কৰাত বুঢ়াই গাওঁ এৰি গুচি যাবলৈকো ওলাল। তেওঁ হেনো সন্ন্যাসীৰ দৰে থাকিব। বুঢ়াৰ শত্ৰু নাই। থকা হলেও কোনেও বুঢ়াৰ চৰিত্ৰ সম্পৰ্কে একেষাৰো কথা ক'ব নোৱাৰিলেহেঁতেন। নামাতিলে (অৰ্থাৎ দৰ্কাৰ নপৰিলে) বুঢ়া কাৰো ঘৰলৈ নাযায়। কাৰো লগত বেছি হলি-গলি নকৰে। মুখৰ আগত সকলোকে খৰংখচ কথা কয়, ডাঙৰ-সৰু বাছ-বিছাৰো নাই। সকলোৱে বুঢ়াক অলপ চনবলীয়া সাব্যস্ত কৰিয়ে থৈছে। মুঠতে, বুঢ়াৰ অতীত কাহিনী আৰু ডেকাৰপৰা ৬৫ বছৰ হোৱালৈকে মানুহজন, সকলোৰে কাৰণে ৰহস্য হৈয়ে থাকিল। বুঢ়াৰ যদি কিবা অতীত কাহিনী আছিলো, সি অতীততে ৰ'ল, শল টোপোৰাদি টোপাই কোনেও তাক পাৰলৈ আনিব পৰা নাই বা আনিবৰ চেষ্টাও কৰা নাই।

বুঢ়াই ৰাতিপুৱাই উঠি ঘৰ-দুৱাৰ সাৰি মছি, চোতাল চিকুনাই, গৰু খীৰাই, গাইজনী বাটৰ দাঁতিত এৰাল দিয়ে। গৰু মেলাৰ সময়ত মোকোলাই দিব। গোহালী নামৰ চালিখনো ঝুমাৰি ভাত খাৰ

পৰা কৰি থয়। তাৰ পাছত গা-পা ধুই বেৰত আঁৰি লোৱা থাপনাত সেৱা কৰি চাহৰ খোলাত বহে। চাহ টোপাই বুঢ়াৰ প্ৰধান আকৰ্ষণ। আনে কৰা চাহ বুঢ়াৰ মুখত নালাগে।

পিতলৰ সৰু ঘটিটোৱেই আজি ছকুৰি বছৰ ধৰি চাহৰ কেট্‌লিৰ কাম কৰি আহিছে। এগিলাচ পানী উতলাই তাত জোখৰ গুৰকণ দি দিয়ে। অলপ পাছত ফেনখিনি কাটি পেলায়। তেজপাত এটা আৰু এচিকটা নিমখ দিয়াৰ পাছত চাহপাত কেইটা দি দিব। সদৌ শেহত, কেৰাহীত উতলাই ডাঠ কৰি থোৱা গাখীৰ ছুচামোচ দি বাহঁৰ ছেকনীৰে পিতলৰ গিলাচত ছাকি পেলালেই হৈ গ'ল বুঢ়াৰ চাহ টোপা। "এ ৰাম কৃষ্ণ" বুলি চাহত ঢোক দিবলৈ ধৰোঁতেই ছুৱাৰ মুখত উপস্থিত বেণু আৰু চেনি। "হৰিবল ককা"—এই সৰু মাতষাৰ শুনি বুঢ়াই মূৰ দাঙি সিহঁতলৈ পোন্দোৱাকৈ চাই ৰ'ল।

"কটাৰ পো কটা যোৱাহঁত, ঠিক খাবৰ পৰে পৰে হাজিৰ হবি। এখন কৰাৰ সময়ত পকুৱা এটাও পাবলৈ নাই।"

চেনিয়ে লৰালৰিকৈ হাতত অনা জেওনি খৰিৰ বোজাটো জুহালৰ ওচৰত ৰাখিলে। বেণুৰ হাতত ছুচিলিমমান খামিৰা দিয়া ধঁপাত। কৌটিকলীয়া বাঁহৰ চুঙাটোত ধঁপাতখিনি থৈ দিলে। বুঢ়াই মুখখন চাহৰ গিলাচতে ৰাখি চকু ঘূৰাই কাণ্ডকাৰখানাবোৰ চাই গৈছিল মাত্ৰ। খামিৰা দিয়া ধঁপাতৰ গোন্ধ ইতিমধ্যে নাক পাইছিলগৈ।

"হেৰ জহৰা পোৱালীহঁত', ধঁপাত আৰু অলপ সৰহকৈ আনিব নোৱৰিলি? খৰি সেই কেইডালহে পালিনে? সেই ঘটিতে অলপ চাহ আছে, ছুইটাই ভগাই খা।"

বুঢ়াই এটা হাতেৰে ঘটিটো আগবঢ়াই দিলে। বুঢ়াৰ এই স্বাভাৱিক কথাবতৰাৰ মাজতো স্বাভাৱিক ভাৱেই অভিধানত নথকা শব্দবিলাক সোমাই থাকিবই।

বেণু আৰু চেনিয়ে চকুৱে চকুৱে চাই ল'লে। তাৰ পিছত ঘটিৰ চাহ বাকি ছুয়ো পৰম তৃপ্তিৰে খাই, এটাই ধঁপাত লগালে, এটাই বাটি-গিলাচ ধুই আনিলে।

বুঢ়াৰ চাহৰ আমেৰি ভগাই নাই। ছুডালকৈ বৰশী ডোল বাটিব লাগিব, ছুটা ভঁৰি কৰালিব লাগিব, টোপ বিচাৰিব লাগিব, এক মাইল দূৰৰ শিঙিপুখুৰী পাবগৈ লাগিব। ইয়াৰ ভিতৰত ভাত-খোৱা, গা-ধোৱাৰ নিচিনা লেতেৰা কাম ছুটাও আছে। বুঢ়াৰ আমেৰিত ছুয়ো ভিতৰে ভিতৰে জ্বলি উঠিছে আৰু দকচি গালি পাৰিছে।

অৱশেষত ধঁপাতৰ হোঁকাটো লৈ ভালকৈ টান কেইটামান দিয়াৰ পাছত সিহঁতে নিবেদন কৰিলে মুগাৰ সূতাৰ মছুৰা ছুটা আৰু লগত অনা টাকুৰী এটা।

চিলিমৰ আগত ভমক কৰে জুই জ্বলি গ'ল। "ধতুৱাৰ পোৱালীহঁত, এনেয়ে ভৰিকে দিবলৈ নাহ। আহোঁতেই বুজিছোঁ। নহয় কিবা এটা পাঙ্গি আহিছ। মই বৰশীও নাবাঁও, মাছো হাতেৰে নোচোঁও। নাজান নেকি ?"

"ককাই আগতে আমাক বৰশী বোৱাৰ কথা কৱ নহয় ? তই ডেকা হৈ থাকোতে তহঁতৰ দেশৰ দীঘলী বিলত বৰশীৰে বৌমাছ ধৰাৰ কথা, কাছ ধৰাৰ কথা।"

কথাখিনি ছুইটাই ভাগ পাতি ল'লে। বোধহয় আওৰাই আহিছিল।

"হেৰৌ বান্দৰৰ পোৱালীহঁত, আজি-কালি তহঁতে ছুটা চেঙলী মাৰিবলৈ শিকিছ। মই তহঁতৰ বয়সতে বৌমাছ বগৰাইছিলোঁ। মোৰ বৰশীৰ মাছ আনিবলৈ লগত ভাৰী যাব লাগিছিল।" বুঢ়াৰ চিলিমত কমাৰৰ শালৰ দৰে ভমক ভমক জুই জ্বলিবলৈ ধৰিলে। চেনিয়ে মছুৰা ছুটা, টাকুৰীটো, আৰু বুঢ়াৰ নালীয়া কটাৰীখন বেৰৰপৰা আনি বুঢ়াৰ ওচৰতে থ'লে। বুঢ়াই আৰু ছুস্রাউৰীমান গালি উৰাই কটাৰীখন বেণুৰ ফালে ঠেলি দিলে—"যা তিনিটা সৰু খুটি কাটি আন।"

তিনিটা খুটি পুতিলে বুঢ়া বহা ঠাইৰপৰা ছুৱাৰ মুখেদি পোনে পোনে দহ হাত আঁতৰত চোতালত। প্ৰতিটো খুটিত তিনি ডালকৈ মুগাসূতা দি টাকুৰীত গাঠি বান্ধি পকাই বেণুক ধৰি থাকিবলৈ দিলে, যাতে পাক সুলকি নাযায়। তিনিও ডাল পকাই লোৱাৰ পাছত তিনিওটা মূৰ একেলগে টাকুৰীৰ হাঁকোটাত বান্ধি পেলালে। এতিয়াহে

আঁচল ডোলডাল বটা হ'ব। হাতৰ তৰ্জনী আৰু মধ্যমা আঙুলি দুটা তিনিডাল বচিব ফাকত বুঢ়াৰ নিৰ্দেশা মতে চেনিয়ে এনেভাবে খুঙুৰাই ধৰিলে যাতে ডোল কেইডালৰ ইডালৰ গাত সিডাল নালাগে। টাকুৰীৰ পৰা এহাত মান আঁতৰত এইদৰে আঙুলি কেইটা ৰাখি তাৰ এৰেগেত মান আঁতৰত টাকুৰীৰ ফালে তিনিওডাল ডোল বাঁওহাতৰ তৰ্জনী আৰু বুঢ়া আঙুলিৰ নখেৰে এনেভাৱে টিপা দি ধৰিলে যাতে বছিৰ পাক সেই টিপা পাৰ হৈ আগবাঢ়িব নোৱাৰে। বুঢ়াই টাকুৰী পকাই থাকিব। ডোলৰ পাকে গৈ আঙুলিৰ টিপাত প্ৰথমে টান দিব। বুঢ়াই টাকুৰীটো গাৰফালে টানি ইঙ্গিত কৰাৰ লগে লগে চেনিয়ে বাঁওহাতৰ আঙুলি টিপাটো ওপৰলৈ আজোৰ মাৰি অনাদি এৰি দিব। লগে লগে কটং শব্দ কৰি পাকবোৰ সোঁহাতৰ আঙুলি থকা ঠাইখিনি পাবগৈ। পাক ৰোৱা ঠাইত আকৌ বাঁওহাতেৰে টিপা দি সোঁহাতৰ আঙুলি কেইটা এৰেগেত আঁতৰত ৰাখিব। গোটেই বছি ডালত এই ব্যৱস্থা। কেনেবাকৈ যদি টিপা পিছলিল বা সময়ত এৰি নিদিলে, বা এৰি দিওঁতে কটং কৰে শব্দ নুঠিল, তেনেহলে বছিও বটা হ'ল, শলমাছো খালে, সিহঁতৰ চৌদ্দ পুৰুষেও একোটা পিণ্ড পালে। কলিজাত ওজন নথকাই বুঢ়াৰ ওচৰত অন্ততঃ বৰশীৰ ডোল বটাবলৈ নাযায়।

"মই বটা ডোলে বৰশীৰ আগত এনেয়ে কন্‌কনাই থাকিব লাগিব। ডাঙৰ বৌমাছে যেতিয়া ধৰিব, আধামাইল আঁতৰৰ মানুহে ভাবিব কৰবাত টোকাৰী বজাইছে বা বীণ বজাইছে। কন্‌কনাই থাকিব শৰ সূতাৰ বছিয়ে।"

বুঢ়াই টাকুৰী পকোৱাৰ লগে লগে কথাও পকাই যায়, এবাৰ টাকুৰী কৰঙ্গনত লৈ পকাওঁতে নোম কেইডাল মানো পাক খাই গ'ল। তাৰ পিচৰ পৰা হাতৰ তলুৱাতে টাকুৰী পকাবলৈ ধৰিলে।

"ককা, তেনেহলে বৌমাছ ধৰিলে চিপ মাৰিব নালাগে।" চেনিয়ে সুধিলে। চেনিয়ে জানে, তথাপি বুঢ়াক ভালকৈ খোলাবলৈ এই ব্যৱস্থা।

"হুঃ", বুলি বুঢ়াই মুখখন গোঁ কৰি টাকুৰী পকাই গ'ল। সিহঁতে জানে বুঢ়াই এতিয়া সকলোখিনি কথাই কৈ যাব। বুঢ়াই আৰম্ভ

সিইতক উদ্দেশ্য কৰি নকয়—ক'ব অদৃশ্য তৃতীয় পুৰুষ এজনক। "ধৰ কাণ্ডীটো। ম'হ খুটি বিলৰ মাজলৈ পেলাই দি টাম্ চিং বৰশীৰে কিনাৰে কিনাৰে বাই থাকা। শল, খৰীয়া, পাভ, তাৰেই এসাজৰ হৈ যাব। অলপ পাচত দেখিবা বৰ বৰশীৰ ৰছিত জোকাৰ পৰিছে। বহু— তাঁৰিটো দাঙিলৈ ৰছি ডাল ঢিলাই দি থাকা। মাছে টানি নি থাকিব। মাজে মাজে একোবাৰ পাৰলৈ টানিবা। জোৰ দিলেই আকৌ এৰি দিবা। আকৌ টানিবা। শনৰ সূতাৰ ডোলে কন্‌কননি লব—ছিগি যাওঁ, ভাগি যাওঁ। ওচৰৰ পামত থকা মানুহে শব্দ শুনিয়ে বুজিব মাছ লাগিছে, উপযাচি আহিব সহায় কৰিবলৈ। কেতিয়াবা মানুহে সৈতে টানি নিব নহয় পানীৰ মাজলৈ। কিন্তু হাজাৰ হলেও মাছ, সি কিমান তুৰিমুৰি কৰিব? বৰ বৰশীত কলত ধৰিছে। এবাৰ ঢেল ওপঙা দিবই দিব।

"কাছ হ'লে কিন্তু আৰু বিপদ। কেনেবাকৈ তলিত গৈ এবাৰ খোপনি পুতিব পাৰিলে উঠোৱা বৰ টান। ৰছি টান হৈ থাকিবই লাগিব, ঢিলা পালে কামুৰি ছিঙিব।"

বেণু ওচৰতে বহি ককাৰ মুখলৈ চাই কথা শুনি আছিল। বুঢ়াৰ পোনছাটে খং উঠি গ'ল। "হেৰৌ অগিয়ানৰ সঁচ, সোণবৰীয়াল ক'ত?"

বেণু উধাতু খাই লৰ ধৰিলে।

প্ৰথম ডাল ৰছি বটা প্ৰায় শেষ। এজোপা সোণবৰীয়াল লৈ বেণু উভতি আহিল। বৰ সোণবৰীয়াল। বুঢ়া আকৌ টিঙিৰি তুলা হৈ পৰিল। "সৰু সোণবৰীয়াল নাপালি, মাইকীয়ে নেচেলেকাৰ সঁচ? গুই যা হেৰৌ ছাগলী পোৱালী।" ছাগলী পোৱালী অৰ্থাৎ চেনিও লৰ মাৰিলে। ডোলডাল বটা শেষ হৈছিল। গতিকে পাচে পাচে বেণুও। অলপ পাচত দুটাই দুজোপা সৰু সোণবৰীয়াল গছ লৈ উভতি আহিল।

ডোলডাল টাকুৰীত বন্ধাই আছিল। বুঢ়াই টানি ধৰিলে। চেনিয়ে পাত কিছুমান লৈ আগৰ পৰা গুৰিলৈ ডোলডালত ঘঁহিযাবলৈ ধৰিলে। বেণুৱে খুটি তিনিটাৰ পৰা ডোলৰ মূৰ তিনিটা একৰাই মাজৰ খুটিটোত

লগাই মহুৰাৰ দৰে মেৰিয়াই মেৰিয়াই আনি ককাৰ ওচৰ পালেহি।

বুঢ়াৰ গালি মতে বেণুৱে চাহৰ পানী বহালে। ধঁপাত এচিলিমো লগাই দিলে। দ্বিতীয় ডাল ডোল বটাৰ আয়োজন পূৰ্ব্বৰ দৰে চলিবলৈ ধৰিলে।

চেনিয়ে এই চলতে কাছৰ গাত বৰশী লগাই দিলে, "কাছই যদি তলত গৈ খোপনি পোতে?"

বুঢ়াই সোলামুখেৰে এখৰাহীমান হাঁহিলে। "আছে আছে, তাৰো উপায় আছে।" হোঁকা চিলিম যোৰ বেণুলৈ আগবঢ়াই দিলে—বেৰত থবলৈ। টাকুৰীত সূতা পকাই আৰম্ভ কৰিলে দ্বিতীয় ডাল ডোলৰ কাম।

"মন্ত্র আছে নেকি ককা?" বেণুৱে হোঁকা চিলিম যোৰ থৈ সুধিলে। "মন্ত্রও আছে। তহঁত আজিকালিৰ ইংৰাজী পঢ়া ল'ৰাই মন্ত্র বিশ্বাস কৰিবিনে? তহঁত বিলাতী হলি। মাছ খোৱাবো মন্ত্র আছে।" বুঢ়াই পাকটো ঠিকেই হৈছেনে এবাৰ পৰীক্ষা কৰিলে। তাৰ পাচত তলুৱা দুখনত টাকুৰীটো লৈ পকাবলৈ লাগি গ'ল। "টান—ধৰিবি—এৰিবি—কটং।" সাপৰ দৰে পাক বিলাক উজাই যাবলৈ ধৰিলে।

"তেনেহলে কাছ ধৰাবো মন্ত্র আছে?" বেণুৱে আকৌ দোহাৰিলে। "মাটিকলহৰ ডিঙ্গিটো বা বাঁহৰ এধাৰি এটা লৈ যাব লাগে। চিপ ডালেদি সুমুৱাই দিলে সি গৈ কাছৰ গাত পৰিবগৈ। খোপনি এৰি দিব। সেইটোৱে মন্ত্র। মই যিবাৰ বৰ কাছটো লগাইছিলোঁ, তিনি তিনিটা মৰদক ভগৰাই দিলে। দিনৰ আন্দাজ দুইমান বজাৰ পৰা ৰাতি আন্দাজ দহমান বজালৈ ৰণ চলিল। কেহো বলে মুহি ক্ষীণ।"

"সেইটো কাছ তিনিটা মানুহে কেঁকো-জেঁকোকৈ ভাৰ কৰি আনিছিলোঁ। এখন গাঁৱে খালে। বৰশী আৰু গুৰা আনিছনে নাই, এই বান্দৰ পোৱালীহঁত?"

সিহঁতে শেষৰ আষাৰ কথাও কাছ ধৰাৰ লগৰে কথা বুলি ভাবিছিল। অলপ পিছতে চমক খাই পেণ্টৰ জেপৰ পৰা দিয়াচলাই এটা উলিয়াই বেণুৱে বুঢ়াৰ হাতত দিলে।

বৰশী বন্ধা কামটো ৰছি বটাৰ সমানেই টান। কৌশলটো অৱশ্যে সহজ। গাঁঠিটো সাধাৰণ কিন্তু তাৰ পিছত বৰশীটো হাতবে ধৰি পাক দিওঁতে সাৱধান নহলে বৰশী আঙুলিত লাগি যাব পাৰে। বৰশী বান্ধি সীহৰ গুৰা বন্ধাৰ লগে লগে বুঢ়াক সুধিলে চেনিয়ে, "ককা, আমাৰ লগত আজি ওলা তয়ো।"

"মই বৰশী এৰা আজি দুকুৰি বছৰ হ'ল—"

ককাৰ সুৰটো অলপ ঢিলা পাই দুয়োটাই চিঞৰি উঠিল, "নহয় ককা, তই মাথোন ওচৰত বহি থাকিবি, আমি তামোল ধঁপাত লগাই দি থাকিম। তই তাহানিৰ বৰশী বোৱা সাধু কৈ থাকিবি।"

"বৰশী বাঁওতে কথা পাতিলে মাছে খুটিবনে? সিহঁতে মানুহৰ মাত সহজে বুজিব পাৰে। চঁকে।"

আচলতে ককাই বৰশী বাঁওতে মাছে খোটা মন্ত্ৰ জানে বুলি দুয়োৰে গভীৰ বিশ্বাস। তাৰ উপৰি ককাই ৰছিডাল জাৰি দিলেও মাছে খোটে। ককাক লগত নিব পাৰিলে মন্ত্ৰৰ সহায়ত বহুতো শল বগৰাব পাৰিব— এয়ে সিহঁতৰ ধাৰণা।

ককাই নীৰৱে বৰশী বন্ধা আৰু সীহ লগোৱা কাম শেষ কৰিলে। পুঙা দুটা বান্ধিবৰ সময়ত এবাৰ মাত্ৰ সুধিছিল, "ভোগ এহাতনে ডেৰহাত দিব লাগিব। কিমান দ পানীত বাবি?"

বৰশীৰ পৰা পুঙাটো যিমান আঁতৰত বন্ধা যায়, সিমান তাৰ ভোগ। দ-পানীত ভোগ বেছি।

"তেনেহলে যাবি ককা?"

মই বৰশী এৰা বহুত দিন হ'ল।

ককাৰ মাতটোত করুণ সুৰ এটা ধৰা পৰে। পৰে। সিহঁত ককাক এনে ৰূপত দেখা পোৱা নাই। সদায় পোন্দোৱা মুখৰ খিং খিঙীয়া মানুহটো, এই মুহূৰ্ত্তত যেন অলপ বেলেগ। বেয়া কথা মতা নাই। সিহঁতক গালি পৰাও নাই। সিহঁতৰ ভয় লাগিল কথা সুধিবলৈ। কি জানি ককাই পূৰ্ব্ব ৰূপত আকৌ দেখা দিয়ে। বেণুৱে ইতিমধ্যে চাহৰ পানী গৰম কৰিছিল। ককাই দেখুৱা জোখমতে গুৰ-চাহপাত আদি

দি চাহ তৈয়াৰ কৰি তিনিও খাবলৈ বহিল। "তহঁতে কি টোপ লৈছ? বৰল?" চাহ খাই খাই ককাই সুধিলে।

"কোকাটোপ অলপো ভাঙ্গি ল'ম। বৰল এবাহ বেণুহঁতৰ গোহালীত আছে। তাকো ভাঙ্গি নিম।"

"চাৰিটামান খলা ভাঙ্গি লবি। অলপ দ ঠাইত। কোকাটোপ-বোৰ ভাঙ্গি দিবি পানীৰ তলত। অলপ বোকাবোৰ ঘোলা কৰি দিলে ডাঙৰ ডাঙৰ মাগুৰ আহিব পাৰে।" চাহ এঢোক দুঢোক পি ককাই কৈ গ'ল।

"শল একা?" দুয়োটাই একেলগে চিঞৰি উঠিল। "শল ভেঁকুলী দি টোপাব পাৰিলে ভাল। সেই কাৰণে দুটা বৰশী লাগে। কাৰৈ মাগুৰৰ কাৰণে এটা ফুল বৰশী, খলাত পাতি থব লাগে। শল টোপাবৰ কাৰণে এটা টামচিং।"

সিহঁতৰটো দুটা বৰশী নাই। মনটো অলপ সেমেকি উঠিল দুয়োৰে। যি নহক, শল একোটা পালেও। ককাই কিন্তু ইমান খোলা দিলেৰে কেতিয়াও কাৰো লগত কথা পতা নাই। দুয়োটাৰ বৰশীডোল দুডাল ককাই মন্ত্ৰেৰে জাৰি তিনিবাৰকৈ ফুঃ মাৰি দিলে। ককাক আকৌ এবাৰ অনুৰোধ কৰিলে।

বুঢা এইবাৰ প্ৰায় ভাগি পৰিল। মাতটো বৰ কোমল কৰি ক'লে, "সেই দিনাৰ পৰা মই বৰশী হাতত দিয়া নাই। তাহানি ডেকা কালত ময়ো এদিন এনেকৈ শল টোপাবলৈ বুলি ওলাইছিলোঁ। কোকাটোপ ভাঙ্গিবলৈ পুৰণাবাৰী এখনলৈ গৈছিলোঁ। তাৰ পিছৰ পৰা বৰশী চোৱা নাই।"

"কি হ'ল ককা? তাৰ পাচত কি হ'ল?" দুয়ো উদ্বেগ আৰু আগ্ৰহেৰে চিঞৰি উঠিল। ককাই কিন্তু চাই আছে বহু দূৰলৈ—ইকবাৰ বেৰৰ জলঙা এটাইদি।

"তাত কি হ'ল ককা? তাত কি দেখিলি?" বেণুৱে সেহাই সেহাই সুধিলে।

"তাত দেখিলোঁ। বহুতো ক'লা পৰুৱা। বুৰবুৰীয়া টোকা পৰুৱা

যে? সিহঁতে কিবা এটা বস্তু আবৰি ধৰিছে। ওচৰ চাপি গালোঁ। বোধহয় আগদিনা পুৱতি ৰাতি কোনোবাই ওচৰত পুতি থৈছিল। শিয়ালে বোধহয় উলিয়ালে। মই যোৱা কাৰণেই কিজানি শিয়াল পলাল। গাৱঁত কিন্তু দেখাদেখিকৈ কাৰো কেঁচুৱা হোৱা নাছিল। কোনোবা পাষণ্ড, পাপীৰ কাম।”

ককাৰ কথাৰ সিহঁতে প্ৰথমে একো অৰ্থকে ধৰিব নোৱাৰিলে। তাৰ পিছত লাহে লাহে বুজিবলৈ আৰম্ভ কৰিলে। যেতিয়া বুজিলে—ডাঙৰ এজনে কিবা নক'বলগীয়া গোপন কথা এটা কৈ পেলাইছে, এনে এটা অস্বস্তিৰ ভাবেৰে সিহঁতৰ মন চটফটাবলৈ ধৰিলে।

“চকু দুটা ওলাই আছে, ঠৰঙ্গা। মই বৰশী এৰিলোঁ—দুদিনমানৰ পাচত গাৱঁ। এৰিলোঁ। তইঁত যা বোপাইহঁত, বেলি হব।”

সিহঁতো যেন যাব পাৰিলেই ৰক্ষা পৰে। লৰালৰিকৈ দুয়ো গুচি গ'ল। বাটত কোকাটোপ ভঙাৰ কথা আছিল, কিন্তু কাৰো আগ্ৰহ নাই। বেণুহঁতৰ গোহালীত বৰল ভাঙোতে দুয়োটাৰে দুটা টেমুনা উঠিল। অৱশেষত দুয়ো কুকুৰ লৰৰে যাত্ৰা আৰম্ভ কৰিলে। পুখুৰী যেতিয়া পাইগৈ, দেখে যে দুজন মানুহে বৰশী বাবই লাগিছে। ওচৰৰ গাওঁ দুখনৰ চিনাকী মানুহ। সিহঁতক দেখি দুয়োজনেই গম্ভীৰ হৈ পৰিল। যদিও ৰাজহুৱা পুখুৰী আৰু পানীৰ তলৰ মাছ, তথাপি বৰশী বাওঁতাই নতুন আগন্তুকক প্ৰথমে প্ৰতিদ্বন্দ্বী হিচাবেই লয়। দুয়োজনেই চিনাকী মানুহ; তথাপি সিহঁতে মাতিব খোজা নাই।

অগত্যা সিহঁতৰ এটায়ে মাত লগালে, “কেনে, খাইছেনে ককাইদেউ?”

দুয়ো গহীন হৈ মুখ দুখন সামান্য বিকৃত কৰি তুলিলে মাত্ৰ যেন সিহঁতৰ মাত শুনা মাত্ৰেই এই মাত্ৰ আহি খোট দিব খোজা শলমাছ দুটা ভিৰাই ধৰি লৰ মাৰিলে।

বেণুহঁতে নতুনকৈ মুখামুখি এজনৰ খালৈটো চালে। খালৈৰ গিৰিহঁত গৰ্জি উঠিল। মাছ চালে কি জানি মুখ লাগে। কিন্তু সিহঁতৰ হাতত বৰল টোপ দেখি সুৰ নমাই সুধিলে, “বৰল আনিছ হ'বলা? তেনেহলে

আশা আছে ?"

লগৰ জনে এই চলতে গৰ্জি উঠিল, "বাৰে ঠাইৰ মানুহে বাৰে ধৰণৰ টোপ দি মাছবোৰ বলিয়া কৰিলে। আগৰ এই শিঙি পুখুৰীতে কেঁচুটোপ দিয়েই মাগুৰ কাৰৈবে খালৈ ভৰাইছিলোঁ।"

প্ৰথমে জনে তেওঁৰ কথাত মৌখিক সমৰ্থন নিদি সিহঁতক ছুটামান বৰল টোপ খুজিলে। ইহঁতেও আনন্দ মনেৰে বাৰটামান বৰল টোপ দিলে। সিহঁতৰ উদ্দেশ্য নতুনকৈ ছুটামান খলাভঙাৰ। এইদৰে হাত কৰি নল'লে খলা ভাঙিবলৈ নিদিব, কাৰণ পানীত ঢৌ উঠিব! গতিকে লগৰ জনকো নোখোজাকৈয়ে বাৰটামান বৰল টোপ দিলে। তেওঁলোকৰ হাতত কোকাটোপ আছিল। অলপ অলপ ছুয়ো ল'লে। তাৰ পাছৰ পৰা কথাবাৰ্তাৰ আঁহ-পাহ মুকলি হ'ল। ডিঙি চেপি কথা কবলৈ এৰি চাৰিও স্বাভাৱিকভাৱে কথা পাতিবলৈ ধৰিলে।

"আজি মাছে নাখাব হ'বলা। বৰকৈ কমাইছে।" প্ৰথম জনে মাত লগালে। "ভাতে বাৰটো হ'ল শনিবাৰ। শনিবাৰে শিঙি পুখুৰীত মাছে নোখোটে, দেখ দেখ কথা। আজি তাৰ প্ৰমাণ পাইছোঁ।" দ্বিতীয় জনে ক'লে।

"তাতে চুৰুত ডাৱৰেও দেখা দিছে। ডাৱৰৰ গোন্ধ পালেও মাছে নাখায়। আউসী পূৰ্ণিমাতো নাখায়। এদিন ভুলতে পূৰ্ণিমাত আহি দিনটো নষ্ট কৰিলোঁ। দৰৱত দিবলৈ যদি চেঙেলি এটাও।"

প্ৰথমজনে বৰশীটো আন এটা খলাত পাতি পানীৰ পৰা বাহলৈ উঠি আহিল। সৰু গাঁঠিত সাৰতি অহা মস্ত চেলাপেতি জোক এটা থু দি একেবাৰে পুখুৰীৰ মাজলৈ দলি মাৰি পঠিয়ালে। দলৰ ওপৰত 'জপ'কৈ শব্দ হ'ল। হাতটো ধুই বিড়ি এটা জ্বলালে, এটা লগৰটোকো দিলে। বেণু আৰু চেনিহঁতে তামোলৰ টোপোলা উলিয়ালে। সিহঁতে বিড়ি খাই থাকোঁতেই বেণু আৰু চেনিয়ে পুখুৰীলৈ নামি গৈ ছুটা খলা ভাঙিলে। অৰ্থাৎ এক বৰ্গহাতমান ঠাইৰ দল আঁতৰাই হাতেৰে বোকা বোদালি দি, অলপ কোকাটোপ ভাঙি পানীৰ তলত আঙুলিৰে ছুবাৰমান টোকৰ মাৰি দিলে। মাছ আহে এনে শব্দ শুনিলে।

বৰশী দুটা পাতি, ভৱিৰ চেলাপেতি জোক একৰাই দুয়ো আহি পাৰত বহিলহি। পাচফালে এজোপা আঁহত গছ। তাৰ ছাঁতে দুয়ো বহিল। ডাল এটা পুখুৰীৰ পানীৰ ওপৰলৈ আগবাঢ়ি আহিছে।

পুখুৰীৰ কোনোবা চুকত বেতনিৰ কাষত 'ঘপ' 'ঘপ' শব্দ উঠিছে। শল মাছ। দলত পৰা ফৰিং আদি ধৰি খাইছে। বেণুহতঁৰ বুকুৰ ভিতৰতহে যেন শল মাছে মাৰি উঠিছে। দেহ ৰোমাঞ্চিত হৈ পৰিল। আহ, আহ, ঘপ কৰে টোপটো গিলি দে। হৰিবল ককাৰ মন্ত্ৰৰ দোহাই।……ককাৰ মন্ত্ৰই গুণ নিদিবনে চাগৈ ?

লাহে লাহে আৰু তিনি চাৰিজন 'বৰশীৱালা' আহি পুখুৰীৰ আনটো মূৰত বৰশী পাতিছেহি। মাছে খোটাৰ আচল সময় আহি পৰিছে। কোনেও কাঁহি এটা মৰা নাই। বেণু আৰু চেনিৰ চকু কেইটা বৰশীৰ পুঙাত গোঁজ মাৰি থৈ দিছে। কপালত থোপা। সিৰ কেইডাল উঠি পৰিছে। চকুত পচাৰ নাই।

অ'ত ত'ত চিপ মৰাৰ শব্দ। দুই এটা কাৱৈ মাছ উঠিছে। সিহঁতৰ বৰশীত কেতিয়াবা দুই এখোট পৰিলেও টোপটো ওলমি যায়। আচলতে টামচিং বৰশীত শল টোপোৱাৰ বাহিৰে পুখুৰীত আন মাছ ধৰিব নোৱাৰি। বৰশীটো ডাঙৰ হোৱাত আন মাছে গিলিব নোৱাৰে। কিনাৰত টানি টানি গুং অকণ উলিয়াই টোপ একৰাই লৈ লৰ মাৰে।

ওচৰৰ মানুহজনে চিপ মৰাৰ লগে লগে ডোল ডাল শূন্যতে চাৰি পাক মান চক্ৰকাৰে ঘূৰাই আনে। সেইটোকে বোলে "কলচিপ"। মাছৰ কলত লাগি ধৰিব বোলে! যি চিপেই নহওক, সৰু-সুৰা মাছৰ কল ছিগি বহুত দূৰত পৰিবগৈ।

আনজন মানুহৰ চিপ মৰাৰ কাইদায় বেলেগ। কঁকালটো ভাঁজ কৰি এনেভাৱে চেলচেলি খুৱাই চিপ মাৰিব, যেন ভয়ঙ্কৰ মাছ এটাহে উঠালে। হয়তো কাৱৈ টিলা এটা, নাইবা সুদা বৰশীটো। চেনিৰ কিন্তু সম্পূৰ্ণ বেলেগ নিয়ম। তাৰ পুঙাটো তিনিবাৰ মান লৰিলেই হ'ল। ডাঁৰিটো এনেভাবে কিবা এটা পাকত লৰাই দিব, সিলসিলিয়া আগটো কেবাবাৰো জোকাৰ খাই উঠিব। লগে লগে পানীৰ তলৰ

বৰশীটো এনেভাৱে লৰিবলৈ ধৰে যে মাছ সাৰি যাব নোৱাৰে। এবাৰ পেটেদি চিলাই মাছ এটা আনিছিল বুলি সি সদায় গৌৰৱ কৰে। সি চিপ মাৰিব নালাগে, বৰশীটো ডাঙি আনিলেই হ'ল। ইয়াৰ ভিতৰতে ছুটামান কাৰৈ মাছ সি ধৰিলেই। বেণু কিন্তু টিপ মাৰি মাৰি হায়ৰাণ হ'ল। পানীত নামিব লগা হোৱাত কেবাটাও জোঁকে তাক খালে। খং উঠি বৰশীত ছুটামান বাঁহটোপ সী খলাত পাত্তি থৈ পাৰলৈ আহি ঘাঁহৰ ওপৰত পেটপেলাই পৰি থাকিলহি। লগে লগে তামোলৰ টোপোলাটোও মেলি ল'লে। তামোলৰ লোভত এজন এজনকৈ চাৰিওজনেই চাপি আহিল। তামোল খোৱাৰ পিছত বাকী দুজনে বিড়ি জ্বলালে। সকলোৰে মুখত বিৰক্ত আৰু হতাশা। সোনকালেই যে যাব লাগিব তাৰ আলোচনা চলিল।

এনেতে বেণুৰ হঠাৎ চকুত পৰিল তাৰ বছিডাল যেন লৰিছে, পুঙাটো যেন নাই। কেউজনৰ চকু তালৈ গ'ল। "মাৰ মাৰ, চিপ-মাৰ", তিনিও একেলগে চিঞৰি উঠিল।

বেণুৱে শোৱা ভাঁজৰেই এছোৱা চুঁচৰি ঘৰামুটি খাই গৈ পোনেই চিপ মাৰি দিলে। ডাঁৰিৰ আগ ভিৰ খাই গ'ল, নতুন মুগাৰ সূতাৰ ডোলে কন্‌কনাবলৈ ধৰিলে। পকাশল এটাৰ ৰঙচুৱা পখৰা বুকুখন চাঁৎ কৰে সকলোৰে আগেদি পাৰ হৈ গ'ল। কিন্তু মাছ যে নামি নাহিল।

দহহতীয়া ডাঁৰিৰ আগৰ দহহতীয়া ডোল গৈ আঁহতৰ ডালত পাক খাই ধৰিলগৈ। ডালত ওলমি ধৰফৰাই আছে শল মাছটো।

এনে এটা দুৰ্যোগৰ কাৰণে আনকি শল মাছটোও প্ৰস্তুত নাছিল। সকলোৱে ডাঙৰকৈ হাঁহিবলৈ ধৰিলে। এজন এজনকৈ প্ৰত্যেকেই চেষ্টা কৰিলে। "গছত উঠি ডালৰ আগলৈ বগাবলৈ কাৰো সাধ্য নাই। শক্তিকে একমাত্ৰ উপায় হ'ল বছিডাল ছিঙি সুদা ডাঁৰিটো লৈ ঘৰলৈ যোৱা, মাছটোলৈ মনত পেলাই ভাত এসাঁজ খালেই হ'ল।" সিটো মুখৰ পৰা এটাই বিঙিয়ালে। সময় বেছি নাই সকলোৱে নিজ নিজ বৰশীলৈ গ'ল। বেণুৱে ফৰ্মুটি কেইডালমান যোগাৰ কৰি আনিলে। মাছটোলৈ লক্ষ্য কৰি ফৰ্মুটিয়াবলৈ ধৰিলে। এবাৰ ফৰ্মুটিৰ এটা পূৰ্ণহতীয়া

কোৱত মাছটো ডালটোত আওপাক ঘূৰি গ'ল। তাৰ ফলত ডোলডাল এপাক মুকলি হ'ল। লগে লগে মাছটোৱেও ধৰফৰাবলৈ এৰি দিলে। ডোলডাল ডালটোত এপাক লাগি থকাৰ কাৰণে মাছটোৰ ভৰত বৰ্চিডাল তললৈ নামি অহাৰ লক্ষণ দেখা গ'ল। এতিয়া ডাঁৰিডালৰ পৰা ডোলডাল একৰাই দিব পাৰিলে, বা ছিঙি দিব পাৰিলে মাছটো নামি আহিব।

চেনিক মাতি আনি বুদ্ধিটো ব্যাখ্যা কৰিলে। চেনিয়ে নিজৰ ডাঁৰিটোৰ গুৰি ডালেৰে বেণুৰ ডাঁৰিৰ ঠিক আগত ডোলডালত কোবাবলৈ ধৰিলে। ডোলে কন্‌কনাই উঠিল। এবাৰ কটং কৰে শব্দ কৰি ডোল ছিগি গ'ল। কোঁ কোঁ কৰে মাছ নামি আহি ধপ্ কৰে মাটিত পৰিলহি। মাছ মৰি আছে। ফৰ্মুটি মুৰত পৰিছিল। মুখ ফালি পেটৰ পৰা বৰশী একৰাই আনিব লগা হ'ল। কিন্তু পকা শল; খাবলৈ মাংস যেন লাগিব—সকলোৱে মন্তব্য কৰিলে। ইতিমধ্যে কেউজনে বৰশী সামৰি যাবলৈ সাজু হৈছিল।

হঠাৎ বেণুৰ সকলো উছাহ জঁয় পৰি গৈছে। ডোলডাল আকৌ বৰশীত লগাই হাতভৰি ধুই আহি যাবলৈ ধৰি কৈ উঠিল, "মাছটো লাগে যদি তয়ে ল চেনি, মোক নালাগে।"

কি আচৰিত? সকলোৱে তালৈ ঘূৰি চালে। "ধেৎ! বলিয়া হৈছ নেকি?"

'নিনিয় যদি, আন কাৰোবাক দি দে।"

নিৰুপায় হৈ চেনিয়ে মাছটো লানি এডালত চিলাই ললে। গোটেই বাট ছোৱা দুয়ো নিমাতে আগবাঢ়িল। ককাৰ পদূলিত সন্ধ্যা লাগিছে। ককা বাটতে ওলাই আছিল। মাছ দেখুৱাই গোটেই বৃত্তান্ত বৰ্ণনা কৰিলে চেনিয়ে। বেণু মাত্ৰ থিয় হৈ ৰ'ল। যেতিয়া চেনিক মাছটো দিছে বুলি ককাই একে থৰে বেণুলৈ চাই ৰ'ল!

"এনেয়ে মোৰ ভাল লগা নাই।" ককাৰ চকুৰ ভাষাৰ উত্তৰ বেণুৱে মুখেৰে দিলে।

"হেৰ কিয় ?" ককাই আৰু এখোজ ওচৰ চাপি বেণুৰ চকুত চকু ৰাখি সুধিলে।

বেণুৱে চকু ছুটা আঁতৰাই আনিলে। গাটো ভাঁজ এটা কৰি উত্তৰ দিলে—"মোৰ ভাল লগা নাই। চকু ছুটা কেনেকুৱা ঠৰঙা।......।"

সন্ধিয়াৰ আন্ধাৰত ককা যেন মায়া হৈ গ'ল। মাত্ৰ চকু ছুটা বৰালী মাছৰ দৰে বগা হৈ একেথৰে জিলিকি উঠিল। সেই চকুত দৃষ্টি নাই। বেণুৱে সেই চকু হাললৈ চাব নোৱাৰে।

ছুয়ো ঘৰলৈ উভতিল। ছুয়ো কথা পাতিব খোজে, কিন্তু কথা বিলাক বুকুৰ ওচৰত ঢপঢপাই নাইকিয়া হৈ যায়। চেনিয়ে মাছটো লৈ বাঁহতললৈ দলি মাৰি দিলে।

ছুয়োৰো সীমাবদ্ধ অভিজ্ঞতাৰ মাজত কেইবাটাও প্ৰশ্নই বৰলৰ দৰে বেঢ়ি বিন্ধিবলৈ ধৰিলে···"সেই চকু ছুটা কাৰ ? ককাৰ লগত তাৰ কি সম্পৰ্ক ?" ●

( 'কাঠনিবাৰী ঘাট'ৰপৰা ঃ ১৯৮৫ )

# দোহা-গৰকা প্ৰেম

পথাৰৰ পৰা আহিয়ে গাটোত ছালে-বাৰে পানী একলহ ঢালি, জাৰত কঁপি কঁপি কণামুনাকৈ ভাতখিনি গিলি বলোৰাম কাপোৰ পিন্ধাত লাগিল। ধৈণীয়েকে খৰধৰকৈ তামোলৰ বটাটো আগত আনি ধৰিলে। পাঁচ বছৰীয়া সৰু ল'ৰাটোৱে ফাফৰে ধৰা দেউতাকৰ জোতাযোৰ ফটাকানি এখনেৰে ছুবাৰমান জোৰৰে ঘঁহি দেউতাকলৈ আগবঢ়াই দিলে। সৰু ছোৱালীজনীয়ে মাফলাৰখন বিচাৰি আনি দুই হাতেৰে দেউতাকৰ সন্মুখত দাঙি ধৰিলে। সকলোৰে শেষত ধৈণীয়েকে বাকচ মেলি জাপৰ পৰা এড়িয়াৰ বৰ কাপোৰখন বলোৰামৰ কান্ধত জাপৰেই পেলাই দিলে। বছৰৰ প্ৰথম জাৰ পৰিছে, তাতে কিন্‌কিনিয়া বৰষুণ হৈ ঠাণ্ডাত হাড়লৈকে কঁপাই তুলিছে।

বাকচৰ কাপোৰৰ মাজত নেফ্‌থেলিন এটা থৈছিল বোধহয়, কাপোৰখনৰ পৰা তাৰেই মৃদু গোন্ধ এটা ওলাই বলোৰামৰ মনলৈ আগৰ দিনবিলাকৰ, দহ বছৰৰ আগৰ দিনবিলাকৰ সোঁৱৰণীবোৰ আনি দিলে।

…"মই এখন এড়িয়াৰ বৰকাপোৰ লগাম ; ক'ত পায় এড়ি পখিলা এটা আনি দিব।"

"ওঁ……এড়ি পখিলা পুহি কণী পৰাই, পলু উলিয়াই, লেটা কৰি, টাকুৰীত সূতা কাটি এড়িয়াৰ বৰকাপোৰ বৈ মোক পিন্ধাব নালাগে বাৰু। ঘৰৰ বাকী কাম-বন বিলাককে কৰি উশাহ ল'বলৈ সময় নাই।"……..

সঁচাকৈয়ে বলোৰামৰ মাক মৰাৰ পিছৰ পৰা গোটেই গৃহস্থীৰ ভাৰ ধৈণীয়েকৰ ওপৰত পৰিল। আগতে শাহুৱেকেই বান্ধনীঘৰৰ জঞ্জাল মাৰিছিল, ল'ৰা-ছোৱালীৰ জঁাজ মাৰিছিল ; বোৱাৰীয়েক ঢেকি, পানী, পথাৰ-সমাৰ, চোতাল-ঘৰ আদিৰ বাকী যাৱতীয় গৃহস্থালীৰ কাম কৰে। বিয়া হোৱাৰ মাত্ৰ পাঁচ বছৰহে হৈছিল, প্ৰথম সন্তান ল'ৰাটোৰ দুবছৰ আৰু দ্বিতীয় সন্তানৰ আগন্তুক দেখা গৈছিল। গতিকে আকৌ

এড়ি পোহাৰ জালটোও সি চপাই দিব খুজিলে।

কিন্তু 'চঞ্চল গাভৰু' ঘৈণীয়েকৰ এলাহ নাই, ভাগৰ নাই। এদিন মূৰৰ গাঁও এখনলৈ ফুৰিবলৈ গৈ এঘৰৰ পৰা পথিলা ছুটা লৈ আহিল। সিহঁতে কণী পাৰিলে, কণী ফুটি পোৱালী হ'ল, প্ৰথমে কুঁহি এৰাপাত, পিছলৈ পুৰঠ এৰাপাত খাব পৰা হ'ল, তাৰ পিছত এদিন যেতিয়া পলুবিলাক পকিল তেতিয়া ডাঙৰ পাছি এটা কলমধুনাৰে ভৰাই তাৰ মাজত সেই পকা পলুবিলাক নি থ'লে। সেই দিন কেইটাৰ বিস্ময়, উত্তেজনা বিলাক আজিও যেন ঘৰখনৰ ছালে-বেৰে লাগি আছে। সেই কলমধুনাৰ পাছিত পকা পলুবিলাকে লেটা বান্ধিলে নিজকে সেই লেটাৰ মাজত সুমুৱাই লৈ; আৰু সেই লেটা বিলাকেই হ'ল এড়ি চোকোৰা। ঈশ্বৰৰ কি অদ্ভুত সৃষ্টি আৰু মানুহৰ কি বুদ্ধি-কৌশল! সি বাহিৰত প্ৰকাশ নকৰিলেও সেই কেইদিন নিজৰ ঘৈণীয়েকক মনে মনে প্ৰশংসা কৰাৰ লগতে এইদৰে ভাবিছিল।

সেই এড়িৰ চোকোৰা বিলাক কল-মধুনাৰ পৰা একুৱাই আনি পিছফালৰ চোতালত ডাঙৰ কেৰাহী এটাত সিজালে, ভিতৰৰ লেটা বিলাক উলিয়াই পেলালে।

তাৰ পিছত, নিজেই এটা ডাঙৰ টাকুৰী হৈ ঘূৰি ফুৰা মানুহজনীয়ে কামৰ ফাকে ফাকে টাকুৰী এটা লৈ এড়ি সূতা কাটিবলৈ ধৰিলে সেই এড়ি চোকোৰা বিলাকৰ পৰা। এটা তামৰ ডবল পইছাৰে সি টাকুৰী এটা সাজি দিব লগা হল। কমাৰৰ ঘৰলৈ নি ডবল পইছাটোৰ সোঁ-মাজত কেঙা আঙুলিৰ আগটো সোমাব পৰা ফুটা এটা কৰাই আনিছিল সি। কিন্তু এড়ি সূতা কটা টাকুৰী তাতোকৈও অলপ গধুৰ হব লাগে। গতিকে শহুৰেকৰ ঘৰৰ পৰা কাছৰ চলং আনি ঘূৰণীয়াকৈ কাটি ডাঙৰ টাকুৰী এটা সাজি দিলে সি।...ছবছৰৰ মূৰত এড়িয়াৰ ৰৰ-কাপোৰখন শালৰ পৰা কাটি উলিয়ালে। এড়ি চাদৰ একোখন, এখন গৃহস্থীৰ স্থাৱৰ সম্পত্তিৰ দৰে হৈ পৰে; বেলেগ নিলগ হ'লে আনকি ভাই ভাগতো বিচাৰে।

"এইখনেই মই আপোনাক দিব পৰা ডাঙৰ সম্পত্তি বুলি ধৰিব

আৰু ভালদৰে চপাব। কৰবালৈ গ'লেও বাতি থাকিব লগা হলে জাপত লৈ মুগুৱ। গাৰ ওপৰতে লাহেকৈ পেলাই থব।—'ভাল কাপোৰ নষ্ট হয় যদি লয় জাপত, ভাল ল'ৰা নষ্ট হয় কথা নোসোধে বাপত'—আমাৰ কথাতে কয়। এতিয়াই গাত উৰিব নালাগে, মই খাৰণিত সিজাই খাৰ পানী উলিয়াই ভালদৰে ধুই দিয়াৰ পাছতহে গত উৰিব পাৰিব।"

চৰকাৰী অফিচৰ পিয়ন বলোৰাম। চেঙেলীয়া বয়সতে দেউতাকে অফিচৰ বৰবাবুক ভাৰ-ভেটী দি তাক পিয়ন কামত সুমুৱাই দিছিল। তেতিয়াৰ পৰা আজি বাইছ বছৰ হ'ল। এতিয়া বলোৰাম হেডপিয়ন।

বলোৰামে কান্ধৰ এড়ি-চাদৰখন নাকৰ আগলৈ আনি দীঘল দীঘল উশাহ লৈ শুঙিবলৈ ধৰিলে। মুহূৰ্তৰ কাৰণে তাৰ গোটেই দেহ-মন আচ্ছন্ন হৈ পৰিল। তাৰ প্ৰথম যৌৱনৰ লগৰী, তাৰ জীৱন-মৰণৰ সঙ্গী, পুৰঠ গাল-মুখ হাত-ভৰিৰে মাগুৰ বৰণীয়া, গঢ়িত চকু-মুখ দেহৰ গৰাকিণী সেই গাভৰু ছোৱালীজনীৰ সমগ্ৰ দেহ, তাইৰ আত্মা, চাদৰখনৰ প্ৰতিটো আঁহৰ লগত মিহলি হৈ সেই মুহূৰ্তত এটা মধুৰ উম আৰু গোন্ধ হৈ তাৰ চালৰ প্ৰতিটো বিন্ধাইদি দেহৰ ভিতৰত সোমাই পৰিল। তাৰ দেহৰ ভিতৰত মানুহজনীৰ জীৱন্ত দেহটো যেন সি অনুভৱ কৰিব পাৰিলে! কিন্তু এতিয়া এইবিলাক ভাৱনা কল্পনাৰ সময় ক'ত, অফিচলৈ দেৰি হৈ যাব। সি খৰপচকৈ চাদৰখন কাণেমূৰে কেনিও বতাহ সোমাব নোৱাৰাকৈ মেৰিয়াই লৈ বটাৰ পৰা তামোল এখন মুখত ভৰাই, 'ওঁই মই আহোঁ' বুলি সদায়ে ঘৈণীয়েকক মাত লগোৱাৰ দৰে মাত লগাই চোতালতেই চাইকেলত জাপ মাৰি উঠি গন্তব্য স্থানলৈ কোব ললে। পাঁচ মাইল বাট যাওঁতে আধা ঘণ্টাৰ ওপৰ লাগিব। বেলিটো ডাৱৰে ঢাকি ধৰাত বেলা কিমান হ'ল উমান কৰিব নোৱাৰিলে।

কিন্‌কিনিয়া বৰষুণ আৰু কেৰকেৰীয়া বতাহ অৱজ্ঞে চুৰিয়াখন ডবল লেংটি মাৰি লৈছে। হাতদীঘল মোটোহা উলৰ চুৱেটাৰটোৱে বৰ্ণ-শংকৰ ৰূপ ললেও অন্ততঃ বুকুখনত উম দিব পৰা শক্তি এতিয়াও হেৰুৱাই পেলোৱা নাই। চুৱেটাৰৰ ওপৰত এটা খাকী ৰঙৰ চাৰ্ট।

চাৰ্টৰ ওপৰত খাকী ৰঙৰে এটা পাতল কোট। কোটটোৱেও এই পৃথিৱীত বহুদিন ঠাণ্ডা উপভোগ কৰিছে। ডিঙিলৈকে বুতাম মৰা কোটটোৰ ওপৰত ভুটীয়া বেপাৰীৰ পৰা কিনা অস্বাভাৱিকভাৱে উজ্জ্বল বিভিন্ন ৰঙৰ দীঘল মাফলাৰখন ডিঙিটোক আবৰি চাৰি প্যাক মান দি মেৰিয়াই লৈছে। সকলোৰে ওপৰত এড়িয়াৰ বৰ-কাপোৰখন কাণে-মূৰে জপটিয়াই এনে ভাৱে মাৰি লৈছে যে, এই সাজ পিন্ধি চেৰ্পাদলৰ লগত সহজেই হিমালয়ত খোজকাঢ়ি ফুৰিব পাৰি। কিন্তু হাতৰ তলুৱা দুখন শিল যেন চেঁচাহৈ নিঃসাৰ হৈছে। চাইকেলৰ হেণ্ডেলৰ মুঠিয়া নথকাত লোহাডালত মুঠি মাৰি ধৰা হাতখনৰ মুঠিত বৰফৰ লডা এটা খামোচ মাৰি ধৰি থকাৰ দৰে লাগিছে। এনে অৱস্থাত হেণ্ডেলডাল পোনাই ধৰি চাইকেল চলোৱা প্ৰায় অসম্ভৱ; অৱস্থাটো নিয়ন্ত্ৰণৰ বাহিৰ হওঁ হওঁ! চুৰিয়াখনৰ মাজেদি ফেৰফেৰিয়া বতাহ অহৰহ পাৰ হোৱাৰ ফলত আঠুৰ কিছু ওপৰৰ পৰা সৰু গাঁঠিৰ ওপৰলৈকে ভৰিৰ এই অংশত খুটৰীয়া কাঁইটে বিন্ধাদি বিন্ধিছে। কিনকিনিয়া বৰষুণ বতাহৰ গতিত এচলীয়াকৈ পৰি আঁঠুৰ তল অংশ দুটা তিয়াই পেলোৱাত চুৰিয়াৰ সেই সেই অংশ ভৰিৰ অংশ দুটাত লিপিট খাই ধৰাৰ ফলত চাইকেলৰ পেডেল মাৰোতে প্ৰত্যেক বাৰে টানি টানি ধৰিছে। মাজে মাজে এখন হাতেৰে চুৰিয়াৰ সেই অংশ টানি টানি এৰুৱাই দিব লগা হোৱাত চাইকেলখনৰ ভাৰসাম্য ৰাখিব নোৱাৰা অৱস্থা হৈছে।

এবাৰ সেইদৰে লিপিট খাই ধৰা চুৰিয়াখন হাতেৰে এৰুৱাই নিদি জোৰ দি পেডেল মাৰি দিয়াৰ ফলত চুৰিয়াৰ জোৰ পৰা অংশটো গ'ল ফিচিকি!

সৰ্বনাশ! গ'ল সেইখন চুৰিয়া। আৰু দুবাৰ মান ফটা অংশত জোৰ পৰিলে অফিচ পাওঁতে গাত চুৰিয়াই নাথাকিব।

কিন্তু উপায় নাই, হয় এটা হাতেৰে চুৰিয়াখন এৰুৱাই থাব লাগিব; নহয় কাটিবলৈকে এৰি দিব লাগিব।

সেই কাৰণেই পেণ্ট পিন্ধিব লাগে। অফিচৰ-চাহাবে সদায়

নিহঁতক কৈ আছে, চৰকাৰী পোছাক পিন্ধিবলৈ। এতিয়া পেণ্ট পিন্ধিবলৈও লাগে লাজ, নিপিন্ধিলেও এই জঞ্জাল। আজি যদি পলম হয় অফিচৰ বৰবাবু, চাহাবৰ কিমান বকনি শুনিব লাগিব।

তাতে বৰবাবুৱে বাঁহৰ জেং এগাড়ীৰ কথা কৈ থকা এমাহ হ'ল। চাহাবক লাগে, খৰি এগাড়ী। আজিকালি গছ-গছনিয়ে নাই, খৰি আনে ক'ৰ পৰা? আৰু বাঁহতলত সোমাই জেং বিচৰাও জানো কম জঞ্জালৰ কাম? আগৰ দৰে জেং পৰি নাথাকে; মানুহে কুঁহিয়াৰৰ জালিগাতত জ্বলাবলৈ আগৰে পৰা গোটাই থয়। বাঁহতলত জেং টানোতেও এটা বেলা খতি, গাড়ীত জাপি গৰুৰে টনাই পাঁচমাইল বাট গৈ 'টাওন' পাওঁতে আৰু এটা বেলা যায়। ইপোনে অফিচৰ কামো খোজ অনাই পূৰা লাগিব। জেঙৰ দাম দিব এডালত চাৰি বা পাঁচ অনা। দহডাল জেঙত দহটকা পালেহে যদি দিনটোৰ কষ্ট সাৰ্থক। এতিয়াও এই জেং এডালত বাৰ অনা চৈধ্য অনাকৈ আনে ল'ব। হঠাৎ বলোৰামৰ হাঁহি উঠি গ'ল। এডাল বাঁহৰ জেঙৰ দাম বাৰ অনা!! কিনো দেশ কিনো হল ঐ! কলিকাল!! তাৰ নিচিনা তাহানিৰ "কিংপ্ৰাইমাৰ" খন শেষ কৰিব নোৱাৰা মানুহ এটাই হেডপিয়ন হৈ মাহে ছকুৰি সাতকুৰি ৰূপ দৰ্মহা পোৱাৰ কথা ভাবিব পৰিছিলনে সি সমাজিকতো? তাহানিৰ মহাৰাণীৰ টকাৰে এদোণ এমূৰীয়া হ'লহেঁতেন।........আনপোনেও আকৌ চাওঁ, আগৰ চুৰিয়া এখন গোলাত কিনিবলৈ দাম আছিল দহ অনা বাৰ অনা। এতিয়া তেনে এখন চুৰিয়াৰ দাম ছটকা, আঠ টকা। আগৰ মিঠাতেল এপোৱাৰ দাম আছিল ছপইছা সাত পইছা, এতিয়া একা? মাজতে এপোৱা মিঠাতেলৰ দাম পাঁচসিকি-ডেৰটকাও হৈছিল। হৰি হৰি! আগৰ আধাসেৰ গৰু-ঘিউৰ দাম।

'চেবেক্'।

গ'ল আকৌ এহাতমান কাটি।

"গ'লনে? যা, যা, যাবৰ দিন পৰিছে বেছিয়া যা। ঘৰত হুমুকি মাৰি স্তিয়নি কৰি ল'ম। কিন্তু আজিৰ দিনটো বাট চাচোন হেৰ!"

আকৌ এবাৰ হাতেৰে ধৰি টানিবলৈ যাওঁতেই হেণ্ডেলডাল ঘূৰাব নোৱাৰা হ'ল আৰু চাইকেলে লাহে লাহে, আলিৰ কাষৰ গড়াই দি নামি যাবলৈ বাট ল'লে।

বলোৰামে চুৰিয়া টানিবলৈ এৰি তৎক্ষণাৎ দুই হাতেৰে হেণ্ডেল ধৰি পোন কৰি বাওঁ ভৰিটো মাটিত নমাই খোপনি ধৰি সোঁভৰিটো নমাবলৈ চেষ্টা কৰিলে হয় কিন্তু সোঁভৰি চেডেলখনৰ ওপৰলৈকে ডাংখালে আৰু মাটিলৈ নমাই আনিব নোৱাৰা হ'ল। কাৰণ চাইকেল খনে গড়া পাই ব্ৰেকৰ বাধা ভৰিৰ খোপনিকো কেৰেপ নকৰি লাহে লাহে তললৈ নামি যাবলৈ ধৰিলে। সাধাৰণ অৱস্থাতো আগচকাৰ ব্ৰেকে কাম নকৰে, পিছ চকাৰ ব্ৰেকৰ ৰবৰ খয় যোৱাত তৎক্ষণাৎ গতি বন্ধ নহয়। সেই অৱস্থাৰেই বলোৰামে বাওঁ ভৰিটোৰে কেইখোজ মান দুপিয়াই দুপিয়াই যোৱাৰ পিছত চাইকেলখন আৰু ধৰি ৰাখিব নোৱাৰিলে। হাত এৰি দিবলৈ বাধ্য হ'ল। মানুহটো আলিৰ ওপৰতে থেকেচা খাই পৰিল, সোঁভৰিৰ চুৰিয়াৰ এটা অংশ চেডেলখানতে লাগি ৰ'ল আৰু চাইকেল গৈ কাটি হৈ গড়াৰ তলত পৰিল।

বৰষুণ কিন্‌কিনায়ে আছিল, ফেৰফেৰীয়া বতাহ জাকো।

চাৰিওফালে চাই মানুহ দুনুহ কাকো নেদেখি এটা স্বস্তিৰ উশাহ লৈ বলোৰাম থিয় হ'ল। আলিৰ খালত ডোঙা বান্ধি থকা পানীত হাতখন ধুই ল'লে। চাইকেলখন বৰ কষ্টেৰে তলৰ পৰা গড়া উঠাই আলিবাটলৈ তুলিলে। চুৰিয়াৰ ফটা অংশটো ঢাকি ভালকৈ মেৰিয়াই গাঁঠি এটা দিলে। তাৰ পিছত চাইকেলত আকৌ উঠিবলৈ গৈ তেতিয়াহে মন কৰিলে এড়ি কাপোৰখনতো অলপ বোকা লাগিল।

সঁচাকৈয়ে তাৰ আজি কোনোবা এটা গ্ৰহ মন্দ। বা গুৰু কৰবাত ভাল। গুৰু ভাল নোহোৱা হ'লে মানুহটোৱে ক'ৰবাত কিবা এটা ঘাইল হ'লহেঁতেন।

অফিচত সদায় খাই থকা গালি আৰু বকনিখিনি হজম কৰি তলতীয়া পিয়ন বিলাকক কামৰ দিহা দি বাৰাণ্ডাত বহিবলৈ ব'দ ললে

আৰু একাপ চাহ খালে। কাৰণ এঘণ্টামানৰ পাছত বৰষুণ এৰিছিল। ভাৱৰৰ মাজৰ ৰ'দ বৰ চোকা, কিছু সময়ৰ পিছত মাটিৰ পৰা ভাপ ওলাই এটা গপ গপনি গৰম আৰম্ভ হ'ল। কাপোৰৰ মেৰ পাক বিলাক গুচাব পৰা হ'ল। এড়ি কাপোৰখনৰ বোকা লগা অংশটো ধুবলৈ কলৰ পাৰলৈ গ'ল। ওচৰৰ ইন্সপেক্টৰৰ অফিচত তাৰ খুল-শালীয়েক অনিৰাম বোলাটোৱে পিয়ন কাম বাৰে। তাক দেখি মাতি আনি পানী কলটো মৰাই কাপোৰৰ বোকা লগা অংশটো ধুলে।

অনিৰামে এড়িচাদৰৰ 'হিষ্টৰি'টো জানে। বায়েকৰ যে কিমান হেঁপাহৰ আৰু মৰমৰ বস্তু, কেনেকৈ কামৰ ফাকে ফাকে সূতা কাটি এড়িচাদৰখন বৈছিল, সেইসময়ত ওচৰ চুবুৰীয়াৰ মুখে মুখে সেই কথাটোৰে আলোচনা হৈছিল। কাৰবাৰ ঘৰলৈ কিবা সকামত যাব লগা হ'লেও হাতত টাকুৰিটো, শুবলৈ যাওঁতেও হাতত টাকুৰিটো, মুঠতে টাকুৰিটো হাতত কঠাল এঠা লগাদি লাগি গৈছিল। ওচৰৰ জীয়াৰী বোৱাৰী, আনকি ডকাল শাহুবোৰেও হৰি হৰি কৰিবলৈ ধৰিছিল।

"কাপোৰখনত কেনেকৈ বোকা লাগিল ভিনিহি?"

—কলটোৰ পৰা পানী মাৰি মাৰি সুধিলে অনিৰামে।

"নকবি, আজি কিবা গুৰু ভাল আছিল। মাউৰত মৰা বতৰ এতিয়া দাং খালে। মই অফিচলৈ অহা সময়কণতহে তাৰ মহতালি।"

পেৰাৰ পৰা উলিয়াওতে কাপোৰখনৰ গাত যিটো ফুৰফুৰিয়া গোন্ধ আছিল এতিয়া কিনকিনীয়া বৰষুণ লাগি তাৰ পৰা গেলেপা লগা গোন্ধ এটাহে ওলাবলৈ লৈছে। কলটোৰ পাৰতে এখন জেওৰা আছে, অফিচৰ ফুলনিখনৰ জেওৰা। সেইখিনিতে ৰ'দ চেৰেঙা বহলাই পৰিছে। গতিকে কাপোৰখন তাতে মেলি দি খুলশালীয়েকক চকু দিবলৈ সোঁৱৰাই দিলে।

বলোৰাম গৈ নিজৰ অফিচৰ কামত লাগিলগৈ। অনিৰামেও সিহঁতৰ অফিচৰ ফাইল লৈ দৌৰাদৌৰি আৰম্ভ কৰিলে। বতৰ সম্পূৰ্ণ দঙাত, ৰ'দৰ কোব বেছি হোৱাত এড়িচাদৰৰ কথা স্বয়ং বলোৰামেও পাহৰি পেলালে।

আৰু অফিচ ছুটী হোৱাৰ সময়ত এড়ি চাদৰখন নাই। নাই, নাই, নায়েই আৰু।

অফিচৰ সকলো পিয়নে হুলস্থুলকৈ বিচাৰিলে। বৰবাবুৱে "আন্দাজ সময়টো" ধৰি গণনা কৰিলে, বলোৰামে খুলশালীয়েকক, খুলশালীয়েকে ভিনিহীয়েকক দোষা-দোষী কৰিলে।

বৰবাবুৰ গণনা মতে তিনিদিনৰ ভিতৰত পালে পাব পাৰে, নাপালে গ'ল।

বলোৰামে সকলোৱে শুনাকৈ সৌকা জৰোৱা বেজ লগাব বুলি হুমিয়ালে। শেষত তিনিদিনলৈ বাটচোৰাটোকে সিদ্ধান্ত কৰা হ'ল আৰু ঘৰত যেন কোনেও কথাটো নকয় আৰু অনিৰামেও নিজৰ ঘৰত বা এই কেইদিনত বায়েকৰ ওচৰলৈ গ'লেও বায়েকৰ আগত যাতে কথাটো মুলিয়াই তাৰ বাবে সাৱধান কৰি দিলে।

অ'ত-ত'ত সন্দেহজনক ঠাইত খোজ-খবৰ কৰি দুই এঠাইত মঙ্গল চোৱাই ৰাতি আঠমান বজাত বলোৰাম ঘৰমুৱা হ'ল। গোটেই গাটো তাৰ লাই সৰিয়হ ফুটা দিছে, গোটেই গাত যেন কোনোবাই জলকীয়া গুড়িহে সানি দিছে। গাৰ গোটেইখিনি তেজ গৈ মূৰত গোট খাইছেগৈ। আজিকালি তেনে এখন কাপোৰৰ দাম শ-ছকুৰি হ'ব, তাহানিৰ দিনতে তাক ডেৰকুৰিলৈকে দিয়া মানুহ ওলাইছিল।

এবাৰ ভাবিছিল কাৰবাৰ পৰা টকা ধাৰ কৰি তেনে এখন চাদৰ কিনি লৈ যায়। কিন্তু হুবহু তেনে এখন চাদৰ কিনিবলৈ ক'ত পাব? হুবহু পালেও যেনিবা, মাকে জানো নিজৰ সন্তানটোৰ চিন পাহৰে? আন্ধাৰত হাতেৰে ছুৱেই ঘৈণীয়েকে কৈ দিব পাৰিব, নিজে বোৱা কাপোৰ হয়নে নহয়। ৰবাব টেঙাব পঁচাদি টান মুঠিৰে টঁাৰমৰা এড়ি চাদৰখন পানীপিঠাখনৰ দৰে ডাঠ পানী নসৰকা হৈছিল। যিদিনা কাপোৰখন শালৰ পৰা কাটিছিল, সেইদিনা ঘৰত এখন তোলনী বিয়াৰ সমানে মানুহ হৈছিল। পুৰণা ব্লেড এখন যোগাৰ কৰি দহিৰ কাৰণে যথেষ্ট সুতা ৰাখি কাপোৰখন—"এ ৰামকৃষ্ণ বিচুকৰমী আই, দায় দোষ নধৰিবা"—বুলি কটাৰ লগে লগে ওচৰত গোটখাই থকা তিৰোতা

জুমৰ মাজত কাপোৰখন চুবলৈ হেন্তা-ওপৰা লাগিল।

"এইখনহে কাপোৰ। পদ্মৰ শনিৰ যোইগ্য কাপোৰ। জিলাৰ বৰ চাহাবৰ ওচৰলৈ নিলে এতিয়াই মেডেল দি দিব।"

ওচৰৰ ভাল শিপিনীৰ মুখতো এনে প্ৰশংসা বাণী শুনি বলোৰামৰ গাভৰু ঘৈণীয়েক তৰামাইৰ গাটো ফুলৰ চাকি যেন লঘু হৈ পৰিল। পখিলাৰ দৰে দুখন যেন মিহি পাখি গাটোৰ দুয়োকাষে যেন গজি উঠিল। ৰিবৰিব বতাহত গাওঁখনৰ তামোল গছৰ আগে আগে পাখি মেলি যেন ওপঙি ফুৰিছে গোটেই মানুহজনী আৰু তলৰ পৰা গাঁৱৰ, চুবুৰিৰ ল'ৰা-ছোৱালী, বোৱাৰী সকলোৱে হাতচাপৰি মাৰি চিঞৰিছে, বাঃ বাঃ দিছে। গিৰিয়েকে কাপোৰখন গাত উৰি যেতিয়া অফিচলৈ ওলাই গৈছে সকলোৱে কাপোৰখনকে বেঢ়ি বেঢ়ি যেন চাইছে, হাতেৰে চুইছে আৰু ঘৈণীয়েকক শলাগিছে ঃ "আৰু তোৰ মানুহজনী কম কাজী নহয় দেই।"

অকল সেয়েনে? স্বয়ং জিলাৰ বৰচাহাবে বাটতে গিৰিয়েকক দেখি মটৰ ৰখাই সুধিছে ঃ

"কোনে বৈছিল এইখন কাপোৰ?

"হজোৰ, বন্দীৰ পৰিবাৰে হজোৰ।"

"লৈ যা এইটো মেডেল আৰু এই দহটকা বক্‌চিচ্।"

ঘৈণীয়েকে সঁচাকৈয়ে এইখিনি কল্পনাৰ কথা তাক কৈছিল,— যিদিনা শালৰ পৰা কাটি উলিওৱাঁৰ পিছত প্ৰথম কাপোৰখন তাৰ গাত মেৰিয়াই দিলে সেইদিনা ৰাতি।

কথাবিলাক মনত পৰিলেই তাৰ হোহোৱাই হাঁহি দিবৰ মন যায়। আৰু অকলশৰে থাকিলে শব্দ কৰি হাঁহেও। আজিও মনৰ দুখৰ মাজতো তাৰ হাঁহি উঠি গ'ল। সেইদিনা সি কোমল বয়সীয়া সৰল মনৰ ঘৈণীয়েকজনীৰ মনটো বুজিব পাৰিছিল। বাহিৰৰ সংসাৰখনৰ আওভাও তেতিয়াও যেনেকৈ নাপালে, এতিয়াও, গিৰিয়েক, ল'ৰা-ছোৱালী আৰু ঘৰখনৰ শেষ নোহোৱা কামৰ মাজেদিয়ে জীৱনৰ সৰহ ভাগ সময় পাৰ হৈ গ'ল।...প্ৰথম তাৰ গাত কাপোৰখন দেখি অফিচৰ চুপাৰিনটেন্ চাহাবে তাক সুধিছিল, "আৰু এখন এনেকুৱা কাপোৰ

বোৱাই দিয়াব নোৱাৰনে, একুৰি টকা দিম।”

ৰবাবুৱে কৈছিল, “পঁচিশটা টকা দিওঁ দি দে মোকে। তই এখন বোৱাই ল’বি।

এই ডাঙৰ মানুহবিলাকে নাজানে নে নজনাৰ ভাও ধৰে? এখন এড়িয়াৰ বৰকাপোৰ বোৱা কেনেকুৱা ধৰণৰ কাম ইহঁতে ভাবিবই নোৱাৰে। অফিচত বহি বহি কলমটো লৰচৰ কৰিয়ে এপাছি দৰমহা নিয়ে মাহেকটোৰ মূৰত। আৰু যেনিবা এশটকাই দিলে, সি বিক্ৰী কৰিবই বা কিয়?

এমাহলৈ সেই মানুহজনীৰ সৰ্বশৰীৰৰ বিষ, বাউসীৰ, বৌখাহুটাৰ বিষ, কছাৰী ঘৰৰ বাকৰিৰ দোকানৰ পৰা কিমান ধৰণৰ বিষ খোৱা তেল কিনি মালিছ কৰিব লগা হৈছিল। কচুঠোৰৰ জাল, পাৰ মাংসৰ জাল খাব লগা হৈছিল; বিচুকৰমী আইৰ দোষ লাগিল বুলি গোপিনী সবাহ কৰিব লগাও হৈছিল।...

ঘৰ যেতিয়া পায়গৈ ঘৈণীয়েক, ল’ৰা-ছোৱালী সকলোৱে তাক বেঢ়ি ধৰিলে। ইটো সিটোৰ চেলু লৈ ঘৈণীয়েক কেইবাবাৰো পদূলিলৈ অহা-যোৱা কৰি আছিল। কাৰণ ৰাতিপুৱাৰ পৰা সোঁ চকুটো নাচি আছিল। তিৰোতাৰ সোঁ চকু নচা বেয়া। তাৰ উপৰি কেইবাদিনো সোঁহাতৰ তলুৱা খনো মাজে মাজে খজুৱাই আছে। সোঁহাতৰ তলুৱা খজুৱালে ধন ভগন, বাঁও হাতৰ তলুৱা খজুৱালে ধন উপাৰ্জন। তিৰেতাৰ ক্ষেত্ৰত। ভালটো নিমিলে বেয়া বিলাক ঘটে। আজিকালি যিহে মটৰৰ কোব, ‘মদকী’ ড্ৰাইভাৰ বিলাকে মানুহৰ গাৰ ওপৰতে মটৰ উঠাব খোজে। দিনে দিনে একোটা অঘটনৰ বতৰা কাণত পৰেই।

মনৰ কথা ল’ৰা-ছোৱালী কাৰো আগত প্ৰকাশ নকৰি অশান্তিৰে দিনটো পাৰ কৰিলে ঘৈণীয়েকে। আবেলি হোৱাৰ লগে লগে ঘৰৰ বনতো মন নবহা হ’ল। ল’ৰা-ছোৱালী কেইটাই মাজতে কোঢ়াল লগাই দবৰা-দবৰি কৰাত সিহঁতক উধাই-মুধাই বকিলে।

গিৰিয়েক আহি চোতালত চাইকেলখনৰ পৰা নমাৰ লগে লগেহে মানুহজনীৰ বুকুখন শাঁত লাগিল।

"ইমান দেৰি হ'ল কিয় ? মানুহ শুই নিঃপালি দিলে !"

"তইঁতি কি বুজিবি, চৰকাৰী কামৰ লেঠা। হেডপিয়নৰ সন্মান যেনেকুৱা, দায়িত্বও জানো কম ? গোটেই অফিচটো মোৰ মূৰৰ ওপৰতে।"—চাইকেলখন ঘৰৰ ভিতৰলৈ আনি বেৰত আওজাই থৈ গেথাই গেথাই কথা কিটা ক'লে।

"কাপোৰখন কি হ'ল ? জাৰত কোঁচ-মোচ খাইযে আহিব লগা হ'ল ? কাপোৰ ক'ত এৰিলে ?"

"ৰ'বিচোন হেৰ !" কৃত্ৰিম বিৰক্তিৰে কপালৰ আঁকবোৰ নাঙলৰ সীৰলুৰ দৰে বহল কৰি গিৰিয়েকে ভোৰভোৰালে, "মই মানুহটো দিনৰ দিনটো ৰাতি এই পৰলৈকে অফিচৰ কামত টাকুৰী ঘূৰা দি ঘূৰি ঘৰখনত থিত দিবলৈকে পোৱা নাই, তাইৰ কাপোৰৰ কথাহে আগ। অনিৰামে ক'লে, ভিনিহি ময়ে নিও আজি কাপোৰখন। ময়ো ভাবি চালোঁ, আজি ঠেৰেঙা লগোৱা জাৰ, সি জাৰত কষ্ট পাইছে। মোৰ তেও চোৱেটাৰ আৰু কোটটোৱেই আছে, তাৰ ভুটিয়াৰ পৰা কিনা হাপ্ চোৱেটাৰটোৱে কি জাৰ মাৰিব।"

"সি চেঙেলীয়া ল'ৰাটোৱে জাৰ সহিব নোৱাৰে এই আদহীয়া মানুহটোক জাৰত কঁপাই পঠিয়াই দিছে।"—হাতত চাকিটো লৈ ভোৰভোৰাই ঘৈণীয়েক তৰামাই ৰান্ধনী ঘৰলৈ সোমাই গ'ল।

অনিৰাম তাইৰ নিজৰ ভায়েক। হেডপিয়ন ভিনিহিয়েকেই বহুত যত্ন কৰি, ভাৰ-ভেটি দি একে অফিচতে পিয়ন কামত সুমুৱাই দিছে। সেই এড়িকাপোৰখন নিজৰ ভায়েকটোৱে ব্যৱহাৰ কৰিব সেই কথাও সহ্য ন'হল তাইৰ।

ইমান খাপ খোৱাকৈ যে মিছা এটা কৈ দিব পাৰিব এই কথা বলোৰামে একমুহূৰ্তৰ আগলৈকে ভাবিব পৰা নাছিল। গোটেই বাটচোৱা ভাবি আহিছিল কি বুলি ঘৰত কথাটো ক'ব। কেইবাটাও নতুন নতুন ব্যাখ্যা মনলৈ আহিল কিন্তু নিজৰ ওচৰতে সেইবিলাক বাৰে বাংকৰা কথাৰ দৰে অবিশ্বাস্য হৈ পৰিল। ভগৱন্তই গ্ৰাহে ধৰা গজেন্দ্ৰক ত্ৰাণ কৰাৰ দৰে তাকো আজি এই মুহূৰ্তত গ্ৰাহৰ মুখৰ পৰা ত্ৰাণ

কৰিলে। এইদৰেই ভগৱন্ত প্ৰভুৱে হয় কাপোৰখনকে উলিয়াই দিয়ক নহয় ঘৰত সকলোৰে বিশ্বাস জন্মাব পৰা বুদ্ধি এটাকে মনলৈ আনি দিয়ক।...এতিয়া তাৰ গাটো কপাহ এজোলাৰ দৰে লঘু লাগি গ'ল, মুখৰ গোমোৰা ভাবটো আঁতৰাই হাঁহিৰ ক্ষীণ চিকমিকনি এটাও বাহিৰ হ'ল। কাপোৰ কানি সলাই ঘৈণীয়েকে ইতিমধ্যে যতনাই দিয়া কুহুমীয়া গৰম পানীৰে গাটো তিয়াই বাহিৰৰ পৰাই গোঁসাইৰ থাপনাৰ ফালে আঁঠুকাঢ়ি সেৱা জনাই মজিয়াত ঢাকি থোৱা, ভাতৰ পাতত বহিলগৈ। চৌকাৰ ওপৰত ঢাকি থোৱা আছিল ভাত-আঞ্জাৰ ঠাল, গতিকে অলপ তপত হৈয়ে আছিল। দিনটোৰ ভোকত বৰ তৃপ্তিৰে ডুগৰাহমান ভাত খোৱাৰ পিছত আকৌ বুকুখন গধুৰ হৈ উঠিল। মনৰ লঘু ভাবটো নাইকিয়া হৈ পৰিল। কাইলৈ কি বুলি ক'ব। পৰহিলৈ একা? তাৰ পিছদিনা? পেটলৈ যেন ভাত আৰু নাযায়। জোৰ কৰি আৰু ডুগৰাহমান গিলি পানী এগিলাছৰে পেটৰ ভিতৰলৈ ঠেলি মুখ ধুবলৈ থিয় হ'ল।

"ভাত দেখোন তেনেই এৰিলে?"—ভাতৰ কাষতে বহি লৈ সি ভাত খোৱাৰ তদাৰক কৰা নিয়মটো ঘৈণীয়েকৰ আজিৰ নহয়। জহকালি হাতত বিচনি এখন লৈ ভাতৰ পাতৰ ওপৰত বহি বা কাষত থিয় হৈ তাক বিচি থাকিব। জাৰকালি ওচৰতে বহি থাকিব। এই কামটো ইমান স্বাভাৱিক হৈ পৰিল যে ভাতৰ কাঁহীৰ কাষত পানীৰ ঘটি বা গিলাছ এটা থকাৰ দৰেই কোনো গুৰুত্বহীন কথা হৈ পৰিল। আজি কিন্তু প্ৰথম বলোৰামে উপলব্ধি কৰিলে যে অন্ততঃ আজি ঘৈণীয়েক তাৰ ওচৰত থাকিব নালাগিছিল। সি কোনোমতেই তাৰ ঘৈণীয়েকৰ মুখলৈ চাবলৈ সাহস গোটাব পৰা নাই।

"অফিচত টিপাৰ্টি আছিল, বাৰুকৈয়ে খোৱা হ'ল আজি। অফিচত বিল পাছ কৰাবলৈ অহা ডুজনমানে দিছিল, ক'ত কিচিম কিচিম মানুহ, অফিচ এটাত কিমানৰ কিমান কাম!"

"ট্ৰিপাঠি-চিপাঠি থাকিলে ঘৰত কৈ যাব লাগে আৰু।" তেতিয়া হ'লে ভাত গাল বান্ধি নমৰিলোহেঁতেন নহয়। ইহঁতক কড়াইগুৰি

পিঠাগুৰি এমুঠিকে দি থৈ দিলোহেঁতেন !”

ঘৈণীয়েকে ভোৰভোৰাই গিৰিয়েকৰ ঠালতে নিজৰ কাৰণে সামান্য কেইটামান ভাত বাঢ়ি ল'লে। আজ্ঞা, ভাজি গিৰিয়েকৰে থাকিলে। মাটিডাইলৰ আদকৰীয়া আৰু শাক ভাজি, সিমানেই ৰাতিৰ আহাৰৰ ব্যৱস্থা। কেতিয়াবা বন্ধৰ দিনতহে মাছ-পুঠিৰ ব্যৱস্থা হয়।

দুটা দিন পাৰ হ'ল অসম্ভৱ যন্ত্ৰণাৰ মাজেদি। ঘৈণীয়েকক, বা ল'ৰা-ছোৱালীকে ফাকি দি আৰু কিমান ৰাখিব। “অনিৰাম আজি অফিচলৈকে নাহিল, দুদিনৰ ছুটি লৈছে”—বুলি কৈ দ্বিতীয় দিনটো কোনোমতে পাৰ কৰিলে। গণনা মতেও তিনি দিনৰ পিছতে আৰু নাপায়। তৃতীয় দিনটো অসম্ভৱ যন্ত্ৰণাৰে পাৰ হ'ল। অনিৰামৰ দুদিনৰ ছুটী বুলি কৈ থোৱাৰ কাৰণে ঘৰত বিশেষ সমস্যাৰ সৃষ্টি নহ'ল।

চতুৰ্থ-দিনা আৰু অসম্ভৱ। অফিচ ছুটীৰ পিছত চাইকেলখন চিনাকী চাইকেল মিস্ত্ৰীৰ দোকানত অইলিং কৰি দিবলৈ থৈ খোজ কাঢ়ি ঘৰলৈ আহিল। ৰাতি নমান বজাত হেলাই হেপাই পদূলি মুখ পোৱাৰ লগে লগে দেখিলে কেৰাচিনৰ চাকি এটা জ্বলাই লৈ ঘৈণীয়েকে পদূলিৰ নঙলাদুডাল এনেয়ে মেলি আকৌ বন্ধ কৰিছে। আজি তৰামাইৰ মনৰ ইচাটি বিচাটি নাই সঁচা,কিন্তু যোৱা তিনি চাৰি দিন মান মানুহজনৰ মতি-গতিবোৰ কিবা ভাল লগা নাই। চৰকাৰী অপিচৰে কিবা লেঠানে, কাৰোবাৰ লগত কিবা খকা-খুন্দাই লাগিছেনে, কিবা ভাবি গুণি থাকে, আহাৰত অৰুচি, দুবাৰমান মাতিলেহে চক খোৱাৰ দৰে এবাৰ মাতে। কিবা অসুখ বিসুখো হব পাৰে কিজানি তাইৰ আগত লুকুৱাইছে। কিজানি টাওনৰ চাহাব ডাগদৰে কিবা ডাঙৰ অসুখ হোৱা বুলি কৈছে। আজিকালি মানুহৰ যিমানহে নতুন নতুন বেমাৰ আজাৰ হোৱাৰ কথা শুনিবলৈ পোৱা যায়।

গাঁৱৰ সিটো মূৰত থকা যোগ নামৰ ল'ৰাটোৱে তেওঁলোকৰ পদূলিৰ আগেদি পাৰহৈ যাওঁতে তৰামাইক ৰাতিখন পদূলিত ওলাই থকা দেখি সুধিলে, “খুড়ী এই ৰাতি কি চাইছাহি পদূলিত ?”

"যোগ নেকি ? দমৰাটো এতিয়ালৈকে নাহিল, জাকৰ পৰা ওলাই লৰমাৰি বাঁহতলত সোমাল বোলে, ৰখীয়াই খেদি খেদিও আনিব নোৱাৰিলে।"

"বনৰজাও ওলাইছে আজি কালি। কাৰ গৰু পাল আছিল, কণল'ৰাৰ ?"

"কণল'ৰা আৰু মাটিৰামৰ।"

"ছেঃ। বাৰু বাটত পালে এইফালে খেদাই দিম। কাৰবাৰ গোহালীত সোমাই থাকিব অৱশ্যে, চিন্তা কৰিব নালাগে।"—যোগেন গ'লগৈ।

চিন্তা কৰাৰ কথাই নুঠে, কাৰণ দমৰাটো অলপ পিছতে ঘৰ ওলাইছিলহি। কিন্তু সঁচা কথাটোনো কেনেকৈ ক'ব ?

ঠিক সেই সময়তে বলোৰাম পদূলিমুখ পাইছেহি। এইবাৰ চাইকেলখনো নাই। এড়িচাদৰখন গাত নায়েই। যোৱা দুদিন বৰষুণ নথকাত জাৰ কমি গৈছিল অৱশ্যে।

"চাইকেলখন আকৌ কি হ'ল ?"—প্ৰায় চিঞৰিয়ে তৰামায়ে সুধিলে, "এড়িচাদৰখনৰ দৰেই কাৰবাক দান কৰি আহিল নেকি ?"

"ৰ'বিচোন ৰ'বি, ঘৰখন সোমাই লওঁ। মই মানুহটো আহি পদূলি পাইছোহিহে অথোন, ঘৰ সোমোৱাই নাই চিধা চাইকেলৰ খবৰ। মানুহটো যে সোঁ শৰীৰে ওলাইছোহি তাকে পৰম ভাইগ্য বুলি ভাবচোন।"

ঘৈণীয়েকৰ বুকুখন ডিঙিত মোচৰ পৰা পাৰটোৰ দৰে ধৰফৰাই উঠিল। হাতৰ চাকিটো লগে লগে চাকিৰ শিখাডালো থৰথৰ কৰে কঁপিবলৈ ধৰিলে। কিবা এচ্‌কিডেণ্ট এটা নিশ্চয় হৈছে। ভাললৈ ভাদত ক'লী গৰু জগা নাই নহ'লে সিদিনা সোঁ চকুটো নাচিব কিয় ? যিমান পাৰে মাতটো চেপি ধৰি চিঞৰিলে, 'ঔ মোৰ গোসাঁই' আৰু থৰক বৰক খোজেৰে গিৰিয়েকৰ পিছে পিছে গৈ ঘৰৰ ভিতৰ সোমাল। লৰালৰিকৈ গা-ধোৱা গৰম পানী, চুৰিয়া, গামোছাৰ ব্যৱস্থা কৰি দি ৰান্ধনী ঘৰত সোমাল।

খোৱা বোৱাৰ কাম নিৰৱেই সমাধা কৰি কাঁহী-বাটি ধুই আখন মজিয়া অতাই ঘৈণীয়েক আজৰি হৈ ওলাই আহি দেখিলে যে গিৰিয়েক তেতিয়াও শুবলৈ খোৱা নাই, মূঢ়া এটাত মূৰঘূমাই বহি আছে। আঁঠু দুটাৰ ওপৰত হাতদুটা আঠুৰ ওপৰত বৰ্গক্ষেত্ৰৰ দৰে কৰি মূৰাটো তাৰ মাজত সুমুৱাই থৈছে।

এইবাৰ তৰামাইৰ ধৈৰ্য্যৰ বান্ধ ভাগি গ'ল। পাকঘৰৰ পৰা ওলাই আহোতে হাতত জ্বলাই লৈ অহা চাকিটো ফুমাৰি নুমুৱাই বেৰৰ কাষলৈ ঠেলামাৰি থৈ গিৰিয়েকৰ কাষত মাটিতে বহি পৰি চেঁপা মাতেৰে কৈ উঠিল ঃ "মোৰে শপত কি হ'ল নকয় কিয় ? মোৰ বুকুখন কিবা এটা হৈ যাব এতিয়া। মোৰ সোঁ চকুটো সিদিনাৰ পৰা নাচি আছে, কাকো কোৱা নাই, গোসাঁই থাপনাৰ আগতে কৈছো। মনটোও কিবা ইচাট-বিচাট লাগি আছে।" কথাৰ মাজতে ক'ব নোৱাৰকৈয়ে গিৰিয়েকৰ মূৰত দুইহাত দি লাহে লাহে মূৰটো ওপৰলৈ তুলি ধৰিলে। ল'ৰা-ছোৱালী কেইটা শুইছিল, নহ'লে সিহঁতৰ আগত দেউতাকৰ মূৰত সেইদৰে হাত দিবলৈ বৰ সংকোচ লাগিলহেঁতেন।

"হুঃ" বুলি হুমুনিয়াহ এটা কাঢ়ি বলোৰামে আঁঠু দুটাৰ ওপৰত হাতৰ বাহু দুটা থৈ হাতদুখন ওপৰলৈ দাঙি তলুৱা দুখনৰ ওপৰত থুতৰিটো হেঁচা মাৰি ধৰি শূন্য দৃষ্টিৰে বেৰখনৰ ফালে চাই ৰ'ল। এইবাৰো তাৰ ঘৈণীয়েকৰ মুখলৈ চাবলৈ সাহে নুকুলালে। যদিও এইখন সমাজত চিৰকালে পুৰুষেই আধিপত্য চলাই আহিছে, তথাপি একোটা সময় আহে যেতিয়া পুৰুষজনে নিজৰ পত্নীৰ আগত থিয় দিবলৈ সাহ গোটাব নোৱাৰে।

বৰবাবু, চুপাৰিণ্টৰ ৰঙা চকুলৈ, বকনিলৈ বলোৰামে কেৰেপ্ নকৰে। এবাৰ 'চাচপেন' হৈও আছিল, তথাপি সি ভয় কৰা নাছিল। সি তেনে একো অপৰাধ কৰা নাই, চোৰে চুৰ কৰি নিছে তাৰ গাৰ কাপোৰখন, চোৰে একোখন গৃহস্থী তোলাং কৰিও দিয়ে, তথাপি সত্য কথাটো কবলৈ সাহ হোৱা নাই কিয় ?

ঘৈণীয়েকে মুখখন আধামেলা কৰি তালৈ চাই ৰ'ল।

বলোৰামে এইবাৰ এটা এটাকৈ শব্দবোৰ উচ্চাৰণ কৰি গ'ল ঃ এড়ি চাদৰখন কান্ধৰ ওপৰতে পেলাই লৈ চাইকেলখন লাহে লাহে চলাই আহি আছোঁ। তিনি আলিটো পাৰ হ'বলৈ ঘূৰাইছোঁহে আহিল সিফালৰ পৰা ফাষ্টকিল্লাছ এখন, ধুমুহা এখন। পাছফালে এখন ধানৰ বস্তা বোজাই দিয়া ঘোঁৰা গাড়ী দেচুৱালীয়ে মিললৈ ধান আনিছে। চাইকেলখন আকৌ ঘূৰাই দিলোঁ। আহি আছে সিফালৰ পৰা এখন ৰিক্‌সাত এযোৰামানুহ, তিৰোতাজনীৰ কোলাত কেঁচুৱা, মুনিহটোৰ কোলাত বহি এজনী সৰু ছোৱালী। এনেতে সেইফালৰ পৰাই আহিল এখন পাহাৰ যেন ডিজেল ট্ৰাৰাক্! ৰিক্‌সাখন বছাবলৈ গা কাটি কৰি আহোতেই মোৰ চাইকেল আলিৰ কাষলৈ নিবলৈ গৈ পৰিলো ৰাস্তাৰ বুকুৰ এটা পুখুৰী যেন খালত। খালটোৰ পৰা চাইকেলখন আৰু মানুহটো বছাবলৈ গৈ হেণ্ডেলডাল অলপ বেঁকা কৰি দিলোহে মাত্ৰ। ট্ৰাৰাকখন ভঁচ্ কৰে বিজুলী সঞ্চাৰে পাৰ হলেই নহয়! খুন্দা এটা লাগিল। লাগিল হে লাগিল একেবাৰে চাইকেলৰ মাজত নপৰিল, মডগাৰ্ড ডালত হে লাগিল। খুন্দা নহ'লেও বতাহটো লাগিল। কৰ্ফাল খাই চিটিকি পৰিলো কাষৰ গড়াৰ ঘাঁহবনৰ ওপৰত। চাইকেল পৰিলগৈ গড়াৰ তলৰ খাৱৈত এখাৱৈ হৈ। লৰালৰিকৈ পৰা ঠাইৰ পৰা থিয় হৈ দেখিলোঁ গাৰ চাদৰখন ট্ৰাৰাকৰ গাৰ হাকোটাত লাগি মেল খাই পিছ চকাত সোমালগৈ। তেনেই টানি মোহাৰি চেপি পিণ্ড কৰি পেলালে⋯⋯"

কথা শেষ হ'বলৈ নাপালেই। জাপমৰি বহাৰ পৰা উঠি ঘৈণীয়েকে বলোৰামৰ মূৰটো বুকুত সুমুৱাই ল'লে।

"ঔ মোৰ ঈশ্বৰ গোসাঁই, মোক ভাল ৰইখা কৰিলা ঐ"—স্থান-কাল পাহৰি আটাহ পাৰি উঠিল ঘৈণীয়েক তৰামায়ে।

ছুয়োটা চঁক খাই উঠিল। শুই থকা ল'ৰা-ছোৱালীয়ে সাৰ পাই গ'ল নেকি? নাই, সকলো ভাত ঘুমটিত। বলোৰামে ঘৈণীয়েকক বহা অৱস্থাৰ পৰাই ছুই হাতেৰে আলফুলকৈ সাৱটি আকৌ ওচৰতে বহুৱাই দিলে। মজিয়াৰ চাফা মাটিতে। ক'লে, "অধৈৰ্জ্জ নহবি।

ঈশ্বৰে এনেকৈয়ে ৰইখা কৰিব। যেতিয়া যাবৰ দিন পৰিব তেতিয়া যাবই লাগিব। ভাবিলোঁ এড়িচাদৰখনতকৈ মানুহটো যোৱা হ'লেই ভাল আছিল। আকৌ এখন এনেকুৱা চাদৰ এই জীৱনত বৈ-কাটি উলিয়াব পাৰিবনে ? তেহে চাইকেলখন ওচৰৰ চাইকেল দোকানত থৈ কাপোৰ-কানি বোকা ধুই মানুহটো গুচি আহিছোঁ।

মুখখন কন্দনামুৱা অৱস্থাতে আধামেলা হৈ আছিল তৰামাইৰ। গোটেই গাটোত কঁপনি। এইবাৰ সংযত সুৰতে মাজে মাজে উচ্চাৰণ ভাঁহি উঠা ফুচফুচনিৰে ক'লে ঃ "উস মোৰ পৰম প্ৰভুৱে ৰাখিলে ঐ, মই ৰাজহুৱা নামঘৰত এখন দিম। কালিলৈকে গুৱা-পাণ এটা পেলাম ঐ। নালাগে মোক এড়ি কাপোৰ ঐ, সূতা আনি দিয়ক। আকৌ বৈ দিম, নমঁৰো যদি। মানুহ গ'লে আকৌ এই জনমত ক'ত পাম।"

শেহৰ ফালে ক'ব নোৱাৰাকৈয়ে মাতটো ডাঙৰ হৈ পৰিল, হৰহৰাই দুই চকুৰে পানীৰ সোঁত ব'বলৈ ধৰিলে। লাজ-সংকোচ পাহৰি বলোৰামক সাৱট মাৰি আঁকোৱালি ধৰিলে। বলোৰাম একেদৰেই বহি ৰ'ল। লাহে লাহে নিচা ধৰা মানুহৰ দৰে তাৰ যেন বাহিৰৰ চেতনা ক্ষীণ হৈ আছিল। তাৰ ভাব হ'ল সি যেন সঁচাকৈয়ে এই মুহূৰ্তত মৃত্যুৰ মুখৰ পৰা উঠি আহিছে।

ঘৈণীয়েকৰ দেহটো মুহূৰ্ততে এখন জপা-গৰকা বৰকাপোৰৰ নেফ্থেলিনৰ গন্ধ আৰু এড়ি চাদৰৰ উমলৈ ৰূপান্তৰিত হৈ পৰিছে। এয়া, এয়া, জীৱনৰ নতুন বৰকাপোৰ এখনে তাক যেন আলফুলকৈ আবৰি পেলাইছে। তাৰ অতি মৰমৰ বহুদিনীয়া জপা-গৰকি থকা এড়িচাদৰখন হেৰোৱা নাই, সেইখনেই চেনেহ-মৰমৰ দীঘ-বানিৰে বোৱা প্ৰেমৰ বৰকাপোৰ হৈ তাৰ দেহৰ ভিতৰ বাহিৰ গৰকি পেলাইছে। ●

('দেহা-গৰকা প্ৰেমৰ'পৰা ঃ ১৯৬৮)

# এখন নদীৰ মৃত্যু

ধনেশ্বৰে জালখন চোতালত মেলি দি মাছৰ পাচিটো পিৰালি কাঁথিতে থৈ চোতালত তালৈ থৈ দিয়া পানীকলহ হুৰমুৰাই মূৰত ঢালিলে। গাটো হাত দুখনৰে খলপ খলপ শব্দ কৰি দুবাৰমান পখালিলে। ভোলৰ জাল এটাৰে আঁঠুৰপৰা ভৰি দুখন যিমান পাৰে জোৰেৰে ঘঁহিলে। কলহৰ অৱশিষ্ট পানীখিনি কঁকালৰপৰা ভৰি দুখনত ঢালি ওচৰৰ তাঁৰত থকা গামোচাখনৰে গাটো মাজে মাজে টুকি লৰালৰিকৈ শুকান চুৰিয়াখন পিন্ধি তিয়নি সলালে।

তথাপি ভৰিৰ খজুৱতি আৰম্ভ হ'লেই। বিৰক্তিত তাৰ উজলা দাঁত কেইটা আৰু উজ্জ্বল হৈ ওলাই আহিল।

লৰালৰিকৈ দুখোজমান ভিতৰৰ ফালে গৈ চিঞৰিলে ঘৈণীয়েকক, "হেৰ' চাওঁ, চাকি এটা লৈ আহচোন, কেৰাচিন তেল অলপকে ঘঁহি দিওঁ খজুৱতি আহিলেই।"

ঘৈণীয়েকে লৰালৰিকৈ চাকি এটা লৈ আহি আগবঢ়াই দি ক'লে, "এতিয়া হাতত কেৰাচিন লগালে ভাত খাবানো কেনেকৈ?"

ধনেশ্বৰৰ মুখখনে বিৰক্তিত যিটো ভাঁজ ধৰি আছিল, সেইপিনেই পানীয়ে খোৱা খজুৱতিৰ যন্ত্ৰণাটো হেঁচা মাৰি ধৰি আছিল। এতিয়া ঘৈণীয়েকৰ কথাৰ উত্তৰ দিবলৈ গ'লে মুখৰ ভাঁজটো সলাই লৈ নতুন ভাঁজ এটা দিব লাগিব। সিও কম যন্ত্ৰণাৰ কাম নহয়। লগতে তেনে কৰিবলৈ গ'লেই ভৰিৰ যন্ত্ৰাণাখিনি গৈ মূৰত উঠিব। লাভৰ ভিতৰত সামান্য কথাতে ঘৈণীয়েকে লপা-থপাটো খাব লাগিব। গতিকে মুখৰ সেই ভাঁজটো ৰাখিয়ে যিমান পাৰে জোৰেৰে ভেকাহি এটা মাৰি চাকিৰপৰা তেলখিনি বাকি লৈ দুয়োখন হাতেৰে ভৰি দুখনত ঘঁহিবলৈ লাগিল। যন্ত্ৰণাৰ সামান্য উপশম হোৱাত মাটি অলপৰে দুয়োখন হাত ঘঁহিবলৈ ধৰিলে। ঘৈণীয়েকে আকৌ ভেকাহি খোৱাৰ ভয়ত লৰালৰিকৈ পানী এঘটি আনি তাৰ হাতত বাকি দিলেহি।

তাৰ পিছত আৰম্ভ হ'ল তাৰ গালি: এনেকুৱা মূৰ্খ-মতি দেশ

থাকে নে ? জীয়া নদী এখন কোনোবা দেশত মাৰি পেলায় নে ? কটাৰ-পো কটা-খোৱাইঁতে ইয়ালৈকে দেশখন স্বাধীন কৰি লৈছিলে নে ? আধাঘণ্টা পানীত থিয় হ'লেই গোটেইখন বখলা-বখল হয়।

ঘৈণীয়েকে মাছৰ পাচিটো বাহিৰৰপৰা ভিতৰ চোতালেদি আনি তাঁত শালৰ চালিখনৰ তলতে থলে। ওচৰৰ ছুই-এজনী তিৰোতাও গোট খালেহি, উদ্দেশ্য মাছ কিমান পালে চোৱা। সিহঁতৰ ঘৰৰ মুনহবিলাকো গৈছিল, কোনোৱে হয়তো কেইটিমান নাৰ মাছ, কোনোৱে অলপ পুঠিমাছ, কোনোৱে চেলেকণা মাছ কেইটামান পাই আনিছে।

ধনেশ্বৰৰ এই কথাত বৰ আপত্তি। বিশেষকৈ ভদ্ৰে বোলা ওচৰ ঘৰৰ নালীয়াৰ ঘৈণীয়েকজনীক সি ছুচকু পাৰ দেখিব নোৱাৰে। সেই মানুহ-জনীৰ নজৰ বেয়া, তাইক মাছ মাৰিবলে যাওঁতে দেখিলে তাৰ সেই দিনটো অথলে যায়। কেইবাবাৰো প্ৰমাণ পাই থৈছে। আকৌ যিদিনা সি ছুটামান মাছ পায়ো, নালীয়াৰ ঘৈণীয়েকে দেখি যেনেকুৱা উস্-আস্ আৰম্ভ কাৰব, ৰতন বুঢ়াৰ ওচৰত সিকি এটা তামোল-পাণ ছুখন দি জালখন জৰাই নললে মাছ পোৱা হ'ল আৰু! গিৰীয়েকে যিমান পাওক, ধনেশ্বৰৰ মাছ সদায় সৰহ, তাৰ মাছ বোঁছ চিকুণ আৰু মোৱা মাছবিলাকো তাইৰ মানত পুঠিমাছ একোজনীৰ সমান। তথাপি সি খংটো হেঁচি উমৈহতীয়াকৈ কোৱাদি ক'লে, "পোহাৰলৈ নিওতে দেখিবিয়ে নহয় কি ৰৌ-বাহু মাৰি আনিছোঁ। ঘৰে ঘৰে তহঁতৰ যি মাছ পাইছে সেই দৰিকণা মোৱা-পুঠিয়ে। এতিয়া এইখন কলং নদী হৈ আছে নে, এইখন গেলা পুখুৰী। মাছ আহিব ক'ৰপৰা, পানীয়েই নাই। এনেখন স্বাধীন দেশ হ'ল ঐ জীয়া কলংখন মাৰি পেলালে। এই কলংপাৰৰ মাছুৰৈ ৰাইজখনকো যে লগতে মাৰি পেলালে এই চকু থকা ধেন্দেলাইঁতে দেখা নাই নেকি ?"

ধনেশ্বৰে পাকঘৰলৈ খাবলৈ বুলি সোমাইগৈও আকৌ ওলাই আহি হাত-মুখ জোকাৰি কথাকেইটা ক'লে। মাছ চাবলৈ বুলি গোট খোৱা মানুহকেইজনীয়ে প্ৰথম ধমকত মাছৰ পাচিটো চাবলৈ গৈ অলপ অসন্তুষ্ট হৈ বৈ গৈছিল যদিও এতিয়া সকলোকে ছুই যোৱাৰ সমস্যাৰ বিষয়ে

ধনেশ্বৰৰ বক্তৃতা শুনি মনৰ অসন্তোষ তৎক্ষণাৎ জাৰি পেলাই তাৰ কথা-খিনিলৈ কাণ দি তাৰ ফালে একেথৰে চাই ৰ'ল।

ধনেশ্বৰে এনে শ্ৰোতাৰ দল এটা পাই পেটৰ ভোক আৰু গোটেই পুৱা বেলাটো জাল মৰাৰ ভাগৰ ক্ষন্তেকলৈ পাহৰি গ'ল। সি পাকঘৰৰ ছুৱাৰদলিত থিয় হৈ সিহঁতৰ ফালে সম্পূৰ্ণভাৱে মুখ ঘূৰাই আক্ৰোশ মিহলি সুৰত কৈ গ'ল ঃ

"আন নালাগে, বোপাইৰ দিনৰ কথাও নালাগে, আজি তিনি বছৰৰ আগলৈকে এই কলঙতে লাঙি জাল ঘাট জাল দূৰৰ কথা, তিনিবাৰ খেৱালি মাৰিয়ে তিনিদিনৰ চাউল-পাত, লোণ-তেলৰ খৰচ মই নিজে, এই অমুকায়ে উলিয়াইছিলোঁ। তেতিয়া নাও মাছ নোসোধেই, পাচিয়ে পাচিয়ে টেঙা গছৰ গুৰিতহে মানুহে পুতিছিল। কাৰণ তেতিয়া সেইখন আছিল জীয়া নৈ এখন। গতিকে লুইতৰপৰা জাকে জাকে মাছ বানত আহি কলঙত বৈ গৈছিল। আজি পুৱাৰপৰা থিয় ছুপৰলৈ জাল মাৰি সৌৱা, সৌ কেইটা পাচিৰ তলতে মাছ। আকো বাকৰ ঘূলিত অলপ পানী আছিল গুণেহে। অহাবাৰৰপৰা মটৰ চাইকেল চলাব পৰা হব। বিহমেটেকাৰে গোটেইখন অটব্য হ'ল। ঝাওবনে কলঙৰ বুকু পুতি পেলালে। এনেকৈ এখন নৈ মাৰি পেলায় নেকি? লগে লগে এটা জাতিকো মাৰি পেলোৱা নাই নে চৰকাৰে? এই কলঙৰ পাৰৰ নদীয়াল ৰাইজে আজি কিহেৰে জীৱিকা উলিয়ায়? যাৰ ছুকঠা মাটি আছে বাৰু খেতি কৰিলে, যাৰ মাছৰ ব্যৱসায়েই জীৱিকাৰ উপায় সেই-বিলাকে কি কৰিব?"

হঠাৎ ধনেশ্বৰ বৈ গ'ল। কি হব, ঘৰৰ ভিতৰত এই তিৰোতা মানুহৰ সভাত বক্তৃতা দি কি হব? নামঘৰত কতবাৰ সি নিজেই কথাষাৰ উলিয়ালে, পঞ্চায়তৰ মেম্বাৰৰ হতুৱাই আঞ্চলিক পঞ্চায়তত প্ৰস্তাৱ দিয়ালে, কিন্তু কথা চৰকাৰৰ কাণত পৰাৰ আগতে টো ইয়াতে মাৰ গ'ল। কলঙৰ বান-পানীয়ে সিপাৰৰ ৰাইজৰ অপকাৰ কৰে, নগাঁৱৰ টাউনৰ বৰ বৰ মানুহৰ ভেঁটি খহায়; গতিকে সেইবিলাক বৰ বৰ লোকে এইবোৰ সাধাৰণ মানুহৰ ছুখৰ কথালৈ কাণসাৰ কিয় কৰিব?

গতিকে সি কিবা এষাৰ কবলৈ গৈও মুখখন জোৰকৈ জপাই 'ওঃ' ধৰণৰ ক্ষোভজনিত শব্দ এটা উচ্চাৰণ কৰি কান্ধৰ গামোচাখন এবাৰ লৰাই লৈ ভিতৰ সোমাল। ভাত—অৱশ্যে ৰাতিৰে পঁইতা ভাত। এসাজ সিহঁতে নাখায়েই। সিহঁতে কিয়, বহুতেই, বহুতেই কিয় এই গাঁওখনৰ সকলোৱেই এসাজ নাখায়, কিছুমানে দুসাজৰ মূৰত এসাজ খায়। তাৰ নিজৰ কাৰণে দুখ নালাগে স্কুললৈ যোৱা ল'ৰা-ছোৱালী কেইটাই পঁইতা ভাতকে খাই যাব লাগে,—স্কুলৰপৰা আহিও খাবলৈ নাপায় একো, সিহঁতে টান টান পঢ়াবোৰ কেনেকৈ পঢ়িব? তাতকৈ দুখ লাগে তাৰ বুঢ়া বাপেকলৈ। বুঢ়াই মাটিয়ে-বাৰীয়ে ভাতে-ভঁড়ালে খাই সমাজত সম্মানৰ স্থান গোসাঁইঘৰৰ সাতোলাৰ বাব লৈ ভাওনাৰ সূত্ৰধাৰ হৈ গাঁৱত, সমাজত, মানভাগ খাই শেষ বয়সত দৰিদ্ৰতাৰ কবলত পৰিল। মাক ঢুকুৱাৰ পিছৰপৰাই বুঢ়াও হুটি গ'ল। বুঢ়াৰ দিনত মাছ, গাখীৰ, দৈ, মাখনৰ উভেনদী, এতিয়া চাহৰ লগতো গাখীৰ অকণ নাই।

সি কণামুণাকৈ ভাত খাবলৈ বহিল।

তিৰোতাৰ দলটোৱে তাৰ কথাখিনি যেন মৰ্মে মৰ্মে অনুভৱ কৰিলে। সকলোৱে ডুখৰি পীৰা পাৰি লৈ বহিল। ধনেশ্বৰৰ ঘৈণীয়েকৰ সমবয়সীয়া বা লগৰীয়া আৰু ওচৰচুবুৰীয়া তেওঁলোক। পথাৰত ভূঁই ৰুবৰ কাৰণে বা ধান দাবৰ কাৰণে বা চাপৰিৰ মাহ-সৰিয়হ তুলিবৰ কাৰণে সিহঁতে একেলগে হাজিৰা কৰিবলৈ যায়। মাছ বেচিবৰ কাৰণেও গাঁৱলৈ গলে সিহঁত দুই তিনিজনী একেলগ হৈ যায়। গতিকে ঘৰলৈ আহিলে সিহঁতক বহ বুলি পীৰা পাৰি দিব নালাগে, তামোলৰ বটাটোও যোগাৰ কৰি দিব নালাগে, সকলোখিনি সিহঁতে ঘৰৰ দৰেই কৰি লয়।

ধনেশ্বৰ ভিতৰ সোমাই যোৱাৰ লগে লগে নাসীয়াৰ ঘৈণীয়েক ভদ্ৰে বোলা জনীয়ে নিজকে কোৱাদি ক'লে, "মাটি-বাৰী থকা বোলোতে আমাকে বুজাইছে যদিও আমাৰ মাটি মুদা মাৰি থৈ আহিছে। নিমখ-তেল, ৰজাৰ খাজানাত লাগি মহাজনকেই মাটিখিনি বেচি দিয়াৰ ঠিক কৰিছে। বাম মাটি, আগেয়ে কলংখন বৈ থকাত এই অঞ্চলৰ পথাৰ বিলাকত জিপ আছিল, খেতিও হৈছিল। কলং শুকাই যোৱাৰ লগে

লগে খেতি একেবাৰেই নোহোৱা হ'ল। নামত মাটি থাকি যদি খাজানাটোৱেই নোলায় তেনেহ'লে মাটিগিৰী হৈ লাভ কি? তাকে আমাৰ ল'ৰাহঁতৰ দেউতাকে কৈছে, মাটি-বাৰী বেচি এই গাঁও এৰি উত্তৰপাৰৰ ফালেহে উঠি যাব লাগিব।"

প্ৰথমেই অনুচ্চ সুৰত কথাখিনি আৰম্ভ কৰিছিল যদিও ক্ৰমে সেই সুৰ স্বাভাৱিক উচ্চতালৈ গৈ মধুচ পালেগৈ আৰু শেষৰ ফালৰ প্ৰশ্নসূচক কথাষাৰ পাভৈৰ ফালে চাই শেষ কৰিলে।

পাভৈয়ে তামোল এখন মুখত সুমাই আমঠুৰ খোলাটোৰপৰা মুখত খোৱা ধঁপাত অলপ চিকুটি একুৱাই অলপ সময় পাগুলি থাকি মুখ ভৰি পৰা পিকৃখিনি বাহিৰত পেলাবৰ কাৰণে উঠি যাবলৈ ধৰোঁতেই ভদ্ৰেই তাইলৈকে প্ৰশ্নটো কৰাত আৰু পাভৈৰো এই সম্পৰ্কত ক'বলগীয়া উত্তৰ থকাত লৰালৰিকৈ মুখখন টিপি ধৰি ভদ্ৰেৰ ফালে চাই মূৰ জোকাৰি সোঁহাতখনৰে 'ৰবি', 'ৰবি', ধৰণৰ ইঙ্গিত এটা কৰি পাছফাললৈ গৈ পিকৃখিনি পেলাই তাৰপৰাই নিজৰ উত্তৰটো আৰম্ভ কৰাৰ চেষ্টা কৰিলে।

"ৰবিচোন, ৰবি, সিদিনা যে মই ঢেঁকীয়া-কচু কেউডাল লৈ গাঁৱলৈ গৈছিলোঁ মোৱা মাছ কেইটামানেৰে সৈতে, কোনেও ধান দিব নোখোজে, পইচাহে যাচে। কাৰো খাবলৈ ধান নাই। বামুণ গাঁও, গোসাঁই গাঁও, কলিতা গাঁও, কোচ গাঁও, দয়াল বৰিগাঁও,ৰামতামুলী, কাৰো ঘৰত ধান নাই। কাচিৎ দুই-এঘৰতহে। সকলোৱে কয় যে কলংখন বন্ধ কৰি দিয়াৰপৰাই পথাৰবিলাকত ৰস নাইকিয়া হ'ল, ধান খেতি নোহোৱা হ'ল।

কেইবাজনীয়েও একেলগে কিবা এটা ক'বলৈ গৈছিল, এনেতে আগফালৰ দুৱাৰমুখত কাহ এটাৰ শব্দ শুনি সকলোৱে কথা বন্ধ কৰি ওৰণিবিলাক টানি টানি ল'লে। বুঢ়াই অৰ্থাৎ ধনেশ্বৰৰ দেউতাকে চিলিমটো বোৱাৰীয়েকৰ ফালে আগবঢ়াই দি ক'লে, "আঙঠা দিলেই হ'ব। ধঁপাত আছেই। জয়ধন আহিছে।" বুঢ়াই অৱশ্যে সকলোবোৰ আলোচনা শুনি আছিল।

বোৱাৰীয়েকে চিলিমটো লৈ আনবিলাক তিৰোতা মানুহলৈ চাই ক'লে, "যিহে খৰি, আঙঠাবিলাক তৎক্ষণাৎ মৰি মৰি যায়। আগৰ দৰে ভাল খৰি এডালো পাবলৈ নাই; ভাত ৰন্ধাৰ যিহে কষ্ট।"

এইটোও সকলো তিৰোতাৰে সমান তিতা লগা অভিজ্ঞতা। গতিকে সকলোৱে একেলগে সমৰ্থন কৰি চিঞৰি উঠিল, "কৈছহে", "ক'ব নালাগে দে।" "চুলি পুৰিহে ভাত ৰান্ধিব লাগিব কেতিয়াবা।"

বুঢ়াই চুখোজমান আগবাঢ়ি আহি সিহঁতৰ সম্মুখীন হৈ গহীনভাৱে থিয় হৈ ৰ'ল। চুলিবিলাক চুটিকৈ কটা, চুলি মুৰুলি আই সবাহত দিয়া পিঠাগুৰিৰ পাত এখনহে বুলিব পাৰি। চকুৰ চেলাউৰি, ভোম, কাণৰ কাষত থকা দীঘলীয়া নোমখিনি, হাতৰ নোম, সকলোবিলাকেই পিঠাগুৰিৰ দৰে বগা।

বুঢ়াই ওৰণি লোৱা মুখকেইখনলৈ এপাক ঘূৰি চাই ল'লে; তাৰ পিছত হাতৰ অঙ্গী-ভঙ্গীৰে সকলোকে কোৱাদি কৈ গ'ল ঃ

শস্য হৰিব, মৎস্য হৰিব, হৰিব বিৰিখৰ গুটি।
বৰ বৰ মানুহৰ, বাক্য লৰিব, লৰিব ধৰমৰ খুটি॥

খৰি ক'ত-পাবি? গছ আছে জানো এডালো? শস্য আছে নে, মৎস্য আছে নে, ধৰম আছে নে, কলিত আৰু কি হ'ব আৰু কি হৈছে; মহাপুৰুষে কি লিখি গৈছে দোৱাদশত?

পৰিবে দুৰ্ভিক্ষে ভাতে মৰিবেক প্ৰজা
কৰৰ নিমিত্তে তাতে পীড়িবেক ৰজা।....
ৰাজ ভৃত্য সকলে কৰিব হুলস্থুল
মুগুছিব মনুষ্যৰ মনত আকুল।....
শুখাইবে শৰীৰ একো নাপাইবে আহাৰ
হইবেক কলিত লোক পিশাচ আকাৰ।....
মিছা মাতি সাউদে কৰিবে কিনা-বিকা
জীৱেক সম্পদ কৰি নিন্দিত জীৱিকা।
কৰিবে দুৰ্জন লোকে ধনতেসে গয়
খতিধন দিলে হৈবে অন্যায়তো জয়।...
আতি অণু প্ৰমাণ হৈবেক যত ধান
ছোট ছোট হৈব বৃক্ষ সমিধ প্ৰমাণ।...

আৰু মাধৱদেৱ পুৰুষে কি লিখিছে?

পিতৃৰ বচন পুত্ৰে নুশুনিব
কনিষ্ঠে জ্যেষ্ঠজনৰ
স্বামীৰ বচন ভাৰ্য্যা নুশুনিব
ভৃত্যজনে ঈশ্বৰৰ।...

কলি যুগে কন্যা গণে কৰিবেক
সঘনে পুত্ৰ প্ৰসৱ ।....
ষোড়শ বছৰ ভৈলে যুৱতীৰ
পৰিবে তৰ যৌৱন ।

বুঢ়াই সুৰ ধৰি গোৱা নাছিল। আঙুলি জোকাৰি কথা কোৱাদি প্ৰত্যেকটো শব্দকে গভীৰকৈ উচ্চাৰণ কৰি কৈ গৈছিল—"তেনেহ'লে কি হোৱা নাই, আৰু কি হ'বলৈ বাকী আছে। চকুৰ আগতে নৈখন বন্ধ কৰাও ৰাজ পীড়ন নহয় নে? তেনেহ'লে?"

ধনেশ্বৰে ইতিমধ্যে খোৱা শেষ কৰি বাহিৰত মুখ ধুই গামোচাৰে হাত আৰু মুখ মচি মচি সোমাই আহিছিল। ঘৈণীয়েকে চিলিমটো ফুৱাই ফুৱাই শহুৰেকৰ ফালে আগবঢ়াই দিছিল। এনে অৱস্থাত সকলো অবাক হৈ ৰৈ গ'ল। বুঢ়াৰ মুখৰপৰা সৰ্ সৰ্ কৰে শাস্ত্ৰৰ বাণীবিলাক ওলাবলৈ ধৰিলে। তেনেকুৱা শাস্ত্ৰৰ বচন কতবাৰ কত ঠাইত শুনিবলৈ পোৱা যায়। কিন্তু সেইবিলাক ইমান গাজত লগা সঁচা হৈ কেতিয়াও তেওঁলোকৰ কাণৰ ভিতৰত নোসোমাইছিল। শাস্ত্ৰত কোৱা ভবিষ্যৎ বাণীবিলাক আজি কলিৰ শেষত, কলং পাৰৰ সৰু গাঁও এখনৰ জীৱনলৈ, সৰু গাঁও এখন কিয়, দুখন, তিনিখন, এশখন, হাজাৰখনৰ হাজাৰ-বিজাৰ মানুহৰ জীৱনলৈ সঁচা হৈ আহিল। চাওঁতে চাওঁতে এই গাঁওখন শুকাই গ'ল, এই মানুহবোৰ শুকাই গ'ল, তেওঁলোকৰ দুৱাৰমুখৰ এই কলং নৈখন শুকাই যোৱাৰ দৰে। নৈত পানী নাই, পানীত মাছ নাই, পথাৰত ধান নাই, বাৰীত শাক নাই, গৰুত গাখীৰ নাই, সকলো হৰি গ'ল। কলিয়ে হৰি নিলে, কালে হৰি নিলে। মনৰ বেদনা ওৰণি তলৰ কৃত্ৰিম গাম্ভীৰ্যই কাৰো ঢাকি ৰাখিব নোৱাৰিলে, ইজনীয়ে সিজনীৰ মুখলৈ চাই নিজৰ অজ্ঞাতসাৰেই ডাঙৰ মাতেৰে বুঢ়াৰ কথাখিনি সমৰ্থন কৰি গ'ল আৰু সন্তৰ ক্ষেত্ৰত দোহাৰি গ'ল।

ধনেশ্বৰে বটাৰপৰা তামোল এখন মুখত ভৰাই পাছ চোতালেদিয়ে আগফাল ওলাল। বুঢ়াই ধঁপাতৰ চিলিমটো ফু-দি বাহিৰলৈ লৈ গ'ল। তিৰোতাৰ দলটো ঘৰাঘৰি উঠিল। ধনেশ্বৰৰ ঘৈণীয়েকে লৰালৰিকৈ মাছ কেইটা পাচিত ভৰাই বন বাছি, সৰু সৰু শামুকবোৰ জাঁতৰাই কলপাত এখনৰে ঢাকি তাৰ ওপৰত আন এটা পাচিৰে ঢাকি দিলে। দুপৰীয়া হ'লেও এতিয়াই মাছখিনি বেচিবলৈ নিনিলে পিছলৈ

লবি যাব আৰু মানুহে ল'বলৈ এনগেনাব। ভদ্ৰেও লগতে যাব, কাৰণ ভদ্ৰেৰ গিৰীয়েকেও মাছ বেছি পোৱা নাই, গতিকে বজাৰত বিক্ৰী কৰিবলৈ নিনিয়ে।

ধনেশ্বৰে আকৌ এবাৰ উভতি আহি কৈ গ'ল, ধানৰ বাহিৰে পইচালৈ মাছ যাতে ঘৈণীয়েকে নসলায়। তাৰ পিছত শোৱা কোঠালী সোমাই গেঞ্জীটো গাত সুমাই হাতত তাচযোৰ লৈ ওলাই গ'ল।

ঘৈণীয়েকে পাছফালৰপৰা চিঞৰ ধৰিলে, "তাচ খেলিয়ে কলং পাৰত বেলিটো শেষ নকৰিবা। ঘৰত কিন্তু মাটিতেল, খাইতেল আৰু নিমখ এজেবাও নাই।"

ধনেশ্বৰৰ খংটোৱে টিঙিচ কৰে কোব মাৰি দিছিল, খালি নাই, নাই—সি ক'ৰপৰা আনি দিব লাগে। নাই নাখাব চাউল কিটা পালেই হ'ল। তথাপি খংটো হেঁচি উজলা দাঁত দুটা আৰু দীঘল কৰি উলিয়াই ক'লে, "মাছ কিন্তু পইচালৈ নেবেচিবি, এভাগত কুৰিটামান মোৱাপুঠি দিবি আৰু ভাগত এমূৰীয়াকৈ ধান লবি।"

"বাৰু, বাৰু,"—ঘৈণীয়েকে এইবাৰ শান্তভাৱে উত্তৰ দিব নোৱাৰিলে। গেজেৰা মাৰি কৈ উঠিল, "—এমূৰীয়া কিয় এদোনকৈ দিব নহয়। মানুহে ধান পেলাই থৈ দিছে, কুৰিটা মোৱা মাছত এমূৰীয়াকৈ দিব। তুমি নিজে যাবাচোন। এভাগ মাছৰ কাৰণে মানুহৰ লগত কিমান পেৰাপেৰি কৰিব লাগে। গ'লেহে বুজিবা।"

"মোৱা মাছৰ কিলো যদি চাৰিটকা হয়, তেন্তে এভাগত এমূৰীয়া ধান কিয় নহ'ব। বজাৰলৈ গ'লে এনে কাইদাত দগা-পাল্লা ধৰিম যে গ্ৰাহক বেটাইঁতে তকিবই নোৱাৰিব, কুৰিটা মোৱা মাছত আঢ়ৈশ গ্ৰাম তাবৎ এটকা দাম হৈ যাব।"

"হ'ব হ'ব, কিয় নহ'ব, তেতিয়া হ'লে মোৱা মাছৰ পেটত শিলগুটি ভৰাই নিলেহে হ'ব।"

"সেইটানো কি ডাঙৰ কথা। টাউন চহৰত ডাঙৰ ডাঙৰ বৰালি মাছ গোটেই বেচিবৰ হ'লে পেটত সেইদৰে ৰাস্তাৰ শিলগুটি-পাথৰ সুমুৱাই বেচে। চাউলৰ বেপাৰীয়ে এমোন চাউলত পাঁচ সেৰ ধান আৰু পাঁচ সেৰ মিহি শিলগুটি মিহলায়। সেইখিনি নকৰিলে 'বেবচাই' নচলে নহয়। মোৱা মাছত শিলগুটি ভৰাব নালাগে, কিন্তু শামুকবোৰ

বাছি পেলালি কিয় ? সেইবিলাক সৰু সৰু শামুক মাছৰ লগত থাকেই, জালৰ লগত অহা বস্তু, আমি আনি দিয়া নহয় নহয়।"

"সেইবিলাক অইনায়ে দেশখন খালে। সেয়েহে আজি মানুহৰ বিলৈ নোহোৱা হৈছে।" শহুৰেকৰ কথাখিনিলৈ মনত পেলাই ক'লে ঘৈণীয়েকে।

"ওলালহি এইজনী ধৰ্ম যুধিষ্ঠিৰণীজনী। শাস্ত্ৰৰ বচনৰে দেশ নচলে নহয়।"—বুলি সি আৰু কিবা ক'বলৈ গৈ মুখখন জপাই ফোঁ ফোঁ কৰে কোব ল'লে। কথাত কথা বাঢ়ে, গতিকে তৰ্ক কৰি লাভ কি। শাস্ত্ৰৰ কথা কয় সকলোৱে, কিন্তু ৰাখে কেইটাই ?

ঘৈণীয়েকেও গাত চাফা ৰিহা এখন মেৰিয়াই কঁকালত খোচোনাটো আঁটি বান্ধি, মূৰত এধাৰিটো লৈ মাছৰ পাচিটো বাহিৰলৈ দাঙি আনিলে আৰু দুৱাৰখন জপাই পাচিটো মূৰত তুলি লৈ ওচৰৰ ভদ্ৰেক মাত দিলে, "হঁয়ে ভদ্ৰে, ওলালি নে, ব'।"

ওচৰৰ আন আন ঘৰৰপৰা দুই-এজনী ওলাল আৰু সামান্য মাছখিনিকে পাচিত লৈ তেওঁলোক গাঁৱৰপৰা ওলাই গ'ল—দুমাইল আঁতৰৰ গাঁৱলৈ। ধান থকা গাঁও ওচৰত নাই, যি দুই-এঘৰৰ ধান আছেও তেওঁলোকে মাছলৈ সলাব নোখোজে।

অলপ পিছত জয়ধন বুঢ়াৰ ওচৰৰপৰা ওলাই আহিল। ধনেশ্বৰক আগে আগে যোৱা দেখি ৰিং এটা মাৰিলে। ধনেশ্বৰ ৰ'ল। জয়ধন আদহীয়া মানুহ, ধনেশ্বৰে 'দেদাই' বুলি মাতে। কেইদিনমানৰপৰা দুপৰীয়া ধনেশ্বৰ নালীয়াহঁতৰ লগ লাগিছে। ধনেশ্বৰ, নালীয়াহঁতে কলং পাৰৰ কেন্দু গছ এজোপাৰ ছাঁত বহি দুপৰীয়াৰ সময়খিনি 'টুৱেন্টি নাইন' খেলে। জয়ধনে খেলিব নাজানে যদিও ওচৰতে বহি চাই থাকেগৈ।

সকলো গৈ কেন্দুগছৰ তল পালেগৈ।

"বুঢ়াৰ স'তেনো দুপৰীয়া কি কথা পাতিলি ?" ধনেশ্বৰে গাৰ গামোচাখন বনৰ ওপৰত পাৰি তাচযোৰ তাৰ ওপৰত থৈ জয়ধনক সুধিলে।

নালীয়া, পদো, ধনী আদি লগৰীয়া কিজন মুখামুখিকৈ চাৰিওকাষে বহিল।

"সেইবিলাক কথা আৰু কি শুনিবি ? মাটি যি কিডৰা আছিল।

মহাজনকে বেচিলোঁ। এতিয়া ঘৰৰ ভেটিটো আৰু বাৰীখন বাকী। তাকো বিক্ৰী কৰিলে মহাজনেই লওঁ বুলিছে। তাকে দেউতাৰ কাণ্ড চোৱাই থলোঁ, গাঁৱৰো মানী মানুহ, খেলৰো বুঢ়া।"

"ঘৰ-বাৰী বেচি ক'ত উটি-বুৰি ফুৰিবি? তাচটো কাটি দি বিলাবলৈ পদোৰ ফালে আগবঢ়াই দি ধনেশ্বৰে সুধিলে।

বাকী কিজনেও তাচপাচ হাতত লৈ জয়ধনৰ মুখলৈ চাই ৰ'ল। সেই জয়ধন যাৰ আটিল গা আৰু দীঘল চুলিকোছা এসময়ত সকলো ডেকাৰ ঈৰ্ষাৰ বস্তু আছিল আৰু যি সেই দুটাৰ যত্নতে ভাওনাত ভীম বা অসুৰৰ ভাও লৈ আহিছিল যোৱা কুৰি বছৰ ধৰি—গাঁওখনৰ গৌৰৱ সেই জয়ধন দেদাই আজি গাঁও এৰি যাবলৈ ওলাইছে এপাল ল'ৰা-ছোৱালী আৰু এজনী বিয়া দিবলগীয়া গাভৰু ছোৱালীক লৈ। জয়ন্তী গাভৰু ছোৱালী, আনবিলাক ছোৱালীৰ মাজত জাকত-জিলিকা। তাইৰ বিয়াৰ কথাও মাজতে কুৰুং-কাৰাং হৈছিল।

"কিয় জয়ন্তীৰ বিয়া কি কৰিলি? মাজতে কোনোবা দুযোৰমান আহিছিল নহয়?"—ধনীয়ে সুধিলে।

"সাতে-পাঁচে—জয়ধনে কাণত খোঁচ মাৰি থোৱা আধা খোৱা বিড়িটো জ্বলাই লৈ দুহোপামান ঘনাই হুঁপি ক'লে, "বিয়াখন পাৰিলে বোপাইৰ ভেঁটিতে পতাৰ ইচ্ছা। ঘৰবাৰী বেচি যি ধন পাওঁ তাৰে বিয়াখনত খৰচ কৰি বাকীখিনি লৈ উত্তৰ পাৰলৈ (ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ) উঠি যোৱাৰ ব্যৱস্থা কৰিছোঁ। লুইতৰ পাৰত থাকিলে পৈত্ৰিক জাতিগত ব্যৱসায়টো চলাই থাকিব পাৰিম। ইয়াত তাৰ মুদা মৰিল নহয়। জালবিলাক জহি-পচি গ'ল।"

জয়ধনে অলপ আঁতৰত কলঙৰ নিচেই কাষত উবুৰি খাই, জৰাজীৰ্ণ ৰূপত পৰি থকা নাও এখনলৈ সতৃষ্ণ দৃষ্টিৰে চাই ৰ'ল। তাচ খেলুৱৈ কিজনেও হাতত তাচপাত লৈ ডাক দিবলৈ পাহৰি গ'ল। সকলোৱে জয়ধনৰ দৃষ্টিয়েদি নাওখনলৈ একেথৰে চাই ৰ'ল। সেই পৰিথকা নাওখনেই আজি দহ বছৰৰ আগতে শেষ হৈ যোৱা জয়ধনৰ ব্যস্ততা ভৰা অতীতটোৰ অচলাৱস্থা ঘোষণা কৰিছে। এই কেন্দু তলতে আছিল কলঙৰ পাৰঘাট। তেতিয়া ইয়াত চৰকাৰী নাও চলিছিল, গুটীয়া নাও, মাৰ নাও। জয়ধন আছিল সুদক্ষ গুৰিয়াল। মটৰ গাড়ী, গৰু গাড়ী, কত মুনিহ তিৰোতা, ল'ৰা-ছোৱালী, মেলাৰ যাত্ৰী, স্কুলীয়া ল'ৰা,

মাষ্টৰ, কত ধৰণৰ কিমান মানুহ এইপিনে পাৰ হ'ল। জয়ধন গুৱিয়ালৰ দক্ষতাৰ কোনো দিনেই একো দুৰ্ঘটনা নহৈছিল। এই ঘাটটোৱেই স্থানীয় কেবাজন ডেকাৰো পেটৰ ভাতৰ যোগান ধৰিছিল। যিদিনা ইয়াত প্ৰথম খুটাটো পুতি ভয়ানক গধুৰ যন্ত্ৰটোৰ প্ৰথম কোবটো মাৰিছিল সেইদিনা জয়ধনৰ কলিজাত সেই কোবটো পাৰিছিল। এই কেন্দুগছ জোপাতে তেতিয়া মাৰনাও বান্ধিছিল।

দেশ স্বাধীন হোৱাৰ কাৰণেহে দলং হ'বলৈ পালে। দলং হ'ল বাৰু, ইযাৰ যাত্ৰীবোৰৰপৰা এপইচাকৈও টেক্স লগোৱা হ'লে, চাইকেল-বিলাকৰপৰা দুপইচাকৈও টেক্স লোৱা হ'লে, মটৰবিলাকৰপৰা আঠ অনাকৈও টেক্স লোৱা হ'লে চৰকাৰৰ দলং সজাৰ খৰচো ওলালহেঁতেন আৰু (টেক্স লোৱা কামটো অৱশ্যে তাকে দিব) তাৰো চাকৰিটো ৰ'লহেঁতেন।

জয়ধনে বিড়ি হুঁপি হুঁপি কি ভাবি গ'ল লগৰ কেইজনে যেন চিনেমাৰ দৰে চকুৰ আগত সেইখিনিকে দেখি গ'ল। সকলোৱে তাচপাত পেলাই বিড়ি একোটা জ্বলাই ল'লে। খেল আজি জমাৰ আশা নাই। সিহঁতৰ সন্মুখত কলং নামৰ এখন নদী আছিল। এতিয়া তাৰ বুকু ঢাকি ধৰিছে বিহমেটেকাই। মাজে মাজে ঝাওবন, নল-খাগৰিৰ গছ জোপোহা হৈ উঠিছে। অ'ত-ত'ত দুই-এটা ঘুলি আছে, তাকো বিহমেটেকাই ছাটি পেলাইছে। আজিকালি চৰকাৰী নলী-নাদ'-কুঁৱা গাঁৱে গাঁৱে। কলঙৰ পাৰৰ জীয়াৰী-বোৱাৰীয়ে পানী নিবলৈ পুৱা-সন্ধিয়া হাতত-কাষত গাগৰী-কলহ লৈ নাহে আৰু। দুপৰীয়া চৰণীয়া গৰুৰ জাকে পানী বিচাৰি কলঙৰ বুকু টুকি ফুৰে, সেই পানী খাই গৰুৰ হয় নানা ধৰণৰ বেমাৰ। বহাগৰ বিহুত ভালেমান দূৰৰপৰা গাঁৱৰ ৰাইজে জাকে জাকে গৰু গা ধুৱাবলৈ এই কলঙলৈ অনাৰ অপূৰ্ব দৃশ্য, এই কলঙৰ পাৰৰ ভবিষ্যতৰ ল'ৰা-ছোৱালীহঁতে আৰু দেখিবলৈ নাপায়? কলঙৰ বানপানীয়ে গাঁৱৰ পথাৰত পলস নেপেলায় আৰু ব্ৰহ্মপুত্ৰৰ নানা ধৰণৰ মাছে এই কলং পাৰৰ এখন জিলাৰ ৰাইজক পুষ্টিকৰ খাদ্যৰ যোগান আৰু নিদিয়ে, আৰু তাতোকৈ ডাঙৰ কথা হ'ল এই কলঙৰ পাৰত সাতাম পুৰুষ ধৰি বসতি কৰি পৈত্ৰিক ব্যৱসায় চলোৱা এটা সম্প্ৰদায়ৰ অন্ন-বস্ত্ৰৰ মূল স্তুঁতিটোকে এই জীয়া নৈখনৰ লগতে ডিঙিত টিপি মাৰি পেলালে।

"আমাৰ এই সম্প্ৰদায়টোৰ উন্নতি হ'ব নে বাৰু ? ধ্বংস হৈ নাযাব নে আমাৰ এই সম্প্ৰদায়টো ?"—ধনেশ্বৰে নৈখনত দৃষ্টি নিবদ্ধ ৰাখিয়ে উমৈহতীয়াকৈ প্ৰশ্নটো সুধিলে।

জয়ধনে বিড়িৰ টুকুৰাটো দলিয়াই দি আনএটা বিড়ি জ্বলাই ল'লে। প্ৰত্যেকৰ মনৰ মাজত একেবিলাক ভাবেই পানীমেটেকাৰদৰে ছাটিমাৰি ধৰিছে, প্ৰত্যেকৰ মনত একে প্ৰশ্নৰে উদয় হৈছে।

কলং যেতিয়া জীয়াই আছিল তেতিয়া এনেকুৱা হাজাৰ-বিজাৰ পানীমেটেকা জঁাজি হৈ কোবাল সোঁতত উটি গৈছিল। পাৰত খামুচি ধৰি কোনোটো জঁাজি কেতিয়াবা ৰ'বলৈ চেষ্টা কৰে, কিন্তু পাৰে জানো ? একোবত সোঁতে এৰুৱাই লৈ যাবই। কিন্তু সোঁত যেতিয়া নাথাকিল, এতিয়া অৱস্থা কি হ'ল ? আজি আমাৰ গাঁৱৰ ল'ৰাহঁতলৈ নাচাৱ কিয় ? কোনটো ল'ৰা পঢ়া-শুনাতে ভাল বা কাম-কাজতে ভাল ? পটলুং পিন্ধি ঘূৰি ফুৰে . নহ'ল হালৰ, নহ'ল ফালৰ। আমাৰ গাঁৱ কিয়, আন আন গাঁৱৰ ল'ৰাবোৰ নো কি ? মেল মাৰি, আড্ডা দি, চাহৰ দোকানত বহি তাচ-পাশা খেলি পুৱা-গধূলি ঘূৰি ফুৰিছে। নাই হালত, নাই বেহা-বেপাৰত, নাই বিদ্যাত, নাই হাকিম-হুকুমৰ এপাচি দৰ্মহা খোৱা চাকৰিতা চৰ্কাৰী আলিত ক'ৰ বিদেশৰপৰা অহা মুনিহ-তিৰোতাই আলিত শিলগুটি কেইটামান ছটিয়ায়ে দিনটোত ছটকা হাজিৰা ঘটিছে। আমাৰ কোনোবাটো গৈছে যদিও আনবিলাকে উৎসাহ দিয়ক ছাৰি টিট্‌কাৰীহে দিছে। কাম এৰি যেতিয়া সকলোৱে কথাত ধৰিলোঁ, হে'ৰাই গ'ল আমাৰ একে ৰাতিতে গড় বন্ধা শক্তি।...সোঁত নোহোৱা নদীক জঁাজিয়ে, বিহমেটেকাই, অগৰা গছে ছাটি ধৰিবই।"

তাচৰ পাতবিলাক কেতিয়াবাই সিহঁতৰ হাতৰপৰা সৰি পৰিছিল। খেলত আজি স্পৃহা নাই। উদাস আৰু হতাশভাৱে নৈখনৰ বুকুলৈ চাই ৰ'ল প্ৰত্যেকটোৱেই। অকাল বৈধব্য আৰু অকাল বাৰ্ধক্যৰ স্থৱিৰতা লৈ স্থিৰ, নিশ্চল হৈ পৰি আছে কলং নৈখন, সিহঁতৰ ঠিক চকুৰ আগতে।

# তিনিৰ তিনি গ'ল

দেওবাৰ। হাটবাৰ। তাতে হাল্‌কোৰৰো বিশেষ কাম নাই। পূৰ্ণকান্তই শোৱাপাটীতে এবাৰ এঙামুৰি দিলে। ডাঙৰ ল'ৰাটোৱে বেৰখনৰ ইফালেই চালপীৰাখনত বহি লৈ কিবা এটা অংক কৰিব লাগিছে। বোধকৰো বিয়োগৰ অংক।

'দুইৰপৰা পাঁচ যাব নোৱাৰে, গতিকে ধাৰ কৰিব লাগিব এক। মুঠতে হ'ল বাৰ। বাৰৰ পাঁচ গ'ল থাকিল সাত। সিপিনে থাকিল তিনি। তিনিৰ তিনি গ'ল অৰ্থাৎ তিনিয়ে তিনিয়ে মিলি গ'ল........।'

সি 'আকৌ', 'কিন্তু' 'অৰ্থাৎ' আদি শব্দবিলাক লগাই অংকটো কৰি যায়। ইমান সহজে দহ ধাৰ কৰিব পাৰিলিনে? আৰু এক ধাৰ কৰোতে দহ হ'ল কেনেকৈ? এক নহয়, দুই নহয়, পোনেই দহ। হেৰ' ইমানখিনি ধাৰ দিলে কোনে?

তিনিয়ে তিনিয়ে মিলি যাব নোৱাৰে, মিলিব পৰা হ'লে তইঁত ভাই-ককাই তিনিটাৰ মাজত খাওঁতে, শোওঁতে, খেলোঁতে ইমান থকাকুন্দা নালাগে। তিনিৰ তিনি অৱশ্যে যাব পাৰে।

ইপিনে পাকঘৰত বাকী মাজিউ আৰু সৰু ল'ৰাটোক লৈ চাহ-জলপানৰ খোলাত ঘৈণীয়েকৰ যথানিয়মে চিঞৰ-বাখৰ আৰম্ভ হৈছে:

"নাই-অ,' টেকেলিৰ চুকতে অকণমান লাগি আছে। তাকো তইঁতক দি দিলে দেউতাৰে চাহটোপা কিহেৰে খাব? গোটেই জলপানখিনি গুৰেৰে ৰঙা কৰি লৈছ, আৰু কিমান লাগে? দেউতাৰ আকৌ হাটলৈ গৈ আনিব নহয়।"

কথা শেষ হওঁতে নহওঁতেই আনটোক টেটুফালি নবিয়াই উঠিল: "নল'বি, নল'বি, নল'বি সেইকণ। ৰাতিপুৱাই দেউতাৰে কিৰে চাহটোপাকে খাবনে? কৈছোঁৱেই, পোৱালীয়ে পিয়ন চাৰিবৰ হৈছে

পাখীৰ নোলায়। কোনোমতে টানি-টুনি সেইকণ উলিয়াই আনিছোঁ, হয় যদি চাহটোপাকে বগা হওক। খা, খা, গাখীৰ নোহোৱাকৈও পেটলৈ যাব।"

গোটেই কথাবিলাক পুনৰ ই মনৰ ভিতৰতে দোহাৰি গ'ল। হঠাৎ কিবা এটা বস পাই মুখখন ডাঙৰকৈ মেলি শব্দহীন হাঁহি এটা মাৰিলে। বেবৰ জলঙাই অহা ৰ'দৰ জিলিঙনিৰপৰাই বেলাৰ উমান এটা পাইছিল; তথাপি হাতমেলি মূৰৰ শিতানৰ ফালে থকা খিড়িকিখন শুই থকাৰপৰাই ঠেলি দিলে। নগা-চাবি খিড়িকিৰ জোখত কাটি, বাঁহৰ কামী, খবুৱা দি সজা খিড়িকিখন বেতৰ সূতাদি বান্ধি মিহি বাঁহ এডালত ওলোমাই দিয়া আছে। ঠেলি দিলে ঘৰ ঘৰ শব্দ কৰি আঁতৰি যায়। খিড়িকিয়েদি দেখিলে বেলি বাঁহৰ ওপৰ উঠিল। উঠিব নোৱাৰিছে, কাম আছে গুণেহে উঠিছে। তাৰতো কাম নাই, সিনো উঠি কি কৰিব? বজাৰলৈ নিব কিটো?.... ল'ৰা পোশাকেইটাক বঞ্চিত কৰি বজাৰলৈ নিয়াতো উচিত হ'বনে?

মূৰৰ শিতানৰপৰাই হাতেৰে খেপিয়াই বিড়ি এটা উলিয়াই দিয়াচলাইটো মাৰি জলাই লৈ শুই শুইয়ে হুঁপিবলৈ ধৰিলে।

কোনোবা এটা হুপ্‌হুপাই সোমাই আহিল। গুৰ বেছিকৈ বিচাৰি কন্দা মাজিউ ল'ৰাটো।

"দেউতা মুঠ কিয়? বজাৰৰ পৰা গুৰ নানিবিনেকি আজি?" তাৰ মুখে হাতে জলপান লাগিয়ে আছে।

বেবৰ সিফালৰপৰা তিনিয়ে তিনিয়ে মিলাই থকা দ্বিতীয় শ্ৰেণীত পঢ়া বৰটো ল'ৰাই মাত দিলে:

"বজাৰলৈ গ'লে মোক কাগজো এক দিস্তা লাগিছিল অ' দেউতা; চিৰিবামপুৰী। ভূগোলৰ বহীৰ পাত নাই, মাষ্টৰে মৰিয়াব।"

একেবাৰে পেটমোছাটোৱে জলপানৰ বাটিটো হাতত লৈ পিঠাগুৰিৰ জলপান গায়ে-মুখে লেটিয়াই হাত চেলেকি চেলেকি সোমাই আহিল। তাৰ কথা'চ নুকেনৰ।

"মোলৈ লুজেনগুটি আনিবি দে'তা।"

কিন্তু পিছমুহূৰ্ত্তে ভাবিলে সিনো দেউতাকৰ লগতে বজাৰলৈ নাযায় কিয়? লুজেন অনা কামটো সিয়ে কৰিব পাৰে দেখোন? গতিকে লগে লগে যোগ দিলে, "ময়ো যাম বজাৰলৈ তোৰ লগত।"

মাক সোমাই আহিল।

"বেলি গৈ দুপৰ হ'লহি, এতিয়াও উঠিবৰ নাম নাইনে?" কথাৰ লগে লগে ল'ৰাটোক বোধকৰোঁ মুখ-হাত ধুৱাবলৈ নিবলৈ এটা বাহুত থাপ মাৰি ধৰিলে। আনটো হাতেৰে আঙুলি তিনিটা মেলি দেখুৱালে,

"তিনি। মই চাইছিলোঁ। তাৰ লগতে আৰু দুই এপদ বস্তু বিচাৰকৰোঁন বাৰীখনত।"

শেষৰ কথা কেইটা যাওঁতে যাওঁতে কৈ ল'ৰাটোক একপ্ৰকাৰ টানি কোঠাটোৰপৰা বাহিৰ ওলাই গ'ল।

আঙুলিৰে দেখুওৱা বস্তুটো 'তিনি' বুলি সিও জানে। আগদিনাই সি উঁড়ালত উঠি মনে মনে চাই থৈছে। তাকেইতো কালিৰপৰাই ভাবি ঠিক কৰিব পৰা নাই কোনটো কৰে।

ল'ৰাটোক মুখধুৱাই গামোছাৰে মচি দি আকৌ উভতি আহি পিৰিয়েকক তেতিয়াও শুই থকা দেখি মাকটো অলপ টান কৰি ক'লে:

খাঁহখৰিৰ জুই, পানী-হাঁই হব এতিয়া; মই আকৌ জুই ধৰিবলৈ নোৱাৰোঁ। তাতে ঢেকীত *বৰা' আছে।

এইবাৰ পূৰ্ণকান্ত সঁচাই উঠি বহিল। পুৱাৰ চাহ পিলাহ এৰিব নোৱাৰি।

মুখ-হাত ধুই পাছফালৰ চালিৰ তলত যুঁৰা এটা লৈ বহাৰ লগে লগে ঘৈণীয়েকে চাহৰ পিলাহটো আগবঢ়াই দি নিজৰ কৰ্মত খাটি ধৰিলে।

---

* বৰা—ঢেকীত খুন্দিবলৈ বাকী থকা চাউল। বাড়ি থকা অৰ্থাৎ।

"চল্লিছনম্বৰী সুতাও এপোৱা চাবচোঁন। সুতাৰ অভাৱত গামোছা কিখন শালতে পচিল। অ' আধাপোৱা কাপোৰধোৱা চাবোনো আনিবচোঁন।

"কাপোৰ ধোৱা চাবোন? কিয় যোৱা দেওবাৰেহে আনিছিলোঁ আধাপোৱা চাবোন? শেষ হ'লেইনে?"

"ক'ৰ যোৱা দেওবাৰে? মাজতে আৰু এটা দেওবাৰ নগ'ল? আপোনাৰ চুৰিয়া-চোলা যোৰ ধুধোৱা নপৰিল? ইহঁতৰ পেণ্ট-চোলা খাৰণীৰ পানীত দি অকণ অকণ চাবোন দি সিজাই দিছোঁ গুণেহে দুসপ্তাহ হ'ল। তাৰ উপৰি কেতিয়াবা গা-মূৰ ধুবলৈও লাগে।"

"গা ধুবলৈ? নালাগে আমাৰ চাবোন সানি বিলাতী হ'ব।" পূৰ্ণই চাঁহত শোহা মাৰিলে। 'গা-মূৰ ধোৱা' কথাষাৰৰ অৰ্থটো পূৰ্ণই নুবুজিলে বা বুজিবলৈ চেষ্টা নকৰিলে।

"আতাই আছানে?" বাহিৰত টংকৰ মাত।

"আতাই আহাঁ, সোমাই আহাঁ। এয়া মুখ হাত ধুই চাঁহত্‌ তোক এটা মাৰিছোঁ।" গিলাছটো নমাই থৈ পূৰ্ণ ই বেৰৰ কালে চপাই থোৱা চকপীৰাখন টানি সন্মুখলৈ আনিলে।

"এতিয়াহে?"—টংকই বজাৰলৈ অনা সক ভাৰ এখন একাষৰীয়া কৰি থৈ চকপীৰাখনত বহিল।

বিয়াৰ পিছত দুয়ো একেলগে গুৰুৰ ওচৰত শৰণ লৈছিল। দুয়োৰো বিয়া একে মাহতে হৈছিল। এনেকৈ একেলগে শৰণলোৱা-সকলৰ মাজত আত্মাৰ সম্পৰ্ক হয় কাৰণে ইজনে সিজনক 'আতাই' সম্বোধন কৰে। সম্পৰ্কটো আধ্যাত্মিক। ঘৰ এমাইলমান দূৰৰ আন এখন গাৱঁত। বজাৰলৈ যাওঁতে পূৰ্ণকান্তৰ গাঁৱৰ মাজৰ আলিবাটেদি পূৰ্ণৰ ঘৰৰ আগেদিয়ে যাব লাগে।

"মই খুব বিহানেই উঠিলোঁ আজি। বাৰীৰ জেওৰা একপালি দিলোঁ। গৰুৱে ভাঙি থৈছিল। বাৰীতে বিচাৰি কলডিল দুটা, লেমুটেঙা কেইটা অঁৰামানো পালোঁ। মেজিত থোৱা গুকান বাঁহ

এটাও ফালি দিলোঁ, লাগনি নায়েই বোলে। তাৰ পিছত গ্ৰা-প্ৰা ধুই ঘৰতে পকি থকা চৰাই-আঠিয়া কল চাবি আৰি পাই সকলো সামৰি বজাৰলৈ লৈ আহিছোঁ ভাবখন।

"খোৱা জীয়াৰ লক্ষণ দেও"—পূৰ্ণকান্তই আকৌ আধাখোৱাকৈ নমাই থোৱা চাহৰ গিলাছটো তুলি ল'লে।

এনেতে পূৰ্ণকান্তৰ গৃহিণীয়ে ওৰণিৰে মুখখনৰ এফাল ঢাকি বাটি এটাত ফিকা চাহ কাঁহী এখনৰ ওপৰত সজাই লৈ টংক ৰহাৰ সন্মুখৰ ঠাইখনত হাতফুৰাই থ'লেহি।

তাৰ পিছত থিয় হৈ ওৰণিখন ঠিক-ঠাক কৰি লৈ গিৰিয়েকৰ মুখৰ ফালে চাই হাঁহি হাঁহি ক'লে: "লোকৰ সেয়া কামৰ লেখ পাবলৈ নাই। আমাৰ চিএৰোতে চিএৰোতে কুম্ভকৰ্ণৰ শয়ন ভাগিছেহে। বাৰীলৈ যাবলৈ আছেই, বিচাবিলে ভাতকেৰেলা, বেঙেনা, কলডিল আমাৰো ওলাব।"

"বা···ক" বুলি পূৰ্ণকান্তই এইক্ষেত্ৰত কোনো অৰ্থ প্ৰকাশ নকৰা শব্দ এটা উচ্চাৰণ কৰি আকৌ এঢোক চাহ পি মিচমিচাই হাঁহি আতায়েকলৈ চাই ক'লে, "খোৱাঁ আতাই, সুদা চাহ, তাতে ফিকা।"

"গৰুজনীয়ে লঠিয়াই, ওহাৰলৈ হাতেই নিবলৈ নিদিয়ে"—তেতিয়াও ওচৰত থিয় হৈ থকা গৃহিণীয়ে মাত লগালে, "অলপ আগ ত অহা হ'লে এজনৰ ভাগৰেই দুজনৰ চাহটোপা বগা হ'ল-হেঁতেন।"

"গৰুজনী বেচি খীৰতী এজনী কিনি পেলোৱাঁ"—চাহত শোহা মাৰি টংকই ক'লে।

"এঃ পাপ হ'ব আতাই, ধৰ্মই নকয়।"

টংকই এইবাৰ হো-হোৱাই হাঁহি উঠিল। ক'লে, "তুমিও আগৰ ধৰণৰেই হৈ থাকিলা আতাই। আজিকালি যুগ বেলেগ হ'লহে। আগৰ ধৰণ-কৰণকে খামুচি থাকিলে নচলিব, যোৱা যুদ্ধত নেদেখিলা, মিলিটাৰীক গৰু যোগান ধৰাৰ ঠিকা লৈছিল ভেঁা ভেঁা হিন্দুৱেই।

আমাৰ হালোৱা মখাই ধৰ্ম নাৰাখিলেও হ'ব। ল'ৰা-ছোৱালীৰ গাখীৰ খুৱাব লাগে, তেহে সিহঁতৰ মগজ হ'ব।.........

কথাৰ মাজতে তেওঁয়াও একাৰত থিয় দি থকা গৃহিণী গৰাকীয়ে মাত দিলে, "ক'বনো ল'ৰা-ছোৱালীয়ে গাখীৰ পাব। যেতিয়া গাখীৰ সৰহকৈ ওলাইছিল, তেতিয়া চাহৰ কাৰণে এগিলাছ ৰাখি বাকীখিনি মৌজাদাৰৰ মহৰীৰ ঘৰত উঠনাত দিলোঁ। মাহে মাহে সেইকালেই খাজনাত জমা হৈ থাকক এই ভাবিয়ে। মহৰীয়ে খাজনাত কাটি থকা বুলি মুখেৰে টুটুৰাই থাকি শেহত পঠিয়ালে কোবোকি। ভালৰে ভাল খাটি গাখীৰ কণ দিওঁ, আনৰপৰা কিনিবলৈ গ'লে সেৰত এটকা, আমাক ৰাচে ছঅনা........"—একে সুৰতে এইখিনিলৈকে কৈ অলপ ৰৈ, যুগে যুগে মানুহে কৈ অহা চিৰন্তন সত্য এটা নিজৰ অভিজ্ঞতাৰ মাজেৰে সুঁৰ বিলে, "ছলা গছ দেখিলে সকলোৱে বাগী কুঠাৰ মাৰে যে, অতি সত্য কথা।"

এইবিলাক ঘকৱা সুখ-দুখৰ কথা, কিবা এটা পাবলৈ আশা কৰি কোৱা কথা নহয়; আক টংকৰো ঘকৱা অৱস্থা ভেওঁলোকৰ দৰেই, মাত্ৰ মন পাতলাবলৈ আপোন মানুহৰ আগত কোৱা।

পূৰ্বকান্তই বৈণীয়েকক ভিতৰৰপৰা বিড়িৰ মুঠিটো আনি আতায়েকক দিবলৈ কৈ পিছকালৰ চোতালৰপৰাই আৰম্ভ হোৱা বাৰীত সোমাল। হাতত সৰু নালীয়া কটাৰী এখন আক তাঁৰ বাৰি এজালো ল'লে।

আতায়ণীয়ে তামোল বটা, বিড়িৰ মুঠা আক দিয়াচলাইটো আনি আতায়েকৰ সন্মুখত থৈ ওৰণী টানি একাৰৰীয়াকৈ থিয় দিলে। টংকই তামোল এখন মুখত ভৰাই বিড়ি এটাও জ্বলাই ল'লে। গৃহিণীয়ে ছালিখনৰ বাঁহৰ খুটা এটাত আঁওজাৰ দৰে থিয় হৈ বাৰীখনলৈ চাই চাই ক'লে, "বজাবলৈ নিবলৈ বস্তুৰ ভিতৰত আছে মালভোগ কল কেইআবিমান। তাকো 'দৰিদ্ৰৰ কপালত হাঁহকণীত কুছম নোহোৱাৰ' নিচিনা গোটেই থোকটোত তিনি আঙিহে মজপুত কল ওলাল। বাকীবিলাক লিবিকা-লিবক্। ল'ৰাইতে

দেখা পাই বুলি ভঁড়ালত খেৰেৰে ঢাকি লুকুৱাই থৈছিলোঁ। আজি চাওঁ ভাল আৰি তিনিওটা পকি মলমলাই আছে। বাবীৰ ভাল বস্তু বুলি গোঁসাইৰ থাপনাতে একাষৰি দিওঁ বোলোঁ। দেউতাকে বোলে বজাৰত বেচিলে গোটে এক অনাকৈ পাব; তাৰে আধাসেৰ বুটমাহ আনি গোঁসাইৰ আগত দিলেই হ'ব। পিছে ভঁড়ালৰপৰা উলিয়াই নিয়াটোৱেই হৈছে টান। কেনেবাকৈ শশাহী কেইটাই, বাইকৈ সকলোৱে দেখাপালেই হ'ল আৰু। কাহৰ কামোৰ।"

ইমান সময় টংকই একান্ত মনে বিড়ি টানি টানি কথাখিনি শুনি গ'ল। কিবা এৰাৰ মকলেও নহয়, কিন্তু কৰলেওনো আছে কিটো। তথাপি ক'লে, "এবা হউঁতে মালভোগ কল ল'ৰা-ছোৱালীয়ে খালেহে গাত বল-শক্তি হয়, চেহেৰা মালভোগ কল হেন হয়। 'টাওনৰ' মানুহবিলাকে কিনি কিনি ল'ৰা-ছোৱালীক খুৱায়। সেই কাৰণেহে সিহঁতৰ ল'ৰা-ছোৱালী পঢ়াশুনাতো চোকা। দেখাতো ধুনীয়া। আমাৰবোৰ...... 'লিবিকা-লিবিক্' মালভোগ কল......" —আতায়ণীয়ে ব্যৱহাৰ কৰা শব্দটো হঠাতে মনত পৰাত তাকে ব্যৱহাৰ কৰিলে টংকই। আতায়ণীয়ে টংকৰপৰা বিদায় লৈ ভালিখনৰ এমূৰে থকা ঢেকীটোত চাৰ দিয়াত লাগিলগৈ।

পূৰ্বকালতই বাবীৰপৰা খপিয়াই-জপিয়াই কলতিল ছটা, ভাতকেবেলা একবিহান আনি পিৰালিত থৈ হৰহৰাই পানী এমাহ গাত ঢালি, গাটো টুকি বজাৰলৈ যোৱাৰ কাৰণে চুকিয়া-তোলা লিপি ওলাল।

টংক আতাই বহি থাকোতেই হাতত কাপোৰ এডোখৰ লৈ ভঁড়ালৰ দাং খুলি ভিতৰ সোমাই খেৰৰ মাজৰপৰা ডাঙৰ কল তিনি আৰি উলিয়ালে। খামোচৰে কোনোমতে চুকি পোৱা, সেই অনুপাতে দীঘল কল তিনি আৰি দেখিলেই মনটো ভাল লাগি যায়। বাকী যি-কেইটা আৰি আছে দকচা হৈয়েই আছে, পিছত পকিলেও ঠিহিবা মাৰি থাকিব।...অন্ততঃ নগদ তিনিটা টকা বজাৰত পাব; কাগজ এক দিস্তা, চন্নিছ নম্বৰী সূতা......একোখন

গামোছা বোচলে ডেৰটকালৈকে পাব...শুৰ ন'হলেই নহয়, নিমখ-তেল, লুজেন গুটিও লগিব, দাইল মাছ বাক নালাগেই...।

চোৰৰ দৰে কল তিনি আৰি হাতত নিয়া পাতল কাপোৰখনৰে বান্ধি ভঁড়ালৰপৰা নামি আহিছেহে মাজিউটো ল'বা ক'ৰবাত খেলি থকাৰপৰা মৌজাদাৰৰ টেকেলা ওলোৱাদি হাজিৰ।

"দেউতা সেয়া টোপোলাত কি পালি?" "একো...নহয়..." —কি বুলি ফাকি দিব তৎক্ষণাৎ ভাবি উলিয়াব নোৱালি ক'লে, "যাইক, তইঁত খেলিহে আছিলি, খেলগৈ।"

সি গৈ থাপ মাৰি টোপোলাটোত ধৰিলে।

"হে হে এৰ, এৰিদে, বেয়া হ'ব পাৰে।"

"কি কি কি আছে?"

টনা-আজোৰাত কাপোৰৰ কিছু অংশ কাটি কলখিনি কেঁচা সোণৰ দৰে জিলিকি উঠিল।

"কল, কল, কল, ক'ত পালি? দে এটা মোক।"

"কল কল কল" বুলি প্ৰতিধ্বনি তুলি সকটোও ক'ৰবাৰপৰা ল'ৰি আহিল।

বুজা হোৱা ডাঙৰটো ল'ৰাই মাত্ৰ অলপ আঁতৰত চিন্তিতভাৱে থিয় হৈ থাকিল। হুলস্থুল শুনি মাকো ঢেকী এৰি আহিল। ইতিমধ্যে টাংকও উঠি আহিছিল।

তাৰ পিছত, "কল দে, এটা কল দে" অবিৰাহি চিঞৰ।

মাকে এচাৰি এডাল জোকাৰি জোকাৰি ধমকিৰ সুৰত ক'লে, "শুৱেৰে বাটিটোৰ জলপান ৰঙা হৈ নগ'লে জলপান নাখাৱ, ভাজি নহ'লে ভাত নোসোমাই, সেইবিলাকনো ক'ৰপৰা আহে, কল তিনি আৰিকে যদি বজাৰত নেবেচেগৈ?"

এচাৰিৰ ভয় সিইঁতৰ নাই, সিইঁতক কল লাগে। পূৰ্ণই টোপোলাটো মুৰৰ ওপৰলৈ দাঙি ধৰি ক'লে, "তইঁতৰ কাৰণে ভঁড়ালত আক আছে নহয়, কাইলৈ পকিব খাবি।"

কথাবাৰ কোৱাৰ লগে লগে হাঁহি এটা বমিৰ দৰে ওলাই আহি তাৰ ডিঙিত লাগি ধৰাৰ দৰে বৈ গ'ল। পুৰাৰপৰাই তাৰ ভিতৰত খলখলাই ফুৰিছে সেই হাঁহিটো।

ভঁড়ালত কল থকা শুনি মাজিউটো লৰ দিলে ভঁড়াললৈ। সৰুটো কিন্তু আকোৰগোঁজ। কোলাৰটো এৰি বোকাৰটো সি বিচাৰি মুকুৰে।

ডাঙৰটো ল'ৰা ওচৰ চাপি আহি তাক হাতত ধৰি বুজালে, "তোমাক দেউতাই বজাৰৰপৰা বহুতো লুজেন কিনি দিব নহয়—কল বেচিলেহে লুজেন পাব।"

"লুজেনো লাগিব কলো লাগিব"—সি বাপেকৰ ভৰিহালত সাৰতি ধৰি আধা থিয় হৈ বাপেকে মূৰৰ ওপৰত ধৰি থকা কলৰ টোপোলাটোলৈ চাই চাই পেনপেনায়ে উত্তৰ দিলে।

"আজি জলপানত খাবলৈ গুৰ আনিব নহয়, মোৰ কাগজ আনিব"....ডাঙৰটোৱে আকৌ এবাৰ বুজাবলৈ চেষ্টা কৰিলে।

"নালাগে" সি গোজোৰা মাৰি উঠিল। বুজনি উপদেশে জালুক জলকীয়া সানে তাৰ গাত।

দেউতাকে মাকৰ চকুলৈ চালে। মাকে ইমান সময় পোন্দোৰাকৈ সৰু ল'ৰাটোলৈ চাই আছিল। দেউতাকৰ চাৱনিৰ অৰ্থ—"দি দিওঁ এটা।'

"নালাগে, নিদিব। এটা হ'লেতো নহ'ব, তিনিটা লাগিব। তিনি অনা পইচা,—এসেৰ নিমস, এপোৱা গুৰ বা আধাপোৱা চাবোনৰ দাম। কল তিনিটা টপক্ কৰে গিলিহে পেলাব, লগে লগে শেষ........[ মগজ হ'ব বুলি কৈছিল আতায়েকে! ....তিনিটা কলৰেনো কি মগজ হ'ব........আজিলৈ বাক নালাগে মগজ হ'ব।....]"

লগে লগে মাকে ওচৰ চাপি সৰুটোক হাতত ধৰি টানি দেউতাকৰ গাৰপৰা এৰুৱাই আনিলে।

"এটা কল ছিঙিলেই আৰিটো ঘূণীয়া হ'ব, কোনে কিনিব"—বুলি চকুৰেই গিৰিয়েকক যাবলৈ অনুমতি দিলে। ডাঙৰ মোনা এটাত

ভাতকেবেলা আৰু কলডিল দুটা ভৰাই বৈণীয়েকে আগকালেই আনি থৈছিল। পূৰ্ণকান্তই লৰালৰিকৈ মোনাটো আৰু কলৰ টোপোলাটো দুই হাতে লৈ আতায়েকক আহিবলৈ ইঙ্গিত কৰি পদূলিলৈ ওলাই গ'ল। তাৰখন লৈ পিছে পিছে আতায়েকো গ'ল।

তাৰ কৰি নিৰবলৈ পূৰ্ণকান্তৰ বস্তু কম। তাতে ভাৰ নলৈ নলৈ এতিয়া তাৰ ল'বলৈ সংকোচো লাগে আৰু কান্তভ দুখো পায়। তাহানি ইংৰাজী স্কুলৰ দুটা শ্ৰেণীলৈকে পঢ়িছিল যদিও, এতিয়া অসমীয়া আখৰো জোঁটাইহে পঢ়িব পাৰে। 'অনভ্যাসে হতা বিদ্যা'। জোবা-তাপলি দিয়া যিবা বাৰীচকল এখন আছিল, তাকে ঠেলি ঠেলি, যেবামতি কৰি বজাৰ-সমাৰ কৰিছিল, মৌজাদাৰৰ কোবোকী আহি তাকো লৈ গ'ল আঠ টকাৰ খাজনাত মাৰি। এসপ্তাহৰ ভিতৰত খাজনা নিদিলে নীলাম হ'ব হেনো। সূতা আনি দিব পাৰিলে গামোছা ব'ব পাৰিব, গামোছা বেচিলে টকা পাব ; আজিৰ কল বেচিও দুটকামান·······নাই, ক'ত থাকিব······।

বজাৰলৈ প্ৰায় ডেৰমাইল বাট। দুয়ো কোবাকুবিকৈ আগবাঢ়িল। বাটত ভেটাভেটী হ'ল হলধৰ দোকানীৰ। বজাৰলৈ যোৱাৰ বাটৰ কাষতে তেওঁৰ দোকান। পেটুৰা, দঢ়ীয়া হলধৰ দোকানী হাটবাৰৰ দিনা দোকানৰ সমুখৰ বাটত খাপ দি বৈ থাকে। বাকী খাই পুলুকা মৰা গ্ৰাহকক আগভেটি ধৰি বাকী সাধে, গালি সোধায়, বজাৰত বিক্ৰী কৰিবলৈ নিয়া তামোল-পাণ, বয়-বস্তু ধাৰত মাৰি কিনি লয়।

"কি ঔ পূৰ্ণকান্ত, কি আনিলি ?"

"কিটোনো আনিব দেদাই (গাঁও সম্পৰ্কীয় সম্বোধন), কল কিনি আৰি, ভাতকেবেলা দুটামান, কলডিল দুটা, ইমানেই।"

"ভীমকলৰ ডিল ? চাওঁ, চাওঁ, মই বিচাৰিয়ে ফুৰিছোঁ। কিমান কৈছ ? (দাম)"—কথাৰ লগে লগে আগবাঢ়ি ইটো টোপোলাত কাপোৰৰ ফাকেদি জিলিকি থকা কলখিনি দেখি অবাক হৈ গ'ল। "হেৰ' মালভোগ কল দেখোন। মোকো একাৰি দি যা। কিমান কৈছ দাম ?"

"গোটে একনাকৈ কৈছোঁ। লয় যদি লওক, লবালবি, বজাৰ পাবগৈ লাগে।"

"গোটে একনা?"—মুখত খুলা এটা খোৱাৰ দবে ধৰ হৈ গ'ল হলধৰ দোকানী। হেৰ' এইখন টাউন চহৰ হৈ গ'ল নে কি? গোটে ছুপইছাকৈ দে।"

"নাই নোৱাৰিম। বজাৰত গোটে ছুপইছালৈকে পাব পাবেঁ।"

"ছুপইছা কিয়, ছুঅনাকৈ দিব। পিছে খৰ এসেৰ, নিমখ এসেৰ, মলাধঁপাত এপোৱাৰ দাম দিবলৈ তিনিয়াহ হ'য় মনত আছেনে?"

পূৰ্বৰ মুখখনত যেন কোনোবাই কাকুমাৰ তেলী ছঁাইহে সানি দিলে। হয়তো। মচলুম পাহৰিলে। এবাৰ বজাৰত একো বস্তু বিক্ৰী কৰিব নোৱাৰাত বুঢ়াৰ দোকানৰপৰাই মালখিনি বাকী কৰি নিছিল। এইখন দোকানৰ মাল নাখায়, ঘৰৰ ওচৰতে থকা আন দোকানৰপৰা মাল খায়। তথাপিও হলধৰ বুঢ়াই ধৰ্মক গুণি সেই দিনা মাল কেইপদ বাকী কৰি দিছিল।

"নিবৰ বেলিকা সকলোৰে, 'তইহে তই মইহে মই', দিবৰ বেলিকা, 'ক'ৰবাৰ কোনোবা', মনতে নপৰে"—দোকানীৰ বাক্যবাণে তাক জৰ্জৰিত কৰি পেলালে।

দাম-দৰ কৰি কল একাৰি, তিল এটা আৰু তামোলকেইলা বাকী ধাৰত মাৰি দিলে পূৰ্ণ ই। যি নহক, বোজাটো পাতল হ'ল, তিনিৰ এক গ'ল।"

আকৌ ছুয়ো বজাৰলৈ কোৰ ল'লে। বজাৰলৈ সোমাই যোৱা বাটটোৰ মুখ পাওঁতেই টোপোলা ছুটা আতায়েকৰ ভাৰতে মিলাই দিলে। নহ'লে হাতখোৱা টোপোলাই প্ৰতি এপইছাকৈ ভৰিব লাগিব। যথা লাভ।

বজাৰৰ মুখপাত ঠাইবিলাক বাছি লৈ বেপাৰী-পোহাৰী ইতিমধ্যে বহিলেই। প্ৰখৰ ৰ'দ। ছঁা বিচাৰি সিহঁতে আওহতীয়া এটা মূৰত পোহাৰ মেলি পূৰ্ণৰ দায়িত্বত সকলো বস্তু দি টংক ওলাল

বজাৰ চাবলৈ। বিশেষকৈ 'নয়ান ক্লাট' (লংক্লথ) কাপোৰ এগজ লাগে বোলে ঘৰত পৰিবাৰক, মেজ-ঢাকনি কৰিবলৈ। পইছা সাঁচি টকা ডেৰটা দি পঠিয়াইছে।

পূৰ্ণ ই অলপ আঁতৰত আহঁত গজ এজোপাৰ বাঢ়ি অহা ডাল এটাৰ ছাঁত থিয় হৈ গ্ৰাহকলৈ বাট চাই ৰ'ল। ৰ'দ বৰ তমোময় হৈ ওলাইছে। গছজোপাৰ প্ৰায় ওচৰতে মাছৰ বজাৰ। ৰ'দত গেলি নাব-বাট মাছৰ গোন্ধ ওলাইছে। ভেনা মাখিবিলাকে মৌ একোজাকৰ দৰে গোঁগোঁৱাই মাছৰ পাছিবিলাক ঢাকি পেলাইছে। মাখিও যদি লেখিব পাৰি মাছ কিনিবলৈ বেপাৰীৰ চাৰিওফালে হেঁচা-ঠেলা কৰা মানুহবিলাকক লেখিব নোৱাৰি।

মাছ কিনাৰটো প্ৰশ্নই নুঠে, এনেয়ে ৰেহ-ৰূপ চাবলৈকে মাছৰ বজাৰলৈ এপাক মাৰিব বুলি পূৰ্ণ ই মনতে ভাবিছিল। কিন্তু এই হেঁচা ঠেলালৈ কি গৰজ পৰিছে যাবলৈ। এনেয়ে লোভ লগোৱা। ছুসগুাহমানৰ আগতে ধানলৈ সলাই পোহাৰীৰ পৰা মাছ লৈছিল ল'ৰাহঁতৰ কুটুৰণিত। তাৰ পিছত বন্ধ। কিয়নো ধানে এইবাৰ সন্দেহ লগাইছে, নাটিবও পাৰে।

বগা হাফ্ পেণ্ট, ছাৰ্ট পিন্ধা, চশমা লোৱা আদহীয়া বয়সৰ অথচ তজবজীয়া সেই বিৰাট অঞ্চলটোৰ একেজন চৰ্কাৰী ডাক্তৰ পূৰ্ণহঁতৰ মালৰ সন্মুখত থিয় দিলে।

পূৰ্ণকান্ত খৰখেদাকৈ আগবাঢ়ি আহি ছুইহাত যোৰ কৰি নমস্কাৰ দিলে। বিনিময়ত ডাক্তৰে মূৰ জোকাৰিয়ে, প্ৰতি নমস্কাৰ দি কল ছুআৰিলৈ চাই সুধিলে, "বঢ়িয়া কলখিনি, কিমান আনিছিলা?

"নাই, এই ছুআৰিহে। মুঠ তিনি আৰিমানহে ভাল কল ওলাল থোকটোত।"

"ঘৰলৈ একাৰিহে ৰাখিলা? আচলতে ল'ৰা-ছোৱালীক এইবিলাক খুৱাব লাগে, ফল-মূল যিমান পাৰি। সৌৱা চৰকাৰৰ ঘৰৰপৰা কাগজ মৰা দেখা নাই?"

ডাক্তৰে আঙুলিয়াই দিয়া ফাললৈ চকু নি সি দেখিলে গছ

জোপাৰ গাত ডাঙৰ কাগজত ছপোৱা ছবি এখন মাৰি দিয়া আছে। তাত ডাঙৰ গিলাছ এটাত এগিলাছ গাখীৰ, ওচৰতে তাৰ মালভোগ কলৰ দবেই একাষি কল, দুটামান ফল-মূল, এটা মাহুৰ ছবি আছে। কাষতে শকত-আৱত, হাঁহি থকা ল'ৰাৰ মুখ এখন।

কিতাপত তেনেবোৰ কথা লিখেই; ছবিতো বহুত কথাই দিয়ে। সি লাহে লাহে চকুহাল ঘূৰাই আনি কলৰ ওপৰত ৰাখিলে।

"একাষি লৈ যাওক চাৰ"—পূর্ণই কল একাষি ডাক্তৰৰ সম্মুখত দাঙি ধৰিলে।

"দাম কিমান কৈছা?'

"বাৰীৰ বস্তু নালাগেদাম" এই ডাক্তৰে সিবৈছা ডাঙৰ ল'ৰাটোৰ অসুখত কেইবাবাৰো গৈ চোৱা-চিতা কৰিছিল, বেজী দিছিল। ভিজিট বুলি গামোছা এখন মাত্র আগবঢ়াই ঘৈণীয়েকে কান্দি কান্দি কৈছিল, "আপুনি দেৱতা—নহলে মোৰ ল'ৰা ক'ত বাচিলহেঁতেন।" আজি সেই ডাক্তৰৰপৰা বাৰীৰ কল আনিৰ কাৰণে দাম ল'ব পাৰিব জানো? উচিত নহ'ব।

ডাক্তৰে পইছা আঠঅনা দিলে। সি ঘূৰাই দিলে। অগত্যা ডাক্তৰে পইছা চাৰি অনা দি কলডিল আৰু কেবেলা কেইটা ল'লে। লগত অহা কামকৰা ল'ৰাটোৱে বেগত বস্তু কেইপদ সুমুৱাই ল'লে।

তিনিৰ দুই গ'ল থাকিল এক।

যাঃ, একপ্ৰকাৰ সজকামহে লাগিল। ডাক্তৰজনৰ উপকাৰৰ ঋণ শুজিব নোৱাৰি। ডাক্তৰজনৰ ল'ৰা-ছোৱালী নাই, সেয়েহে আনৰ ল'ৰা-ছোৱালীলৈ ৰৰ হেঁপাহ, কিবা বহমান, নামটো পাহৰিছে। শিৱসাগৰৰ ফালৰ মানুহ।

যি নহক, পইচা চাৰি অনাৰে ল'ৰাটোৰ কাগজকে কিনিব লাগিব।

আকৌ উভতি গছজোপাৰ ছাঁলৈ যাবলৈ মুখ ঘূৰাওঁতেই কাৰবাৰ চিনাকি মাত এটা শুনি বৈ গ'ল। মহুৰী।

"কি ঔ পূর্ণকান্ত, থিয়া-থি দি কি কৰিছ?"

মাজে মাজে বগা হৈ পৰা চুলিবিলাক ধুনীয়াকৈ সেওঁতা কাঢ়ি থোৱা, ক'লা বৰণৰ কিন্তু চুচি কটা নিমজ মুখখন আৰু গলগলীয়া মাতেৰে চুৰিয়া পাঞ্জাবী পিন্ধা আদহীয়া মানুহজন, মৌজাদাৰতকৈও যি বেছি প্ৰতাপী, সেই মহৰীবাবু তাৰ কাষে আগবাঢ়ি আহিল। পূৰ্ণই সোঁহাতৰ তলুৱাৰে নিজৰ মুখখন মোহাৰি অনুভৱ কৰিলে লৰালৰিৰ কোবত দাড়ি খুৰাবলৈ নহ'ল। দেওবাৰে সি দাড়ি খুৰায়। সপ্তাহত এদিন। পূৰ্ণই কিবা এটা উত্তৰ দিবলৈ মুখখন মেলোতেই মহৰীয়ে আকৌ মাত লগালে, “কি ঔ, মোক দিবলৈ গাখীৰ নোলায়, আনক দিছ কেনেকৈ ?”

উচাপ খাই উঠিল পূৰ্ণকান্ত। “শ্ৰীবিষ্ণু, দা'ই দেউ, আপোনাৰ আঁৰ হ'বলৈ! বাতিপুৱা ফিকা চাহ খাই আহিছোঁ। আতায়ে সৈতে। সুবিধ লাগিলে, আতাই পাইহিহে লাগে, কাপোৰ এগজ কিনিবলৈ গৈছে।'

মহৰীয়ে অৱশ্যে জানে পূৰ্ণৰ কথা সঁচা। তথাপি চাব মাৰি ধৰি কথা সোধাৰ মহৰীৰ অভ্যাস, নহ'লে মানুহবোৰৰ খাজনা আদায় কৰিব কেনেকৈ ? নিজৰ পৰাজয় নেদেখুৱাবলৈ লৰালৰিকৈ ক'লে, “ও, মই সেই কথাকে বজাৰৰ মাজত আতায়েৰক সোধোঁ। পিছে মই গাখীৰৰ দাম খাজনাত কাটি দিছোঁ। তোৰ আগৰবাৰৰ খাজনাৰ বাকী বাবদহে ক্ৰোকী গৈছে। সোনকালে টকা যোগাৰ কৰি কাইচকোলখন নে। নহ'লে নীলামত যাব।”

“আগৰ খাজনা বাকী নাছিল দেখোন ?”

—সেমেনা সেমেনিকৈ পূৰ্ণই ক'লে।

“জানো আছিল নে নাছিল চাবিগৈ বহীত। আখৰ নিচিনা মানুহ নহয় নহয়। বস্তৰ কথা বস্তত কৈছোঁ, পিছত মুদুৰিবি।” —লগে লগে সুৰটো সলাই সুধিলে, “এয়া বস্তু তোৰেই নহয় জানো ?”

“মোৰ খুলিবলৈ কল আহিছে, বাকীখিনি আতাইৰ।”

“ওঁ। কল আৰি বেহ অদ্ভুত লগা। এইবিলাক তাল বস্তুৰ ভাল

আমি নাপাওঁ। বিপদৰ সময়তহে, দা'ইদেউ, দা'ইদেউ।......দাম কিমান কৈছ?"—কথাৰ লগে লগে কল আৰি এনেয়ে চুই-পিটিকি চালে। ক্রমে কল আৰি ওপৰলৈ দাং খালে। তাৰ পিছত কল-ঠকৰা এডাল ভাবে কল আৰি গাঁঠি দিয়াত হাতত ওলমি পৰিল।

"দামনো কিমান বুলি ক'ম?" কল প্রসঙ্গত অনাৱশ্যকীয় কথাখিনি হজম কৰি যাই বস্তলৈ আহি পূর্ণকান্তই ক'লে, "আৰি হিচাপে নিলে ডেৰটকা কৈছিলোঁ।"

"ওঁ! ডেৰটকা নহয়, ডেৰকুৰি নহয়, যৰত লৰিপৈ। এইমাত্র ডাক্তৰক তই এনেয়ে দিয়া নাছিলিনে? মই হ'বলা ডাক্তৰৰপৰা জনা নাই? তোৰ আলেখ-লেখটোহে লৈছোঁ।......হুঁ; দেশকাল উলটিল। ডাক্তৰে পানী এটোপা বেজীত ভৰাই খোচ মাৰি দিয়ে, তাতে ইমান খাতিৰ! আৰু অমুকাই 'মহা-নীলাম্বৰ'পৰা লোকৰ মাটি-বাৰী বাখি দিও কাৰণে আমাক বৃদ্ধাঙ্গুষ্ঠ দেখুৱায় যায় মানুহে ......।'

"নহয় দা'ইদেউ......বোৱাৰীয়েকৰ"......

"হুঁ"......পূর্ণৰ কথাত বাধা দি মহৰীয়ে মাত দিলে, "বাক বাক যি দাম লয় খাজনাত মাৰি ৰাখি। নীলাম্বৰ দিনা মই সেইপিনেই কাটি দিম।"

কৃত্রিম খং দেখুৱাই কোঁ-কোঁৱাই গুচি গ'ল মহৰী। তেওঁ যে এজন লেখৰ মানুহ, তেওঁবো যে মানুহৰ ওপৰত এক্তিয়াৰ আছে এনে এটা আত্ম-সন্তুষ্টিৰ ভাব তেওঁৰ মুখত। কৃত্রিম খঙৰ মাজেদি ফুটি উঠিল।

সিকালৰপৰা খামি-জামি টংক আহি পাইছে। হাতত কাপোৰৰ সৰু-মুৰা এটা আৰু মুখত বিৰক্তিৰ টোপোলা।

"আও, গোটেইবিলাক তেজপীয়াৰ দল হ'লহে! সাতখন দোকানত সুবিলোঁ। এটকা বাৰ অনাৰ কমে কাপোৰ এগজ নিদিয়ে। দোকানীৰপৰা বেপাৰীলৈ, এমেলেৰপৰা মন্ত্রীলৈ সকলো এই হালোৱা কেইটাৰ ওপৰতে ৰৰমটা। চাবা আতাই, কমুনিজে ঠিকেই

কৈছে, মানুহ কমুনিচহে হ'ব লাগিব, ক'লো এই গেন্ধেলাই। 'অ' তোমাৰ কল ছুআবি গ'ল হ'বলা ?"

"লঙ্কালৈ গ'লে সকলো ৰাৱণ আতাই, কমুনিষ্টই হওক বা চৈচলিষ্টই হওক। দুখীয়াৰ দুখ ক'তো নুগুচে। দেশ স্বাধীন হৈছে সঁচা, কিন্তু ক'ৰবাতহে হৈছে। ...কলৰ কথা সুধিছা ? ওঁ বোজা পাতলিল যেনিবা। একদম তিনিয়ে তিনিয়ে মিলি গৈ খতম।"—পূৰ্ণই মহৰী সম্পৰ্কীয় কথাখিনি বিৱৰি ক'লে।

"বাওঁকা চলাৰে এক্কে কোবে ঠাইতে লম্বা কৰি দিব নোৱাৰিলাঁ ? তুমি কিহে, আতাই ? ল'ৰা-ছোৱালীৰ মুখৰ কাঢ়ি আনি এনেদৰে অথলে গ'ল ? চ্ছাঃ—চ্ছিঃ—ইছ ইছ্ ইছ্ ইছ্ মোৰ গাটোত লাই সৰিয়হ ফুটিছে। মই থাকিব লাগিছিল, আৰ্জ্জিঃ মহৰীক দুঃশাসনৰ ৰক্তপান কৰিলোহেঁতেন!"

"যাবলৈ দিয়াহে আতাই। ভাগ্যখন কোনে কাঢ়ি নিয়েহে ? স্বয়ং ৰজায়ো নোৱাৰে" বুলি লৰা-লৰিকৈ পূৰ্ণই ছাতিটো আতায়েকক দি ক'লে, তুমি বোৱাচোঁন, মই বজাৰৰপৰা পাক মাৰি আহোঁ।" লগে লগে পূৰ্ণ আঁতৰিল। কাৰণ টঙ্কৰ, যিহে খং, পাৰিলে কল আবি কাঢ়ি আনিবগৈ। আনকি পূৰ্ণকো সুদাই নেৰিলেহেঁতেন, আতাই বুলি, একো উচ্চবাচ্য কৰিব নাপায় বুলি সাৰিল।

পিছে সি এতিয়া কিনে কি ? প্ৰথমে কাগজ ল'বই লাগিব কিতাপ-কাগজৰ দোকান নামৰ বজাৰৰ ছালিখনলৈ আগবাঢ়োঁতে এঠাইত দেখিলে নমোৰামে গুৰ বেচিছে! নমোৰাম তাহানি পাঠশালাত একেলগে পঢ়া। হৰিণাৰ আগমহ যেন গুৰখিনি দেখি বহুত মানুহ গোট খাইছে! নমোৰামৰ সগত বোধকৰোঁ ভায়েক, ওচৰত বহি পইচা সামৰিছে। নমোৰামৰ উশাহ ঘূৰাবলৈ সময় নাই, গুৰ জুখিছে। সি অলপ সময় থিয় দিলে।

এবাৰ হঠাৎ চকুৱে চকুৱে পৰিল।

"পূৰ্ণ নে কি হে? বহুত দিন দেখা নাই।"

"এৰা তোমাকো। ভাল নহয়?"

"আছোঁ দিয়া। তোমাকো শুব লাগিব নেকি?"

"নাই···ই, চাইছোঁ হে।" কথাবাৰ কৈ যামি গ'ল।

কেনেকৈ নমোক কয় শুব আধাসেৰ বা এসেৰ বাকীকৈ লাগে? কেতিয়াও বাকী খোজা নাই। তাহানি স্কুলত নমোবামে শুবৰ দিনত লেকেটীয়া শুব, পকা বহ, ডাববিৰ মিছা আদি আনি খিলাইছিল। পূৰ্ণক সবহ দিছিল, অঙ্ক শিকায় দিবৰ কাৰণে। এতিয়া ইমান মানুহৰ মাজত, তাতে ভায়েকো···বাক পাছত এবাৰ আকৌ চেষ্টা কৰিব। নমোবাম আকৌ শুব জোখাত ব্যস্ত হ'ল। পূৰ্ণও এখোজ-দুখোজকৈ কিতাপৰ দোকানলৈ গ'ল।

"শ্ৰীৰামপুৰী কাগজ লাগিছিলহে, দিস্তা কিমান?"

"এটকা"।

"ৰাম ৰাম; কেনেকৈ ল'ৰা-ছোৱালী পঢ়োৱাহে"।

"নকৰোঁ আৰু। তোমাক কিমান লাগিব?"

"আধা দিস্তা লাগিছিল—পিছে নহ'বগৈ নহয়। দুই-চাৰি অনা বাকী দিবা জানো?"

দোকানীয়ে চিৰতা পানী খাবলৈ লোৱাৰ দৰে মুখৰ ভাঁজ কৰি ক'লে, "বাকীৰ কথা আৰু নকৰোঁ। ক'তৰ ল'ৰা-ছোৱালী ডাঙৰ ডাঙৰ হৈ আকৌ ল'ৰা-ছোৱালীৰ মাক-বাপেক হৈ সেই ল'ৰা-ছোৱালীক স্কুলত দি আকৌ সেই সিহঁতলৈকে [এইখিনিতে উশাহ লৈ তৎক্ষণাৎ দুগুণ ডাঙৰকৈ আৰম্ভ কৰি] কিতাপ-কাগজ বাকী কৰি নিবলৈ আকৌ মোৰ ওচৰলৈকে, এই ঠাইৰ এইখন দোকানলৈকে, বুজিছা, এতিয়াও খাটাত ···"

"বাক তেনেহলে, হয়ো দিয়া,"—পূৰ্ণই আৰম্ভ কৰিলে, "পিছে পইছা আছে চাৰি অনা। তাকেই দিয়া তেনেহ'লে।"

কাগজখিনি আৰু এপাক ঘূৰি চাই এখন দোকানত সোমালে

ডাক্তৰে ড'ঙৰ ডাঙৰ খাচীয়া আলু কিনিছে। "আলুকেইটা দেখিলেই খাবৰ মন যায়। ডাঙৰ ল'ৰাটোৱে কাৰবাৰ বিয়া ঘৰত বহৰ দাইল, খাচীয়া আলুৰে লুচি খাই আহি মাকক বহুদিন তেনেকুৱা বাজিবলৈ কুটুৰি আছিল। পিছে কেনেকৈ। ইমান দাম।

ডাক্তৰৰ চকুত নপৰোঁতেই আঁতৰিল। বেলিও বহুত হ'ল। আতায়েকৰ বস্তু চাগৈ বিক্ৰি হ'ল। তথাপি আকৌ এপাক নমোৰামৰ ওচৰলৈ…। নমোৰামে বস্তু সামৰিছে, গুৰ বেচা শেষ হ'ল।

"কিহে নমো, আজি দাও মাৰিলা!"

"দাও আৰু কি মাৰিবা, তবে গুৰকণ হ'লে ভাল আছিল দেই!" —নিজৰ খেতিৰ গুৰৰ গুণ কওঁতে ছয়োপাৰি দাঁত জিলিকি উঠিল।

"এবাৰে মোকো লাগিছিল, অথনি মানুহৰ আগত ক'বলৈও ভাল নালাগিল বুইছানে…তুমি-বা কি ভাবাঁ।" বুলি পূৰ্ণ একেবাৰে ওচৰ চাপি গৈ নমোৰামৰ ওচৰতে বস্তাখনৰ চুক এটাত বহিল গৈ।

"কিয়? নকলাঁ কিয়?"

"বাকী"।

"এঃ তথাপি, 'মোলৈ এসেৰ থ'বা' বুলি কথাষাৰো তোমাৰ মুখৰপৰা সৰি নপৰিলনে? ছেঃ কি মানুহহে তুমি!"

"টিংটোকে কৰি যি হয় দিয়া, তোমাক নকৈ কি, মোৰ এক পইচা নাই।"

নমোৰামে অলপ আঁতৰত বস্তু সামৰি থৈ থকা ভায়েকে নেদেখাকৈ টিপতে পইচা চাৰি অনা দি ক'লে, টিং টোত কি পাবাঁ? যোৱা ক'ৰবাৰপৰা পোৱা যদি লৈ যোৱাঁগৈ।" তাৰ পিছত ফুচ-ফুচাই ক'লে, "মোক পাছত মনত পেলাই দিবাঁ।"

গদ গদহৈ পূৰ্ণ আঁতৰিল।

ছয়ো আতাই ঘৰলৈ উভতিল।

লুজেন লোৱা নহ'ল; সূতা নহ'ল, চাবোন নাই।

বজাৰৰ নানান মানুহৰ সানমিহলি কোলাহলবোৰ, বিভিন্ন শব্দবোৰ পূৰ্ণৰ কাণ আৰু চকুযুৰিৰ অস্পষ্ট হৈ গ'ল। স্পষ্ট হৈ উঠিল কল এটালৈ বুলি উঁকি আকৌবাৰ ধৰি কান্দি থকা সৰু ল'ৰাটোৰ ছবিটো, টপ্‌টপ্‌কৈ পূৰ্ণৰ ভৰিত পৰি থকা তাৰ চকু-পানীৰ টোপালবিলাক···স্পষ্ট হৈ উঠিল শেঁতা মুখেৰে করুণ চকুৰে থিয় হৈ থকা ডাঙৰ ল'ৰাটোৰ ছবিটো···কাণত পৰিল তাৰ বুজনি-খিনি···আৰু কল বিচাৰি ঘূৰমটিয়াই ফুৰা মাজিউ ল'ৰাটো···

আকৌ এবাৰ মাৰাত্মকভাৱে—হাঁহিবলৈ গৈ সি বৈ গ'ল। বাটৰ মানুহে বলিয়া বুলি নক'বনে ?●

('বহুভুজী ত্ৰিভুজৰ'ৰ পৰা : ১৯৬১-৬২)

# মাছ আৰু মানুহ

তিনি আলিৰ কেঁকুৰিত বাইজে হৰিধ্বনি কৰিছে। ভঁৰালৰ গাধৰিৰ ওপৰত হাঁকোটাত ওলোমাই থোৱা পল'টো হাতত আৰু টোপাটো পিঠিত বান্ধি লৈ তিনি বছৰীয়া ল'ৰাটোক সুধিলে : "বাপ, ডাঙৰ মাছ পামনে ?"

"ওঁ, ডাঙৰ, ইমান ডাঙৰ মাছ পাবি।" বাপে হাতেৰে মাছটো আকোঁৱালি ধৰি ক'লে। ঘৈণীয়েকে মিচিক্ কৰে হাঁহি জীৱকান্তৰ মুখলৈ চালে। হাঁহিটোৱে কয়, দেওল'ৰাৰ বাইক ফলিয়াবই। ঘৈণীয়েকৰ হাঁহিটোৱে তাৰ গা ৰাই-জাঁই কৰি গ'ল। যেন পল'ৰে ধৰি বুকুৰ টোপাত বন্দী কৰি থ'ব সেই হাঁহিটো। আজি চাৰি বছৰৰ আগৰ বিয়াৰ পিছৰ দিনবিলাকলৈ হঠাৎ মনত পৰি গ'ল তাৰ। কিবা এটা ক'ব খুজিও ক'ব নোৱাৰি নিঃশব্দে হাঁহি পেলালে জীৱকান্তই। ইতিমধ্যে পোন্ধৰ বছৰীয়া ডম্বৰুৱে হাতত জুলুকি এটা লৈ ল'ৰি আহি ক'লে,

"দদাই, খৰ কৰ, বাইজ গ'লেই।"

"ব'ল, ব'ল, ল'ৰ দে, আগ হ" বুলি আধা হঁহা হাঁহিটোৰ বাকী-খিনি শেষ কৰি কোৰ ল'লে জীৱকান্তই।

আজিৰ যাত্ৰাটোৱে কৈ দিছে শুদা হাতে উভতি নাহিব সি। মাঘৰ বিহুৰ তাত সাজ উকা নহ'ব যেন লাগিছে।

গাঁৱৰ প্ৰায় ছকুৰি মানুহ, ল'ৰা-ডেকা-বুঢ়া মিলি, কেঁকুৰীত গোট খাই শেষবাৰ হৰিধ্বনি কৰিছে। কোন যাৱ আহহঁক ও। তাৰ পিছত মহখুঁটি বিললৈ চাৰি মাইল বাট পথাৰে পথাৰে খোজ ল'লে সকলোৱে কোবৰে। প্ৰায় কুকুৰ লৰৰে গৈ বাটত বাইজক লগ ধৰিলে জীৱকান্তই।

পথাৰবিলাক তেতিয়া মুকলি। ধান কাটি শেষ হ'ল। বাদামী

মাজৰ নবাবিজাকৰপৰা কুঁৱলীবোৰ ধৰণেদাকৈ উঠি ধূমাধূম ওপৰলৈ গৈছে। যেন মাছ মাৰিবলৈহে সকলোৰে হাতত পল' লৈ কুঁকুৰ কাৰ দিছে।

আঁঠুৱনীয়া নবাকালি, কেতিয়াবা আলিয়েদি, কেতিয়াবা বকিয়াই দি বাইজ আগবাঢ়িছে। প্ৰত্যেকৰে পিঠিত টোপা, হাতত পল' আৰু মনত এটোপাকৈ মাছ অনাৰ আশা।

জীৱকান্ত কিন্তু এই সকলোৰে মাজত অকলশৰীয়া। তাৰ মনটো পুৱাৰ ব'দ চেবেঙাৰ দৰেই বঙা হৈ পৰিছে—আৰু থাকি থাকি কিৰিলিয়াই উঠিছে। তাৰ মনে কৈছে আজিৰ অভিযানত তাৰে জয়। সকলোকে তভক লগাই দিব সি।

ঘৰৰপৰা ওলাওঁতেই তাৰ মুখখনে যিটো হাঁহিৰ ভাঁজ লৈছিল ক'ব নোৱাৰাকৈয়ে তাৰ মুখৰ সেই ভাঁজটো থাকি গ'ল।

জানো ভগৱান, চকু মেলি চাবা প্ৰভু। আজি চাৰিবছৰে সি যৈণীয়েকক ভাল মাছ এটা ধৰি দেখুৱাব পৰা নাই। মাত্ৰ নাৰ, বাট, কুঢ়ি, ববালি কেঞা। ভয়ঙ্কৰ বৌ বা বাহু মাছ এটা ধৰিব পাৰিলে ৪।৬ জনে ভাৰ সাঙোৰ কৰি আনি ঘপহ কৰে চোতালৰ আগত পেলাই দিব—গাঁৱৰ মুনিহ-তিৰোতা ল'ৰা-ছোৱালীয়ে মাছটো বেঢ়ি ধৰিব। যৈণীয়েকে তেতিয়া কি কৰিছে? ধঁপাতৰ চিলিমটো বাইজক দিবলৈ এবাৰ ভিতৰ সোমাইছে, এবাৰ বাহিৰ ওলাইছে। মুখৰ হঁাহিৰ প্ৰতাপত চিলিমটো ফুঁ দিবলৈ মুখখন জোঙা কৰিব পৰা নাই।

সি গোটেই দৃশ্যটো চকুৰ আগতে বৈ থকা দেখিলে।

জানো ভগৱান, তুমিহে জানা।

ডেৰ-ঘণ্টামানৰ পাছত বাইজ গৈ মহখুটি বিলৰ পাৰ' পালেগৈ। দীঘলে-বহলে ভয়ঙ্কৰ—বিল নহয়, এখন সাগৰহে এই মহখুটি বিল।

এই বিলৰ এটা চুকতহে মাৰিব বাইজে। তাতে যি পায়। সকলোৰে অলপ জিৰাই কাপোৰ-কানি সলাই বিড়ি-ধঁপাত হুঁপি সাধু হ'ল। কৰৱৰ ভাললৈ কচি আঁসে, মুখত নাৰোকাঁ বা চাঁদৰৰ

পাগ মাৰিলে। চৌপাবিলাক পিঠিত ভালদৰে বান্ধি ল'লে। তাৰ পিছত সকলো বিলত নামি পৰিল। ওখবিলাক মাজলৈ গ'ল—অলপ চাপৰবিলাক অলপ বামলৈ থাকিল। ল'ৰাবিলাকে জুলুকি লৈছিল। জুলুকি পল'তকৈ সৰু আৰু চাপৰ। তাৰ মেৰটো পল'ৰ সমান বহল নহয়। জুলুকি দ পানীত বাব নোৱাৰি—সেইবিলাক একেবাৰে কাষলৈ গ'ল। পানীত নামিব নোখোজা দুই-এটাই হাতত ওভোতা কোল বা পচা লৈ পাৰে পাৰে আগবাঢ়িল। সকসুৰা মাছ খুচিব পাৰিব।

সমানে পল'ৰ শাৰীটো আগবাঢ়িল। মানুহৰ খোজত আৰু পল'ৰ শব্দত মাছবিলাক প্ৰথমে দৌৰি পলাব। পলাই অৱশ্যে পাৰৰ ফালেহে যাব। তাৰপৰা আকৌ মানুহৰ ফালে উভতি আহিব। তেতিয়াই পল'ত মাছ পৰিব।

মাজে মাজে দুই-এজন বৈ পল'ত হাত সুমুৱাই দুই-এটা সৰু সুৰা আঁৰি, বৰালি ধৰিছে। কোনোৱে বিৰক্তিৰে আকৌ পল' দাঙি লৈছে। ডাঙৰ মাছ আৰু আগৰ দৰে নাই।

পাবৰ ফাললৈ থকা ভতিজাক ডম্বৰুৱে জুলুকিত হেঁচা দি এবাৰ আটাহ পাৰি উঠিল: "দদাই বেঘাই আছে ভয়ঙ্কৰ মাছ।"

"ওঁ 'বেগাই' আহিব লাগেনে?" বুলি কাষৰ লক্ষ্মীয়ে নিজৰ পল' এৰি তাৰ জুলুকিত হাত সুমুৱাই মাছটো ধৰি দিলে—চেঁচু যেন বৰালি কেঞা এটা। "হোঃ এইটো তোৰ ভয়ঙ্কৰ মাছ।" সকলোৱে হাঁহিলে।

বাইজৰ কিন্তু ইতিমধ্যে মন চেঁচা হ'বলৈ আৰম্ভ কৰিছে। ডাঙৰ মাছ উঠাৰ এটা লক্ষণ থাকে। সেই লক্ষণ আজি দেখা নাই। সকসুৰা যি পাইছে সিমানেইহে।

আশা আৰু উছাহ অকণো কমা নাই মাত্ৰ জীৱকান্তৰ। সি জানে, তাৰ মনে কৈছে, আজিৰ দিনটো অথলে নাযায়। দেও-ল'ৰাৰ বাক্য, বৈষ্ণীয়েকৰ হাঁহি অথলে নাযায়।

বামত থকা কোনোবা এটাই কিবা এটা কোলেৰে খোচ

মাৰিলে। তাৰ সমনীয়া এটাই পানীৰপৰা চিঞৰিলে, "কি গিৰালি ঐ? বৌ নে বাহু।"

"ধেৎ, মাছ নহয় কুচিয়া"—বামৰটোৱে উত্তৰ দিলে।

"দিয়া বাঢ়নীৰে খুচিয়া,"—বুলি আন এটাই ৰসিকতা কৰিলে।

"বাক, বাক, খৰিচাত মৰিচা দেগৈ, তেলেনী ঘাটে পাৰ কৰগৈ, ডুপৰীয়াকৈ সুধি-পুছি চাম।"—প্ৰথম সোধাটোৱে পুৰণি সাধুটোৰ বাকী অংশ গাই দিলে।

মুহূৰ্ত্ততে এটা ঘটনা হৈ গ'ল। ঘটনাটো ভাগ্যে দুৰ্ঘটনাত পৰিণত নহ'ল।

জীৱকান্তৰ বাওঁফালৰ চাৰিজন মানুহৰ আঁতৰৰপৰা শাৰীটোৰ সমান্তৰালভাৱে প্ৰকাণ্ড বৌ কি বাহু এটাই জাপ মাৰি জীৱকান্তৰ নাকত সামান্যভাৱে ফিছা কোবাই সোঁফালৰ চাৰিটামান মানুহৰ আঁতৰত পৰিলগৈ। অকণমান ধেমুভিৰীয়া হৈ অহা হ'লেই ছুটামানৰ নাক-মুখ গৈ বিহু গোটেইটো পকাই দিলেহেঁতেন।

"বাব্বাঃ।" ডুটামানে চিঞৰি উঠিল। কি প্ৰকাণ্ড মাছ ঐ। কোনোৱে ক'লে বৌ, কোনোৱে ক'লে ঢেকেৰা।

নখটা বিপদৰ কথা কোনেও চিন্তা নকৰিলে। বাইজৰ মাজত নতুন উছাহ দেখা গ'ল। "ধৰ হঁক ঐ—আছিছে ডাঙৰ মাছ..." দুজনমানে চিঞৰিলে।

আকৌ বাইজ আগবাঢ়িল। এইবাৰ সন্তৰ্পণে, লাহে লাহে পল চবিয়াই। পানী কাৰো এবুকু, কাৰো এডিঙি। ডাঙৰ মাছ এই পানীতেই পৰিব পাৰে। বুকু সকলোৰে টিপ্‌লিং-চিপ্‌লিং—কাৰ প'লত পৰে সেই মাছ। আৰু পৰিলেও সি দুখ দিবলৈহে পৰিব—কাৰণ ম পানীত সেই ভয়ঙ্কৰ মাছটো ৰাখিবলৈ কাৰো তাগৰ নাই; তাৰ মুখটোৱেই পল'টো আগুৰিব।

জীৱকান্তৰ কিন্তু মানসিক উত্তেজনাই চৰম অৱস্থা পাইছে। তাৰ মুখখনত এক দৃঢ়তাই ফুলি উঠা কপালৰ শিৰজালৰ দৰে টনুটনাই উঠিছে।

এয়েই সময়। আৰু বেলেগ সময় এটা নাই। তাৰ উদ্দেশ্য সফল হোৱাৰ এয়েই সময়।

ধপহ কৰে হোৱা শব্দ এটাই সকলোকে চমক খুৱাই ৰখাই দিলে। সকলোৱে মূৰ তুলি দেখে যে প্ৰাণপণে জীৱকান্তই পল'টোৰ ওপৰত হেঁচা দি বহি পৰিছে—আৰু কাষৰ বন্ধেৰে জাপ মাৰি তাৰ গাত'ত্তেজাদি খিয় হোৱাৰ ভঙ্গিত বৈ আছে।

"পৰিল?"

"পৰিল।" কঁপা মাতেৰে চিঞৰি কেবাজনে সোধা প্ৰশ্নৰ উত্তৰ দিলে বন্ধুই। জীৱকান্তই কিবা উত্তৰ দিব খুজিছিল কিন্তু মাত মোলাল।

ওচৰৰ বুঢ়া এজনে নিজৰ প'ল এৰি আগবাঢ়ি আহিল। পানীত তিনিবাৰমান বুৰদি এবাৰ চকুহাল ডাঙৰকৈ মেলি দিলে। সকলোৱে বুজিলে চকুহাল যিমান ডাঙৰকৈ মেলিছে, মাছো সেই অনুপাতে। বুঢ়াই নিজৰ টোপাবন্ধা ৰছিডালৰপৰাই অলপমান দাঁতেৰে কামুৰি ছিণ্ডিলে। ৰছি বেলেগে কোনেও অনা নাছিল। কোনেনো জানিব? ৰছিডাল চুটি হ'ল, মৰাপাটৰ, তাতে পুৰণাও।

সাতবাৰমান বুৰ দিয়াৰ পাছতো যেতিয়া মাছটোৰ গলেদি ৰছি সুমুৱাব নোৱাৰিলে, বুঢ়াই ফোঁপাই ফোঁপাই জীৱকান্তক ক'লে, "জীৱ, ইয়াৰ আশা এৰি দে। ই এলাপেচা মাছ নহয়, এই বিলৰ কালিকা লগা মাছ। তাহানিৰেপৰাই ইয়াত আছে।"

লগৰ-ভাইজৰ মুখ শুকাই গ'ল। পল'ত মাছ ধৰাত এই বুঢ়ায়ে ওস্তাদ। তেওঁৰ কথায়ে শিলৰ ৰেখা। কালিকা লগা মাছৰ কথা সকলোৱে শুনিছে। তাহানিয়ে বোলে কোনোবা এজনৰ পল'ত পৰিছিল। ৰাখিব নোৱাৰিলে। সেই ৰাতিৰপৰাই ভয়ংকৰ জ্বৰ হৈ এসপ্তাহত মানুহটো মৰিল। মাছৰ কথাই ভ্ৰম বকিছিল, আৰু মাজে মাজে চক খাই জিকাৰ মাৰি দিছিল। বেজ, মন্ত্ৰ, কঁহুতি একোৱেই একো নকৰিলে। তাহানিখনৰ কথা।

সকলোৱে এক বাক্যে চিঞৰি উঠিল, "এৰি দে জীৱ, এৰি দে,

দেহা থাকিলে মাছ পাবি।" জীৱ, বস্তু আৰু হুজনমান ডেকাই কিন্তু কালিকা-কালিকা নামানে। এই মাছ ধৰিবই লাগিব। জীৱই বস্তু আৰু বিজয়ক পল'ত হেঁচা দিবলৈ দি নিজে নামি গ'ল।

বাইজে পল' লৈ আগবাঢ়ি যোৱাটোকে থিৰ কৰিলে। বেলা গৈ আছে।

ডাঙৰ মাছ পল'ত পৰিলে পল'ৰ ভিতৰত হাত সুমুৱাই তাৰ গালৰ ভিতৰেদি আঙুলি সুমুৱাই—পল'ৰে সৈতে দাঙি আনিব লাগে। কিন্তু তাতকৈ ডাঙৰ মাছ হ'লে একমাত্ৰ উপায় তাৰ গালৰ তলেদি ৰছি সুমুৱাই মুখেদি উলিয়াই ৰছিৰ ছুয়োমুৰ পল'ৰ লগত জৰপুৰকৈ বান্ধি দিয়া। কিন্তু সেইটোৱে আটাইতকৈ টান কাম। পল' অলপ ঢিলা পালেই উফাল মাৰি মাছতো যাবই, মানুহকো নিব। আঁচলৰ গাঁঠিত জীৱ বন্ধা কাম।

জীৱকান্তই হাতত ৰছিডাল লৈ নাচুৰিবলৈ ধৰিলে।

বাইজ আগবাঢ়ি গৈ থাকিল। পল'ৰ লগত থাকিল বস্তু আৰু বিজয়। ডম্বৰু তাৰ জুলুকি লৈ আঁতৰতে জুলুকা লাগি থাকিল। কাৰণ সি সাঁতুৰিব নোৱাৰে। তাৰ কাৰণে সেয়ে আথাউনি পানী।

প্ৰায় আধাঘণ্টামান পাল পাতি বুৰিওৱাৰ পাছত দ্বিতীয় বাৰ জীৱকান্তৰ পালত অধ্যৱসায়ৰ জয় হ'ল। মাছটোত ৰছি ভৰাই পল'ৰ লগত বান্ধি দিলে। ৰছি চুটি কাৰণে পল'টোৰ মাজতে কাঠি এটা বেঁকা কৰি তিনিটামান কাঠি সাঙুৰি গাঁঠিটো দিলে।

আৰু কলৈ পলাব? সেই পুহ মাহৰ জাৰতো তিনিওটা ঘামি-জামি অলপ সকাহ ল'লে।

কিন্তু মুহূৰ্ত্ততে আৰু এটা কাণ্ড ঘটি গ'ল। জীৱকান্তই পল'টো ধৰিছে মাথোন, ই ছুটাই হাত অলপ ঢিলাই দিছেহে, এনেতে মাছ-টোৱে উফালমাৰি পল'টো একে-কোৰে ৰৱণীৰ পুঙা নিয়াদি নি বিলৰ মাজ পালেগৈ। জীৱকান্তৰ এটা হাত পল'ত, আনটো হাতে সাঁতোৰ কাটি আগবাঢ়িছে, পিঠিত দুৰ্জ্জয় টোপাটো।

বস্তু আৰু বিজয় প্ৰথমে কি হ'ল একো থিৰ কৰিব নোৱাৰি থৰ

হৈ থাকিল। বাকী মানুহবিলাকে হঠাৎ হোৱা শব্দত পল'ৱোৱাৰ পৰা পিছলৈ ঘূৰি চাই আটাহ পাৰিবলৈ ধৰিলে।

"সেইটো মৰিল আজি, সৰ্বনাশ হ'ল, হেৰ' এৰি দে, হেৰ,' এৰি দে।"

বাইজ খানবান হৈ গ'ল। বহুতেই বামলৈ উঠি পাৰে পাৰে দৌৰিবলৈ ধৰিলে। বস্ত আৰু বিজয়ৰ তেতিয়াহে চেতনা আহিল। দুয়ো পল' এৰি সাঁতুৰিবলৈ লাগিল। কিন্তু ইতিমধ্যে জীৱকান্ত বহুত দূৰ পালেগৈ।

সকলোৱে দেখিলে বিশাল, বহল, সাগৰ যেন মহখুঁটি বিলৰ মাজত এটা মানুহ নৰশীৰ পুঙা যেন পাকঘূৰণি খাই ফুৰিছে। কোন মুহূৰ্ত্তত কোন ফালে কোব লৈছে একো ঠিক নাই। এবাৰ যদি পাৰৰ ফালে আহিল এবাৰ দুগুণ কোবেৰে মাজলৈ, বহুদূৰলৈ গুচি গ'ল।

বস্ত আৰু বিজয় সাঁতুৰি সাঁতুৰি কেনি যাব উৱ'দিহ হেৰুৱালে। এবাৰ যদি ওচৰ চাপে এবাৰ আঁতৰি যায়।

পাৰৰপৰা 'ধৰ ধৰ' 'এৰি দে, এৰি দে' আদি পৰস্পৰ-বিৰোধী চিঞৰ উঠিল।

জীৱকান্ত কিন্তু এক প্ৰকাৰ বাহ্যজ্ঞানশূন্য। মন্ত্ৰমুগ্ধৰ দৰে সি পল'ৰ লগে লগে নিজক এৰি দি ভাহি ফুৰিছে। এবাৰ কিবা এটা পাকত পিঠিৰ টোণাটো সোলোকাই পেলালে। তাৰ পিছত দুয়োটা হাতেৰে পল'ৰ মুৱত টানকৈ ধৰি দেহাটো পানীত ওপঙাই দিলে। কিমান টানে টানকচোন মাছে।

পানীত বল মাছৰ, বামতহে মানুহৰ। বৰশীত লগা ডাঙৰ মাছৰ ক্ষেত্ৰত ডোল ঢিলাই দি যিমান টানে টানিবলৈ দিব লাগে। সেই কথা জীৱকান্তই জানে। পল'ৰ ক্ষেত্ৰত কি কৰিব লাগে নাজানে। গতিকে, কিমান যায় যাওকচোন। মাছৰটো ভাগৰ আছে। ...এবাৰ সংজ্ঞা পোৱাৰ দৰে ঘূৰি চাই দেখিলে পাছে পাছে বস্ত আৰু বিজয় সাঁতুৰি সাঁতুৰি ভাগৰি এতিয়া পাৰৰ ফালে যাবলৈ

ধৰিছে। গাঁৱৰ ভিতৰত জীৱকান্তৰ সমান কোনেও সাঁতুৰিব নোৱাৰে। বন্ধু আৰু বিজয়েও দুই-এটা সাঁতোৰহে জানে, তাকো বেছি সময় নোৱাৰে। পাৰৰ মানুহৰ মাতৰ মাজত ডম্বৰুৰ মাতটো-সি স্পষ্টকৈ শুনিবলৈ পালে। ঘৰৰ পৰা ওলাই অহা মুহূৰ্তটোলৈ হঠাৎ মনত পৰি গ'ল তাৰ। তাৰ ঘৈণীয়েক, তাৰ ল'ৰাটো, ঘৈণীয়েকৰ সেই হাঁহিটো। এই সময়কণতে সকলোবিলাক সচা বা মিছা হৈ যাব পাৰে। এই মাছ যদি সি নিব নোৱাৰে তেন্তে তাৰ জীৱনেই বৃথা, "ভেষ্ট"। কিন্তু নিব যদি নোৱাৰেই, ভগৱানে তাৰ পল'ত মাছটো সুমুৱালে কিয়? আশা দেখুৱাই এইদৰে বঞ্চিত কৰিবনে প্ৰভুৱে? এই মাছ সি অকলে নাখায়, বাইজক ভোজ দিব—যদিহে ধৰিব পাৰে, হে ভগৱান, যদি ধৰিব পাৰে— ৷ সি গাঁৱৰ নামঘৰলৈ চাকি এগছ আগ কৰিলে।

আৰু ঘৰখনতো সকলোৰে ডাঙৰ মাছ এসাজ খাবৰ মন। পোহাৰীৰপৰা ধান সলাই কেতিয়াবা কটা বৰালি এভাগ লয়—সেয়ে ডাঙৰ মাছ। বজাৰৰ মাছৰ যিহে দাম—ধনী মানুহৰ কাৰণেহে। কত দিন দহ বন কাটি কৰি বৰশী, পল'লৈ গৈছে; কতদিন ঘৈণীয়েকৰ হাতৰপৰা কটাবীখন ওপৰমুৱা হৈ পৰিছে; কিন্তু ডাঙৰ মাছ নাহিল। আজি ডাঙৰ মাছ পায়ো শ্ৰীবৎস বজাৰ নিচিনাকৈ হাতৰ পোৱা মাছ যাব খুজিছে।

হুওঁতে সংসাৰত যত্ন কৰিলেহে বস্তু মিলে। ভগৱানে মাছটো দিছে, এতিয়া মানুহৰ মুনিষাইৰে ধৰি তুলিব লাগিব। ভাবি গ'ল জীৱকান্তই।

এবাৰ হঠাৎ উভতি চাই দেখে যে মানুহবোৰে আন এটা চুকত মাছ মাৰিবলৈ আৰম্ভ কৰি দিছে। পাৰত দুই-তিনিজনমান মানুহ তললৈ পেটপেলাই তাৰ ফালে চাই আছে। সন্তৰ বসুইত আৰু ডম্বৰু। বাকী বাইজে থাপতে দুই-এটা মাছ পাইনে চেষ্টা কৰিবলৈ গৈছে। চিঞৰ-বাখৰবোৰ যে কেতিয়াবাই নাইকিয়া হ'ল সি এতিয়াহে অনুভৱ কৰিলে।

বিলৰ বহল বুকুখন ৰ'দৰ কাৰণে এখনৰ দৰে চকমকাই উঠিছে। কটকটীয়া নীলা পানীৰ ওপৰত বেলিৰ চিকমিকনি পৰি চকু চাঁট মাৰি জলক-তবক লগাই দিছে। বেলিয়ে কেতিয়াবাই লহিয়ালে। সন্ধিয়া হ'বলৈ আৰু কিমান সময়? সি তেনেহলে বহুত সময় পানীৰ ওপৰতে থাকিল।

হঠাৎ এটা অকলশৰীয়া ভয়ে গোটেই মানুহটোক তালুৰপৰা ভলুৱালৈ কঁপনি দি গ'ল। যতাহত বিলৰ বুকুখন কঁপি থকাৰ দৰে তাৰ বুকুত কঁপিবলৈ ধৰিলে ভয় এটা। এই যে বহল পানাবিলাক তাৰ চাৰিওফালে, তাৰ ওপৰত এই যে মুকলি আকাশখন পল' এটাৰ দৰে তাক চাব মাৰিবলৈ বৈ আছে, এয়েনে তাৰ মৃত্যু? মৰণ ইমান বহলনে? ইমান মুকলিনে? ইমান অকলশৰীয়ানে? 'দেও-লগা মাছ'—কথাষাৰৰ অৰ্থটো এতিয়াহে যেন সি বুজি পালে। সঁচাকৈয়ে, মাছটোৱেই তাৰ কাল হৈ তাক এই সাগৰখনৰ মাজলৈ টানি আনিলেনে? এই পল'টোৰ ওপৰত ধৰি সি, তলত পল'ত বান্ধ খাই থকা নেদেখা মাছটো, দুয়োৰে মাজত আৰু কোন আছে? কেনোবা এটা যেন বহি আছে দুয়োৰে মাজত, পল'টোৰ ওপৰত। দুয়োৰে মাজত বহি আছে কাল। সিহঁতৰ যিকোনো এটাক বা দুয়োটাকে কালে লৈ আহিছে নিজৰ বুকুলৈ। লগত আৰু কোনো নাই, দুয়ো অকলশৰীয়া। তাৰ গোটেই গাটো শিলৰ দৰে চেঁচা হৈ গ'ল। স্নায়ুগুলী অৱশ হৈ পৰিল। সি এতিয়া মাছ, পল' এৰি দিলেও ইমান পানী সাঁতুৰি যাব নোৱাৰে। তাৰ হাত নচলে, ভৰি নচলে, বুকুত বিষ এটা অনুভৱ কৰিলে। চকুৰ আগত একো নাই—পুৱাৰ কুঁৱলী যেন গোটেইবোৰ বগা। গ্ৰাহ-গজেন্দ্ৰৰ আখ্যানটোলৈ মনত পৰি গ'ল। 'গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি'। এয়ে মৰণ। পানীত ভয় আছে বুলি কোনোবা এজন বাবাজীয়ে হাত চাই কোৱা কথাষাৰ মনত পৰি গ'ল। সি যেন চিঞৰি দিব—কাক চিঞৰিব? বাপক? বাপৰ মাকক? সিহঁতৰ মুখ দুখন এই সময়ত এবাৰ কোনোবাই

আনি সেইবাবেই মোৰা হ'লে। বাপ! তোতৰ হ'বলৈ বহুত বছৰ। কোনে খুৱাব, কোনে পিন্ধাব? কোনে চাব? এই বছৰটো তাক চিন্তা নাই—খাব মুঠি চপাই দিলে। তাৰ পিছত?

হঠাৎ সি চেতনা পোৱাৰ দৰে চক খাই উঠিল। দেখিলে মাছটোৱে তাক আনটো পাৰৰ ফালে টানি লৈ গৈছে। অৰ্থাৎ মানুহ নথকা পাৰৰ ফালে। ভগৱান, তুমি আছা, তুমি আছা। পল'টোত ধৰি থাকিয়ে সি অনুভৱ কৰিলে মাছৰ আগৰ শক্তি নাই, বল তাৰ পৰি আহিছে। এবাৰ সি ভৰিয়ে মাটি চুকি পাব পাৰিলেই মাছ বখাই দিব। তাৰ গা গৰম হৈ গ'ল। কিবে কেয়াক্লাবৰোৰ মনলৈ আহিছিল তাৰ। মাছ ধৰিব লাগে, খাব লাগে। ভগৱানে তাক খাদ্য কৰিয়ে চৰ্জিছে। কাইলৈ বহুবৰ ভোগালী বিহুটো।…হাঃ ভগৱান, ঠিক সি পাৰৰ ফাললৈকে টানি নিছে। আৰু কেই হাতমান, সি তেতিয়া মাটি চুকি পাব।

কিন্তু…

হঠাৎ তাৰ বুকুখন পানীৰপৰা তোলা মাছ এটাৰ দৰেই ধৰফৰাবলৈ ধৰিলে। যদি—যদিহে বছিডাল ছিগি যায়। পুৰণা বছি, ইমান সময় টনা-আজোৰা। হে ভগৱান, তাৰ সকলি মাছটো দ পানীতে একেবাৰে নিদিলা কিয়? ইমান নিষ্ঠুৰ হ'বানে তুমি?

সি দেখিলে মানুহবিলাকে সিটো মূৰৰপৰা পল' টোৱা পেলাই সি যাৰ খোজা পাৰটোলৈ তৰা-নৰা ছিড়ি লৰিবলৈ আৰম্ভ কৰিছে, অৱশ্যে তেতিয়াও বহুত দূৰ, বহুত দূৰ।

এবাৰ ভগৱানৰ নাম লৈ সি থিয় দিলে। মাটি, মাটি, মাটি চুকি পালে সি। মাছটোও বৰ অৱশ হৈ গৈছে। ধীৰে, বৰ ধীৰেৰে সি পল' টানিবলৈ ধৰিছে। পানী এভিজি, পানী একুৰু, পানী ওপৰ পেট, পানী একঁকাল। পল'টোত সামান্য টান দিয়াৰ লগে লগে মাছ ৰৈ গ'ল। এই মুহূৰ্তত সাৱধান, মাছে জোৰ দিলে বা সি জোৰ দিলে, বছি ছিগি যাব পাৰে বা পল'ৰ কাঠি ভাঙি যাব

পাৰে। ভগবান তুমি আছা, উককাৰ বাতিৰ সাজ—ল'ৰা-তিৰোতা—গঞা—অঙ্গহি—বঙ্গহী···

কিন্তু মাছ? মাছটোৱে থৰ হৈ বৈ কি কৰিছে, কি ভাবিছে? ··· তাৰ জানো উককা আছে? ··· সিও জানো ভগবানক প্ৰাৰ্থনা কৰিছে?

ল'ৰা-তিৰোতা-গঞা—অঙ্গহি—তাৰ জানো ল'ৰা-তিৰোতাই তাৰ কাৰণে বাটলৈ চাই আছে বাপইঁতৰ দৰে?

···খন্তেক আগতে মাত্ৰ, সৌ দ পানীত সি নিজৰ জীৱনৰ আশা এৰি দি ভগৱানক ভাবিছিল। তেতিয়া তাৰ ওচৰত কোনো নাছিল—ল'ৰা-তিৰোতা—গঞা—কোনো নাছিল। সেই মহাসাগৰৰ বুকুত দুটি প্ৰাণীয়ে মৃত্যুৰ লগত যুঁজ কৰিছিল, লগত কোনো নাই, মাছৰো—তাৰো। দুয়ো অকলশৰীয়া। তাৰ ডম্বৰুৱে, তাৰ গঞাই, পাৰৰপৰা অসহায়ৰ দৰে চাইহে থাকিল। মাছৰো, তাৰো। সকলোৰে—'চাই মাত্ৰ থাকে কালে ধৰে তেতিক্ষণ।" কালে যেতিয়া দুয়োটাৰে আগচুলিত ধৰিছিল, সেই মুহূৰ্তত তাৰ একমাত্ৰ লগ, একমাত্ৰ মিত্ৰ আছিল তাৰ পল'ৰ লগত গঁঠা এই মাছটো আৰু মাছটোৰো একমাত্ৰ মিত্ৰ আছিল, লগ-সঙ্গ আছিল সি—মাছৰ শত্ৰু স্বৰূপ সি—মানুহটো। দুয়োৰে মৃত্যুৰ মুহূৰ্তত, দুয়ো দুয়োৰো পৰম আত্মীয় হৈ লগে লগে ফুৰিছিল। তেনেহলে মাছটোহে তাৰ পৰম আত্মীয়! সিহঁত দুয়ো পৰম বন্ধু। নলে-গলে লগা বন্ধু।

এই ভয়ঙ্কৰ শক্তিশালী মাছটো—এতিয়ালৈকে সি দপ্‌দপাই ফুৰিছিল। কিন্তু এতিয়া সি হাতৰ মুঠিলৈ ক্ৰমাৎ সোমাই আহিছে। সিপিনে লৰি অহা মানুহবোৰ ওচৰ পাওঁ পাওঁ। ডম্বৰু লৰিছে সকলোতকৈ আগত। এতিয়া সি সকলোৰে সহায় পাব।···

কিন্তু, আমি যে পৰম বন্ধু—মাছ—আমি যে পৰম বন্ধু—বিপদৰ বন্ধু। সৌৱা সিহঁত আহিলেই, মানুহ আহিলেই মাছ—ডম্বৰু এই পাই, এই পাই, আৰু যে সময় নাই মাছ, আৰু যে সময় নাই।

ইতিমধ্যে ডম্বৰু আহি পানীত নামিলেই। সময় নাই মাছ,

সময় নাই। আঁজোৰ, আঁজোৰ। ·· ধুমাধুম বৰশী ধৰি আঁজোৰ ধৰিলে জীৱকান্তই।

কুঁজা হৈ লৈ ডিঙিলৈকে পানীত বুৰাই প্ৰাণপণে আঁজোৰ ধৰিলে জীৱকান্তই—যাতে মাছটোৱে দুখ নাপায়। ডম্বৰু আহি তাৰ পল'ত ধৰে ধৰে, মানুহ আহি তাৰ ওচৰ পাই পাই।

আৰু যে সময় নাই মাছ, আৰু যে সময় নাই মাছ। এয়েতো সময়।

মাছে এবাৰ আঁজোৰ খাই দুখ পাই গ'ল।

'ঘাউপ' কৰে ভয়ঙ্কৰ শব্দ এটা উঠিল। পল'ত হাত দিব খোজা ডম্বৰুৰ বুকু লৰাই গ'ল সেই শব্দই। বৰশীডাল শেষ শক্তিৰে জীৱকান্তই আঁজোৰ দিয়াৰ লগে লগে দুখ পোৱা মাছটোৱে ঠনৰ কৰে বৰশীডাল ছিঙি দিলে। ভয়ঙ্কৰ মাছ এটা তিনিহাতমান জাপ মাৰি দ পানীত পৰিলগৈ।

কি ভয়ঙ্কৰ মাছ। ডম্বৰু ৰ মুখখন হাঁ কৰি পল'টোৰ দৰে মেলি দিলে—চকু দুটা টেলেকা হৈ গ'ল। কি আচৰিত, দদায়েকে যে মাছটো এৰি দিছে !!

"পুৰণা বৰশী, চিঙি দিলে।" মাছটো পৰা ঠাইৰ পানীখিনিৰ ঢৌবোৰ পল'টোৰ দৰে ঘূৰণীয়া হৈ ক্ৰমাৎ বহল হৈ যোৱালৈ চাই থাকি জীৱকান্তই ক'লে। ঢৌবোৰ আহি আহি তাৰ ভৰিত মৃদু আঘাত দিলেহি। কিছুমান কোমল। বুজিব নোৱাৰা ভাষাই যেন চেলেকণা মাছৰ দৰে তাৰ ভৰিত আঁকোৰা-আকুলি লগালেহি।

পল'টো ডম্বৰুৰ হাতত দি পানী ভাঙি পাৰলৈ আগবাঢ়িল জীৱকান্ত।

বাইজ আহি পাৰ ভৰি পৰিলহি।*

( কাঠনিবাৰী ঘাট'ৰ পৰা : ১৯৬১ )

---

*আকাশবাণী গুৱাহাটী কেন্দ্ৰত অনাতাঁৰ সপ্তাহ ( ১৯৬১ ) উপলক্ষে প্ৰচাৰিত। আকাশবাণীৰ সকলোবোৰ কেন্দ্ৰৰ যোগেদি বিভিন্ন ভাৰতীয় ভাষাত প্ৰচাৰিত।

# চক্ৰৰৎ

মেবামতি কৰিবলৈ লেৰা বাইচাইকেলখন মাজ চোতালতে পেলাই লৈ চাৰিওফালে বাপেক পুতেক বেঢ়ি বহি লৈছে। বাপেকে অৱশ্যে আগচকাটোৰপৰা টিউবটো উলিয়াই লৈ পাম্প্ দি এচৰিয়া পানীত তিয়াই তিয়াই 'লিক' বিচাৰিছে। পুতেকহঁতে চাৰিওফালে বেঢ়ি লৈ তাকে নিৰিষ্টমনে চাইছে। পুতেকহঁত মানে মণি আৰু তাৰ ভায়েক দুটা। টিউবত লিক ওলালেই বতাহে পানীত বুৰ্বুৰণি তুলি দিয়ে। এই বুৰ্বুৰণিয়ে সিহঁতৰ কৌতূহল। ইয়াৰ ভিতৰতে দুটা পেচিং হৈ গ'ল, তৃতীয়টোৰ কাৰণে বাপেকে পুৰণা টিউবৰপৰা ৰবৰ এডোখৰ লৈ কেচিৰে ঘূৰণীয়াকৈ কাটি কেচিৰ ধাৰেৰে চুচি গাটো নিমজ কৰিছে। চলুচনৰ টিউবটো ওচৰতে পৰি আছিল। নতুন টিউবটোৰ ইতিমধ্যেই পেটটো খালি হৈ গৈছে। মণিয়ে লাহে লাহে হাতখন আগবঢ়াই টিউবটোত এবাৰ হাত ফুৰালে। নাই, বাপেকে একো কোৱা নাই। এবাৰ লাহেকৈ দাঙি আকৌ আগৰ ঠাইতে থ'লে। এইবাৰো বাপেকে একো নক'লে। কিজানি বাপেকে দেখাই নাই। যি কি নহ'ক, তৃতীয়বাৰ চলুচনটো হাতলৈ উঠি আহিল। কেপটো খুলি গোন্ধটো নাকেৰে উজালে। এই গোন্ধটো বৰ ভাল লাগে তাৰ। চলুচন সম্পৰ্কত তাৰ আৰু এটা অদ্ভুত দুৰ্বলতা আছে। একেবাৰে নতুন চলুচন এটা কাঠ এডালৰ ওপৰত থৈ যেন মাৰি মাৰি দিব বা ফুকু মাৰি দিব। কেউপিনে এঠাবোৰ ছিটিকি পৰিব। এই ইচ্ছাটো হেঁচি ৰখাৰ বাহিৰে উপায় নাই। ডাঙৰ হ'লে যেতিয়া সি ধন ঘটিব, প্ৰথম প্ৰথম এই কামটোকে কৰিব।

সি চলুচনটো লোৱা দেখি ইতিমধ্যেই ভায়েক দুটাই সতৃষ্ণ নয়নে চাইছিল। এবাৰ সিহঁতেও হাতত ল'ব খোজে। দ্বিতীয়টো

ভায়েকে অভিভাৱকৰ সুৰত কৈ উঠিল—"ম্ভুচুবি, মুচুবি, বেয়া হব। কওঁনে দেউতাক ?"

মণিয়ে ল'ৰালৰিকৈ চল্যুচনটো তাৰ হাতত দিলে—সৰুটোৱে সাহ পাই থাপ মাৰি তাৰ হাতলৈ নিবলৈ চালে।

"অ' কৰিলে।" দ্বিতীয়টোৱে চিঞৰি উঠিল। পিটিকা খাই চল্যুচনৰ পৰা অলপ এঁঠা ওলাই গ'ল। বাপেকৰ ৰবৰ ডোখৰ ইতিমধ্যে চাফ কৰা হৈছিল। চল্যুচনটো হাতেৰে খেপিয়াই ফুৰোঁতেই এই অৱস্থা দেখা পালে। গোজৰণি মাৰি উঠিল, মুখেদি শব্দৰ চল্যুচন ওলাবলৈ ধৰিলে।

—"তহঁতৰ ইয়াত কি কাম, এই মেকুৰী, নিগনি, শিয়াল, কুকুৰৰ পোৱালীহঁত ? ভঁজৰবিলাক চা।" ওলাই পৰা এঠাবিলাক ৰবৰ ডোখৰত লগাই ললে আৰু বাকী থকাখিনি টিউবটোৰ টাপলি মাৰিবলগীয়া ঠাইডোখৰত লগালে। সৰু ছুটা ইতিমধ্যে ফিৰিঙতি ভগা দিছিল। মণি সেমেনা-সেমেনিকৈ ওচৰত থাকিল। বাপেকে গোঙোৰাকৈ তালৈ চাই ক'লে—"ধপাত ক'ত ? এই বৰ মানুহৰে পোৱালী। সেই পৰৰ পৰা ধঁপাত এচিলিমৰ কথা কওঁতে কওঁতে মুখ বিষাল। খোৱাৰ নাগলিহঁত! পৰাই পৰা কাম এখনো কৰি নাখাবহঁক! ওপৰতে সকলোবোৰ খাবলৈ লাগে ? দিনটোত কেইবাৰ খালি ?"

কথাত বাধা পৰিল। ঘৈণীয়েকে এহাতে ধঁপাতৰ হেঁকাটো আৰু এহাতে চাহৰ গিলাচটো লৈ ওচৰত থিয় দিলেহি। পুতেকক এৰি ঘৈণীয়েকলৈ কথাৰ সোঁতে ঢাল ল'লে।

"এতিয়াহে আজৰি ওলালনে বৰ মানুহৰ জীয়েকৰ! সেই পৰৰ পৰা বাইচিকোল ভাল কৰি মই মানুহটো হায়ৰাণ!"

"ময়ো কিবা বহি আছোঁনে ? চাউলৰ মলখু ঢেকীত, ভাতখনে কিমান আমনি কৰিছে।"

মাকেও সমান ভঙ্গিউমতে উত্তৰ দিলে। লগে লগে চাহৰ গিলাচটো আগবঢ়াই দিলে। ছুঢোকমান গিলি গিলাচটো ওচৰতে

থৈ পেষ্টটো সম্পূৰ্ণ কৰাত লাগি গ'ল; কাৰণ এঠাইখিনি শুকাই যাবলৈ ধৰিছে। খণ্ডেৰে উত্তৰ দি ঘৈণীয়েকৰ অলপ অনুতাপ আছিল। খণ্ডৰ মূল কাৰণ এই চাইকেলখনেই, গতিকে খণ্ডটো শেষ কৰিলে তাৰ গাত।

"এই বাইচিকলনে তেইচকলখন কিমাননো আৰু বেয়া হয়। এই পাতক কুঠাৰ মাৰি শেষ কৰি পেলালেই হ'ল। হোকো নোহোকো দিনটোত এশবাৰ তাতে লাগি থকা দেখিবা। এহেলৈ আমনি লাগিছে আৰু।" গিৰিয়েকে পোন্দোৰাকৈ মুখলৈ চালে। ঘৈণীয়েকে লৰা-লৰিকৈ আনফালে চাই কথাষাৰ শেষ কৰিলে—"এৰা।"

"হুঃ, এই গৰু নাই, মাটি নাই, চাকৰি নাই, এই বাইচিকলখনেই খুৱাই আছে। এই বাইচিকলকে অনাদৰ"—গিৰিয়েকে ভোৰ-ভোৰাই উঠিল। চাহৰ গিলাচটো শেষ হোৱাত গিলাচটো তুলি লৈ ধঁপাতৰ হেঁাকাটো দি ঘৈণীয়েক গুচি গ'ল।

বাপেকে কয় বাইচিকোল বুলি, ঘৈণীয়েকে কয় তেইচকল, মণিয়ে কেতিয়াবা চাইকল, কেতিয়াবা চাৰ্কেল। মূলতে কোনোবা এটা ভাল কোম্পানীৰ আছিল। বাপেক হৰিনাথে প্ৰথমে চাহবাগানত সোমাইছিল চোক্ৰা-চুক্ৰিৰ মহৰীহৈ। চাহাব এজনৰ পৰা তেতিয়াই লৈছিল। সেই অঞ্চলত সেই সময়ত সেইখনক লৈ মাত্ৰ দুখন 'ৰাইচিকোল' আছিল। এই লৈ হৰিনাথৰ গৌৰৱৰ অন্ত নাই।

বহুত বছৰ পাৰ হ'ল। চাইকেলৰ হাড়ডাল অৰ্থাৎ ফ্ৰেমটো মাত্ৰ হৰিনাথৰ অতীতৰ গৌৰৱময় জীৱনৰ সাক্ষী হৈ ৰ'ল। বাকীবিলাক নানা নতুন কোম্পানীৰ পাৰ্ট'চৰ সমন্বয়ত বৰ্ত্তমানৰ চাইকেলখন এক বৰ্ণশংকৰ সৃষ্টি। হৰিনাথৰ চাকৰি যোৱা দহ বছৰৰ ওপৰ হ'ল। নতুন শিক্ষিত ওলাল—সেইবিলাকে চাহ বাগানৰ চাকৰি ল'লে। হৰিনাথক কতো নাৰাখে। তথাপি ক'ৰবাত চাকৰিৰ খবৰ ওলালেই এই বাইচিকোলখনকে লৈ হৰিনাথ দৌৰে। চাকৰি নাপায়। কিন্তু চাহবাগানৰ কোনো পুৰণি চিনাকি কৰ্ম্মচাৰীক পায়। কোনোৱে দুই এটকা দি সহায় কৰে। কাৰবাৰ তাৰ পৰা সামান্য বেয়া হৈ পৰি

থকা টায়াৰ, টিউব, ফ্ৰিহুইল আদি পায়। ঘৰলৈ আহি এসপ্তাহমান বেন্স্, হাতুৰি লৈ মিস্ত্ৰীখানা আৰম্ভ কৰি দিয়ে। অৰ্থাৎ 'বাইচিকোল'ৰ মেৰামতি হয়। তাৰ পিছত হাট বজাৰ কৰে—হয়তো ৫০।৬০ মাইল দূৰৰ বাগান এখনত, আকৌ বাইচিকোলৰ যাত্ৰা আৰম্ভ হয়।

আজি ১৫।২০ বছৰ এই দুচেকীয়া যন্ত্ৰটোৱেই হৰিনাথৰ জীৱনৰ সুখ-দুখৰ সঙ্গী। তাৰ ওপৰতে পাঁচটা প্ৰাণীৰ সংসাৰখন। কাৰণ খেতিবাতি নাই। ঘৈণীয়েকে কাপোৰ বয়, সেই কাপোৰ বজাৰত বা বাগানত বেচে হৰিনাথে। আকৌ সূতা আনে, আকৌ কাপোৰ বয়। এই চাইকেলখনক কোনোবাই নিন্দা কৰে। অৰ্জ্জুনেও গাণ্ডীৱৰ নিন্দা হয়তো সহ্য কৰিব পাৰে।

ইতিমধ্যে চাইকেলৰ মেৰামতি সম্পূৰ্ণ হৈছিল। টিউবটো টায়াৰত ভৰাই টায়াৰটো বিমত ফিট কৰি দিলে। সেইখিনিতে মণিৰ সাহায্য অপৰিহাৰ্য্য। কাৰণ টায়াৰৰ শেষ ডোখৰ বিমত লগাওতে অমানুষিক প্ৰচেষ্টাৰ আৱশ্যক হয়। পুৰণা টায়াৰ, অলপ জোৰ পৰিলেই কিনাৰৰ তাঁৰ ডালৰ ট্ৰেদবোৰ এৰাই যাব পাৰে। উপযুক্ত বেন্স্ নথকাত যি কোনো এডোখৰ চেপেটা লোহাৰে টায়াৰৰ এটা মূৰ বিমত সুমুৱাই হেঁচি ধৰি থাকিব লাগে। মণিয়ে সেই কামটো কৰে। বাপেকে আন এডাল বেন্সেৰে বাকী অংশ বিমত ভৰায়। মণিয়ে ইষ্টদেৱতাক জপ কৰি বেন্স্ ডাল হেঁচি ধৰি থাকে— যাতে হাতৰ পৰা পিছলি নাযায়। লগে লগে বাপেকৰ মুখলৈ নিবিষ্ট মনে চাই থাকে মুখৰ সামান্য পৰিবৰ্ত্তনকো লক্ষ্য কৰি। চকুৰ গুৰিৰ ছালবোৰ বাপেকৰ ভাঁজ লাগি উঠে—দৰ্জ্জিয়ে কাপোৰত দিয়া কোঁচৰ দৰে। মণিৰো আপোনা-আপুনি কোঁচ খাই উঠে। এই-বাৰ বাপেকৰ কপালৰ সিৰ ফুলি যায়। পুতেকৰো। ইয়াৰ পিছত বাপেকৰ মুখেদি প্ৰাক-বৈদিক যুগৰ শ্লোকবিলাক সৰসৰিয়াকৈ ওলাই আহিব। মণিয়ে বুকৰ ঢপঢপনি হেঁচি তাৰ কাৰণে প্ৰস্তুত হয়, সিও মুখৰ ভিতৰতে সেইবিলাক আবৃত্তি কৰি যাব।

চাইকল 'ফিট' হ'ল। এইবাৰ থিয় কৰি মণিয়ে ধৰি থাকিব ;

বাপেকে পাম্প দিব। মণিয়ে ভবি খনত অসহ্য পিৰপিৰণি এটা অনুভৱ কৰিলে। কাৰণ সি চাইকেল তলত চলাবলৈ শিকিছে। বেছি দিন হোৱা নাই।

টিলিং টিলিলিং।

প্ৰতাপ আহিছে। মণিৰ লগৰীয়া। তিনি চাৰিদিন হৈছে সি চেদেলত উঠিব পৰা হৈছে। পেদেল ঢুকি নাপায়। তেনেকৈয়ে চলাই আহিছে তাৰ ককায়েকৰ নতুন ৰেলী চাইকেলখন। তাৰ ককায়েকে ওচৰৰ চাহ বাগানখনত কাম কৰে। শনিবাৰে ঘৰলৈ আহে। আজি আহিছে নিশ্চয়।

মণিয়ে হাত দুটাতে চাইকেলখন ধৰি থাকি মুৰটো ঘূৰাই প্ৰতাপলৈ চালে। তাৰ ওচৰতে প্ৰতাপ আহি নামিলহি।

—"আ, প্ৰতাপ, তই ওপৰত উঠিব পৰা হলি?" প্ৰতাপে বিনয়েৰে হাঁহিলে।

"কিবা বেয়া হ'লনেকি?"

অৰ্থাৎ মণিহঁতৰ চাইকেলখনৰ কথা শুধিলে। মণিয়ে নীৰৱে মূৰ জোকাৰি চকু হালেৰে আগ চকাটো দেখুৱালে।

পাম্প দিয়া হৈ গৈছিল। হৰিনাথে চালে প্ৰতাপলৈ।

"ককায়েৰ আহিছেনেকি অঁ?"

—"হয়।"

"হুঃ। চাইকেল ঘেলাই দেখুৱাইছ? জান এই অঞ্চলত অমুকাই প্ৰথম চাইকেল ঘেলাই দেখুৱাইছিলোঁ। তাৰ পিছত মুখৰ ভিতৰতে ভোৰভোৰাই গ'ল হৰিনাথে—আজি-কালি সকলোৰে নতুন চাইকেল ঘেলোৱা হ'ল। কিন্তু যিমানেই নতুন নহঁক বাহিৰৰ চিকচিকনিটোহে মাত্ৰ। হৰিনাথৰখনৰ দৰে খাটি লোহা, আচল হাৰ্দ্দি চাইকেল দ্বিতীয় এখন নাই। স্বয়ং চাহাবৰ বাইচিকোল।"

প্ৰতাপে অৱশ্যে ইমানবিলাক খবৰ নাজানে। জানিবৰ বয়সো তাৰ হোৱা নাই। গতিকে হৰিনাথৰ কথাৰ অৰ্থও নুবুজিলে। সি

যে চেদেলত উঠিব পৰা হৈছে তাকে দেখুৱাবলৈ মণিৰ ওচৰলৈ আহিছিল। তাৰ কাম হ'ল, আকৌ চেদেলত উঠি গুচি গ'ল।

হৰিনাথে চাইকেলৰ বেল, পুৰণা নট, লোহা-লক্কৰবোৰ গোটাই এটা সৰু মামৰে ধৰা লিলি বিস্কুটৰ টিনত ভৰালে। চাইকেলখন জীয়াই ৰাখিছে এই 'হোমিওপাথিক' বাকচটোৱে। চাইকেলৰ হ'ব পৰা সকলো বেমাৰৰ ঔষধ ইয়াত আছে। বাকচটো লৈ ভিতৰলৈ গ'ল হৰিনাথ। এহাতে হেঁাকা-চিলিম যোৰ। মণিয়ে চাইকেলত উঠিব খুজিও বৈ গ'ল। চাইকেলখন জেওৰাৰ খুটা এটাত আওজাই থৈ সি ফটাকানি অলপ গোটাই আনিলে। লগতে ভিতৰৰ পৰা কেৰাচিনৰ চাকিটোও। অলপ কেৰাচিনত তিয়াই লৈ চাইকেলখন একালৰ পৰা ঘঁহি যাবলৈ আৰম্ভ কৰিলে।

ফ্ৰি হুইলৰ ওচৰত বহুত মলি জমা হৈছে; বাৰী এডালেৰে খৰকিয়াই যিমান পাৰে চাফা কৰিলে।

ফটাকানি অলপ চেপৰ মাজত সুমুৱাই দুই মূৰে ধৰি ঘঁহি দিলে। স্প'কবিলাকত কেৰাচিন ঘঁহি ভালকৈ মচি দিলে। ৰিম, এক্সল, ক্ৰেঙ্ক, পেদেল, আনকি ক্ৰেমটোও গাৰ জোৰেৰে ঘঁহি ঘঁহি একালৰ পৰা পৰিষ্কাৰ কৰি গ'ল। ঠিক, তেল-দিয়া নাই। ঘঁহাৰ লগৰ নাৰিকল তেল অলপ পোৱা হলে। যোৱা সপ্তাহৰ পৰাই নাৰিকল তেল নাই, মাকে কৈ আছে। মিঠা তেল আৰু কেৰাচিন মিহলাই দিলেও হ'ব। সি অয়ল-কেনটো বিচাৰি আনি মিঠাতেল আৰু কেৰাচিন মিহলাই তেল দি গ'ল। পাচ চকাত, ফ্ৰি হুইলত, ক্ৰেঙ্ক হুইলত, পেদেলত, ফৰ্ক ডালতো। এতিয়া সি এবাৰ পাক দি আহিবও পাৰে।

অয়ল-কেনটো থৈ আহি চাইকেলখন আওজাই থোৱাৰ পৰা হেণ্ডেলত ধৰি পোন কৰিলে। সাতটামান মাত দি বিষ-বেমাৰীয়ে কেঁকোৱাৰ দৰে কেঁকাই উঠিল চাইকেলখনে। গাঁঠিয়ে গাঁঠিয়ে তাৰ বিষ। গাঁঠিয়ে গাঁঠিয়ে তাৰ কেঁকনি। কিমান তেল দিও এই কেঁকনি মাৰিব পৰা নাই। মণিৰ মনটো মৰি গ'ল।

তেল-কুৰ ঘঁহি চাফ কৰাৰ পিছত চাইকেলখনে ৰূপ লৈছে, পাউদাৰ চেলেকা-চুবুৰা হৈ লাগি থকা তেল সনা মুখ এখনৰ দৰে। প্ৰতাপৰ চাইকেলখনৰ নতুন ফ্ৰিহুইলটোৱে কেনেকৈ টিক্ টিক্ মাত লৈ যায়। 'চেইন' ডাল ঘূৰাই দিলেই কেনেকৈ কৰকৰাই উঠে। মুড়ি এগাল চোবোৱাৰ দৰে লাগে। কিন্তু সিহঁতৰ চাইকেলে য'ত মাতিব লাগে সেই ফ্ৰি হুইল, বে'ল মস্ত বোবাকাম, তাৰ বাহিৰে পেদেলৰ পৰা চেদেললৈ, মাদগাৰ্ডৰ পৰা হেণ্ডেলবাৰ, ফৰ্ক, ক্ৰেঙ্ক হুইললৈ সকলোৱে একেলগে চিঞৰি উঠে। যি কি নহক, তলতে এপাক চলাই অহা যাওক।

কড় কড় কড়ৎ।

চেইন ডাল মাজে মাজে ঘাট এৰি যায়। অলপ গৈয়ে ঘূৰি আহিল। উঠি থকাৰ পৰাই ঘূৰাব নোৱাৰে। কেবাবাৰো তেনে চেষ্টা কৰি আলি খাবৈত সুমুৱাই থৈছে। কিন্তু আগচকাটোৱে কচ্ কচ্ শব্দ কৰে কিয়? আগচকাটোৰ বহুত মাতেই সি শুনিছে। কেঁচাৰ দৰে দিনটোত ওঠৰবাৰ। কিন্তু এনেকুৱা মাতটো শুনা নাই।

বাপেকে ভিতৰৰ পৰাই সেই মাত শুনিলে। ওলাই আহিল— হাতত হোঁকা আৰু মুখত হিন্দী।

"কুচ্ কামকা আদমি নাহি হায় তোম্। বেল্সৰ বাকচটো আন —এই নিগনি পোৱালী।"

বাপেকে এনেকুৱা হিন্দী কয়। ৰবকৈ খং উঠিলে আৰু মনত ৰং লাগিলেও।

কল্ ঢিলা হোৱাত আগচকাটো 'ব্লেক' হৈ বিমটো ফৰ্কৰ বাবত লাগি গৈছে। চকাটোৱে সেই কথাকে জনাইছিল মণিক।

কল্ টান কৰা হ'ল।

এঘণ্টা মানৰ পাচত চাইকেলে বজাৰৰ বাট ধৰিলে। কেৰিয়াৰত এক বস্তা তামোল-পান, হেণ্ডেলবাবৰ দুইফালে ওলোমাই শাক-পাচলি, কলডিল, টেঙা আদি বিবিধ পণ্য দ্ৰব্য। দুখনমান বস্তা,

চুখনমান ফটাকানি কাপোৰ কেৰাচিন, মিঠা তেল আৰু নাৰিকল তেল আনিবলৈ নিয়া তেলৰ বটল আৰু বিখ্যাত হোমিওপাথিক বাকচটো হেণ্ডেলৰ মাজত ওলোমাই লৈছে। ডুযোৰা নাৰিকল চাৰি আঙুলমান বহলকৈ প্ৰত্যেকটোৰে বাকলি একৰাই যোৰা-যোৰে বান্ধি হেণ্ডেলবাৰৰ ওপৰত পেলাই দিছে। বাকলিৰ তল অংশই নাৰিকলবিলাক ওলোমাই ৰাখিছে। বজাৰলৈ ডুমাইল হ'ব। বাপেকে হেণ্ডেলত ধৰি চাইকেল টানি নিছে। মণিয়ে কেৰিয়াৰৰ বস্তাটোত এটা হাত দি গৈছে। গড়া আদিত সি পিচফালৰ পৰা ঠেলি দিব। পোৱামাইল মান আঁতৰত চিনাকি মানুহেও বুজিব পাৰে, মণিহঁতৰ চাইকেলখন আহিব লাগিছে বা গৈছে। সেইদিনা মণিৰ হাতৰ তেল পাই কেঁকনিৰ কোব আৰু চৰিল, গোটেই বাট তালফাল লগাই গৈছে।

বজাৰত বিক্ৰি ভাল। লাভ হৈছে। গাৱঁত বেচিব পৰা বস্তু কিনি নিব পাৰেনেকি চালে। ডাঙৰ ডাঙৰ পাচমুখীয়া কচু, মোৱা আলু, নগাঢাৰি আদি বস্তুৰ দাম সেইদিনা সস্তা। গাৱঁত ভাল লাভ হ'ব। ভায়েকহঁতৰ কাৰণে এক পইচাৰ চেনিবুটো ললে— যুদ্ধৰ আগৰ দিন গতিকে এক পইচাৰ বেপাৰ চলে।

প্ৰায় আগৰ সমানে বোজা লৈ চাইকেল ঘৰমুৱা হ'ল। ঘৰ পালেহি, মাত্ৰ পোৱা মাইলমান আছে। ভায়েকহঁতে আৰু মাকে কাণ উনাইছে যদি চাইকেলৰ মাত শুনিছে নিশ্চয়। কিন্তু সেই আটকীয়া মাতবোৰো যে একেলগে বন্ধ হৈ গ'ল।

ঠেল ঠেল—

মণিৰ হাত পেণ্টৰ চেনিবুটৰ ওপৰতে আছিল। এটা এটাকৈ খালেও ভায়েকহঁতলৈ পৰালি পৰিব। জেপৰ ভিতৰতে নখৰে চিকুটি চিকুটি জিভাখন শুকান ৰখাৰ প্ৰচেষ্টা চলাই আহিছে ওৰে বাট। লৰালৰিকৈ ঠেলিবলৈ হাত উলিয়াওঁতেই বহুতো বুট পৰি গ'ল। তাতে কাষৰ চিলাই ফাটি জেপটোও খৰালিৰ খাল যেন বাম। হাত এৰিলেই বিপদ।

কিন্তু চাইকেলৰ চকা ঘুৰাৰ তুলনাত, ইকি পদাৰ্থ। চকা আৰম্ভে ঘুৰিল। পাচ চকাত কল্স গৈ জাম হৈ গ'ল। বাপেকৰ মুখত প্ৰথমে হিন্দী তাৰ পিছত প্ৰাক্‌বৈদিক সংস্কৃত ওলাল। ওহোঁ। আজি চাইকেলে জুলু ভাষাৰ গালি শুনিবলৈও ৰাজী। বোজা অলপ নমাই লৈ ভালকৈ ছুটামান থেকেচনি দিলে। মিছা। মণিয়ে পেদেল ভাল ঘুৰাবলৈ চালে। অ'। ফ্ৰিহুইলটো দেখোন দুই পিনে ঘূৰা হ'ল। সোঁফালে ঘুৰোলে চাইকেল চলিব, বাওঁপিনে ঘুৰালেহে অকল ফ্ৰিহুইলটো ঘূৰে। এতিয়া সি দুই পিনে ফ্ৰি। —গ'ল জহান্নামে! ফ্ৰিহুইলৰ স্প্ৰিং ছিগিছে নিশ্চয়। বিৰক্তিত হৰিনাথে পাচচকাটোত আৰু ছুটামান থেকেচনি দিলে। আগেয়েও মাজে-মাজে ফ্ৰিহুইলটোৱে মধবা হয়। স্প্ৰিং ভালে এৰি দিয়ে। থেকেচিলেই ধৰে। বৰ্ত্তমান চকাটো ঘূৰিলেও হ'ল।

চাইকেলখন জোৰেৰে পাচলৈ ঠেলিলে হৰিনাথে। কল্সটো অলপ ঢিলা হৈ গ'ল। অলপ সময় পাচলৈ ঠেলি নি চকটো ভালদৰে ঘূৰা হোৱাত আকৌ আগলৈ লৈ আহিল। আগৰ ঠাই পাৰ হৈ দুই তিনি নলমানহে গ'ল আকৌ চকা বৈ গ'ল। আগৰ ব্যৱস্থাকে দোঁহাৰিলে। আকৌ অলপদূৰ আগবাঢ়িল। আকৌ পূৰ্ব্ববৎ। চাৰি পাঁচবাৰ আগলৈ পিচলৈ গৈ ঘৰৰ ওচৰ পালেহি। আকৌ 'জাম'। ঘৰত গৈ হোমিওপাথি কৰিবই লাগিব, কিন্তু বৰ্ত্তমান আসুৰিক চিকিৎসাৰ প্ৰয়োজন। খণ্ডত গাৰ বল দি চাইকেলখন টান দিলে, পুতেকেও বুটৰ আশা বিসৰ্জ্জন দি দুইহাতে দিলে ঠেলা। কড়ৎ—কড়। বল বোধহয় শুৰি হৈ গৈছে। কিন্তু চাইকেল চলিল। লগে লগে বিষত খটাং খটাং কিবা পৰাৰ শব্দ হ'ল। ওহো, মণিৰ জেপৰ বুট তাত কিয় পৰিব। পাচ চকাৰ বল-বিলাক নাচি নাচি ওলাই আহিছে ভিতৰৰ পৰা। নিশ্চয় কল্স্ ভাগিছে বা হৱ্‌চৰ ঘাট ছিগিছে, মণিয়ে ফটা কাগজ এখন লৈ বলবিলাক গোটালে। কেইবাটাও বিচাৰি নাপালে। যথা লাভ। পদূলি পালেহি; কিন্তু এইকণ বাটকে কেনেকৈ নিয়া যায়। পুতেকক

হেণ্ডেলত ধৰিবলৈ দি হৰিনাথে পাচ চকাটো বোজাৰে সৈতে দাঙি ধৰিলে। আগ চকাটোৱে কান্দি কান্দি আৰু পাচ চকাটোৱে মুচমুচাই হাঁহি হাঁহি ভিতৰ সোমাল। সাত দিন সাত ৰাতি হোমিওপাথিক, আয়ুৰ্বিক নানা চিকিৎসা চলিল। ছুৎ হাৎ ঘুট ঘাট শব্দত ৰাতি টোপৰলৈকে সেই কেইদিন চুবুৰীয়া তুৰৰমানো শুব নোৱাৰিলে। প্ৰথম দুৰাতিমাত্ৰ মণিৰ মাকে টোপনি যাবলৈ প্ৰচণ্ড চেষ্টা কৰিছিল। বিফল হৈ 'তেইচ্‌কল'ৰ ছয়ত্ৰিশ পুৰুষ উঘালি একোটা চাকিৰ পোহৰতে টাকুৰীত এড়ি কাটিবলৈ লাগিল। মণিৰতো টোপনি আহিবই নোৱাৰে। চাইকেল তাক লাগেই আৰু ভাল লাগে টুকটাক মেৰামতিৰ কামবোৰ চাই। বাপেকৰ বুদ্ধিৰ ওপৰত তাৰ গভীৰ আস্থা। বাপেকে চাইকেলৰ যেনেকৈ টাপলি মাৰিব জানে, তাৰ বিবেচনাৰে বাপেকে ইচ্ছা কৰিলে, ফ্ৰিহুইল, চেইন আদি দুটামান বস্তুৰ বাদে ঘৰতে এখন 'বাইচিকোল' সাজিব পাৰে। বাওঁফালৰ পেদেলডাল এৰাই গ'ল। কাঠ এচটা খুলি লগাই দিলে, হৈ গ'ল পেদেল। চেইনডাল ছিগিছিল। গজাল এটা মাৰি দিলে ৰিপিটকৈ। ফ্ৰি হুইলৰ স্প্ৰিং মিহি, সেই তাঁৰ ডাল—অভাৱত টিউব এডোখৰ কাটি মিহিকৈ লগাই দিলে, চলি গ'ল ফ্ৰিহুইল। এবাৰ বোলে কৰাৰত ভলটিউব ছিগি যোৱাত জোক এটাৰে ভলটিউবৰ কাম চলাই আনিছিল বাপেকে। বাওঁফালৰ ক্ৰেঙ্ক্‌টো ভালকৈ টান নহয়। এক্সেল ক্ষয় যোৱাৰ কাৰণে। টিং এডোখৰ কাটি এক্সেলত এপাক মেৰিয়াই দিয়াত কপ্‌কপীয়া হৈ গ'ল। কাটাৰ পিনটো ঢিলা হৈ গৈছিল। সেই একেটা উপায়—টিং কাটি টাপলি দিলেই হ'ল।

সাদিন চাইকেলখন ওপৰলৈ চকা দুটা কৰি পৰি থকাৰ পাচত বেৰত আঁউজি থিয় হ'ল।

দুপৰীয়া ভাত খাই উঠাৰ পিছত হৰিনাথে দীঘল দি সাদিনৰ জঠৰতা দূৰ কৰাৰ চেষ্টা কৰিলে; মণি একাষত বহিল। টাকুৰীটো লৈ মাকো একাষত বহিলহি। ভায়েক দুটাই ভগা খি, খি কাপ

ছুটা লৈ ঘিলা খেলিছে। তিনিওৰে মুখত এটা স্বস্তিৰ ভাব। চাইকেলখন যে ভাল হ'ল তেও। ভাগ্যে আগৰ বাৰৰ বজাৰত অলপ লাভ পাই চাউল অলপ সৰহকৈ কিনি আনিছিল। ছয়ো সাজ খোৱা হলে পৰালি পৰিলহেঁতেন। অৱশ্যে যোৱা ৪।৫ বছৰমান এসাজেই খাই আছিছে। গতিকে এইটোৱেই স্বাভাৱিক নিয়ম যেন হৈ গ'ল ঘৰৰ সকলোৰে। বুজিব পৰা হোৱা মণিৰ তলৰ ভায়েকটোৱে মানুহে এসাজ খাই বুলিয়ে জানে।

মণিয়ে অৱশ্যে ইমান বহলাই ভবা নাই। তাৰ দৃষ্টি আঁওজাই থোৱা চাইকেলখনৰ ওপৰত, কিমান যত্ন লৈও তাক চিক্‌চিকিয়া কৰিব নোৱাৰিলে। হেণ্ডেলবাৰ ডাল কেনেকুৱা কুষ্ঠ বেমাৰীৰ নিচিনা হৈ গৈছে। চকা কিটা সামান্যভাৱে দাৱ খাই আছে। টায়াৰৰ তিনিঠাইমানত টাপলি। ছুঠাইত ভিতৰি একোডোখৰ টায়াৰ দি ডবল টায়াৰ কৰা হৈছে। সেই ঠাই ছুডোখৰ দেখাতে অলপ গেৰেলা হৈ উঠে। 'ফুল পাম্প' দি চকাকিটা টনটনাই ৰাখিব পৰা হলেহে 'ফোঁ-ফোঁৱাই' চলিলহেঁতেন নহয়। বেছি পাম্প্‌ দিলেই টায়াৰ এৰাই লৰ মাৰিব পাৰে—'বাষ্ট' কৰিব। প্ৰতাপৰ চাইকেল যেনি যায়, টায়াৰৰ মাজৰ ফুলটোৰ মিহি সাঁচ এটা ধুনীয়াকৈ বৈ যায়। প্ৰতাপৰ চাইকেলৰ স্প'ক্‌বিলাকে চলাই যোৱাৰ লগে লগে কেনেকৈ চিক্‌ চিক্‌ কৰি উঠে। সিদিনা প্ৰতাপে তাক অলপ উঠিবলৈ দিছিল। পেদেল মাৰিছেনে, নাই চাইকেলখন নিজেই গৈ আছে ধৰিব নোৱাৰি। তাৰ চাইকেলত সাতবাৰ পেদেল মাৰিলে চকাটো অতি বেছি চাৰিপাক ঘূৰে। ···চাওঁতে চাওঁতে চাইকেলখন ব্ৰেণ্ডনিউ বেলি এখন হৈ পৰিছিল।

"মই কালিলৈ ৰাতিপুৱাতে বাগানে এখনলৈ যাম। তাত বোলে গোটেই ষ্টাফ্‌ ডিচ্‌মিচ্‌ কৰিছে। নতুন লব।" বহু সময় নীৰৱতাৰ পিছত বাপেকে প্ৰথম কথা কৈ উঠিল। "মোক অথনি ৰামনাথে কৈ গ'ল। তেৰোঁ যাব।"

মাকে নতুনত্ব একো নাপালে। এনে চাকৰি কতবাৰ খালি হৈছে। পাই পাই নাপায়। কত চাহাবে কিমানবাৰ 'এড্‌ৰেচ্‌' খুজি ৰাখিছে। মণিৰ কিন্তু চকুহাল অসম্ভৱ উজ্জ্বল হৈ উঠিল। বহুত চাকৰি? নিশ্চয় এটা পাব। এইবাৰ পাবই।

"এইবাৰ পাবই।" হঠাৎ তাৰ মুখেদি ওলাই গ'ল। বাক্‌, দেও-লবাৰ মুখৰ পৰাও ওলাইছে যেতিয়া। চাওঁ বাৰু মণি, ধৰচোন আঙুলি এটাত। গোলাপ আৰু পদুম। হৰিনাথে তেনেকৈ মঙ্গল চায়। সোঁহাতৰ তৰ্জ্জনী আৰু মধ্যমা দুটা নাকৰ ওচৰত ধৰি মণিৰ ফালে 'মেলি দিয়ে' গোলাপ আৰু পদুম, বা তেনে দুটা নাম। এটাত ধৰিলে পাব, আনটোত বিফল।

মণিয়ে ভগৱানৰ বহুত নামৰ ভিতৰত কেইবাটাও নাম একেলগে মনত পেলাই থপ্‌ কৰে আঙুলি এটাত ধৰিলে।

"গোলাপ। পাম। পোৱাৰ আশা।"

মণিয়ে যেন জাপ মাৰি গৈ লাফ্‌ মাৰি চাইকেলখনত উঠিব।

"পালে কিন্তু প্ৰথম দৰ্মহাৰে নতুন চাইকেল এখন।" ভায়েক দুটায়ো হঠাৎ বুজিলে যে কিবা এটা পোৱাৰ আলোচনা চলিছে।

—"ইহ, মোৰ চোলা।"

—"মোৰ জোতা, দেউতা।" একেবাৰে সকটোৱেও উচ্চাৰণ কৰিব পাৰিলে।

মাকে দেখিলে কথাত গুৰুত্ব দিব পৰা হৈছে। ঠিক নাই, পাই যাবও পাৰে। তথাপি আগৰে পৰা আৱদাৰ আৰম্ভ কৰাত সিহঁতৰ ওপৰত খং উঠি গ'ল। ইহঁতেই কুলক্ষণীয়া, নহলেনো পাবলগীয়া চাকৰি নাপায়নে। লোকৰ এটা এটা ল'ৰা-ছোৱালী হয়—ধনে ধানে উভৈনদী হয়। তেওঁলোকৰ তিনিটা আৰু এটা অহাৰ আশাও দেখা গৈছে, ক'তা চুণৰ চৰু।

—"এই কুলক্ষণীয়া গজমুৰাহঁত। আৰু অলপমান আশা কৰ। ইয়াৰ যে কোৰ চাৰ। পেটত ভাত নাই, গাত কাপোৰ নাই,

ৰঙ্গাৰ তিনিবছৰীয়া খাজানাত ভেটিটো যায়হে, পঢ়িবলৈ মাচুল নাই, কিতাপ নাই, তাৰ চাইকেলখনহে আগ।"

বাপেকে উপভোগ কৰিছিল। আজিকালি দুখ আৰু নলগা হ'ল। গতিকে উপভোগ কৰে এনেবিলাক কথা, কিন্তু চাইকেলৰ কথাই গহীন কৰি পেলালে ভাব। চাহাবৰ চাইকেল। আচল ষ্টীল। গোটেই হাৰ্দ্দি। এনে লোহা ক'ত পাবি? পাৰ্টচবিলাক বদলাব পাৰিলেই হ'ল। ৰং দিলেই সেয়ে নতুন। চলি থাকে মানে চলাই থাক। "ই এইখনে চিক্ চিক্ নকৰে, টিক্ টিক্ নকৰে, ব্ৰেক নাই, বেল নাই—টান।"

"টানতো লাগে। ঢিলা কেলেই? নতুন ফ্ৰিহুইল এটা লগালেই টিক্ টিক্ কৰিব। ৰং দিলেই চিক্ চিক্ কৰিব। আৰু ব্ৰেক। লাহে লাহে চলালেই হ'ল। ক'তা, আমি চলালে দেখোন ব্ৰেক্ ফ্ৰেক্ একো নালাগে। তই উঠিব নাজান, চলালেই বেয়া হয়।" মণিৰ কাণত একো সোমোৱা নাই। সি নতুন বাইশ ইঞ্চিয়া চাইকেলত উঠি 'ফোনোনোৱাই' ফুৰিছে, তাকো চেদেলত। পেদেলো ঢুকি পায়। প্ৰতাপৰ দৰে এখ চাইকেল নহয়।

ৰামনাথ আৰু হৰিনাথৰ চাকৰিৰ উদ্দেশ্যে চাইকেল যাত্ৰা আৰম্ভ হ'ল। দুয়ো সমান বয়সীয়া। প্ৰায় একে সময়তে দুয়োৰো চাকৰি যায়। সাধাৰণতে চাকৰি যোৱা মানুহবিলাক হালৰো নহয়, ফালৰো নহয়। নোৱাৰে ঘৰত খেতি-বাতি কৰিব, নোৱাৰে বেহা-বেপাৰ কৰিব, নাপায় চাকৰি। ৰামনাথৰ অলপ মাটি-বাৰী আছিল। ঘৈণীয়েকৰ অলপ অলঙ্কাৰো আছিল। আৰু আছিল ডেকা কালতে শিকা মদ খোৱা অভ্যাসটো। মাটিবাৰী, অলঙ্কাৰ আৰু মদ খোৱা অভ্যাস তিনিওটা বস্তু একেলগে থাকিব নোৱাৰে। গতিকে আগৰ দুটা সোনকালেই ঘৰ এৰি পলাল। ৰামনাথৰ উদ্যম স্ফূৰ্তি কিন্তু কাবু হোৱা নাই—বাবু হৈয়ে আছে।

ৰামনাথৰ কিন্তু চাইকেলখনো আছে। এই অঞ্চলত দুজন মানুহে প্ৰথমে চাইকেল ঘেলায়; ৰামনাথ আৰু হৰিনাথ। নিজে

মেৰামতি নাজানে। গতিকে হৰিনাথৰ খনতকৈও তাৰ দুৰবস্থা বেছি। বে'ল আৰু ব্ৰেক নামৰ দুটা বস্তু যে সৃষ্টিকৰ্ত্তাই চাইকেলৰ কাৰণে কেতিয়াবা সৃষ্টি কৰিছিল, ৰামনাথৰ চাইকেল বা বাইকখন দেখিলে বিশ্বাস কৰিবলৈ টান হয়। [ৰামনাথে 'বাইক' বুলি কয়।] পাচ চকাত মাদগাৰ্ড নাই, আগ চকাত এফুটমান মাদগাৰ্ড ধৰণৰ জৰাজীৰ্ণ পদাৰ্থই আত্মৰক্ষা কৰি আছে। সি বে'ল আৰু ব্ৰেকৰ কাম কৰে। তাত ভৰি তুলি হেঁচা মাৰি দিলেই চকা ৰৈ যায়। বাকী সকলো সময়তে খড়ক খড়ক শব্দ এটাৰ সৃষ্টি কৰাই তাৰ কাম। চকাৰ টায়াৰ কেইটা সাপৰ গাৰ দৰে পিছল আৰু কাগজৰ দৰে পাতল হৈ পৰিছে। পাচ চাকত কেবা ঠাইতো স্প'ক নাই, তাৰ ফলত ৰিমটোত বিৰাট এটা 'টাল'। চলি যাওঁতে পিচ ফালৰ পৰা সূত্ৰধাৰী এজনে নাচি নাচি যোৱা যেন লাগে। চেদেলৰ ওপৰত নানাবিধ কাপোৰ মেৰিয়াই মজবুত অথচ কোমল কৰা হৈছে। এনে অৱস্থাত পৃথিবীৰ সকলো বস্তুৱেই অচল হয়, কিন্তু ৰামনাথৰ চাইকেলৰ চলি থকাটোৱেই ধৰ্ম্ম। এবা, ৰামনাথেও এটা চাকৰি পাব লাগে। মণিয়ে ভাবে। খুৱা বুলি মাতে সিহঁতে। ৰামনাথ খুৱাৰ ল'বা জীৱন তাৰ সমনীয়া। বেচেৰা জীৱনৰো চাইকেল নাই। দুয়ো দুখন নতুন চাইকেল ল'ব। এসপ্তাহ মান একো কাম নাই, দুয়ো চাইকেলৰ ওপৰতে ঘূৰি থাকিব, ঘূৰি থাকিব......।

সি স্পষ্টকৈ দেখিবলৈ পালে দেউতাক আৰু খুৰায়েকৰ চাইকেল দুখনে কুৰি মাইল বাট অতিক্ৰম কৰিছে। চাহবাগানৰ গেটৰ মুখতে চাহাব ৰৈ আছিল। দুয়ো ঘপ কৰে নামিল; চেলাম দিলে। চাহাবে 'হেণ্ড্চেক্' কৰিলে। তৎক্ষণাত অফিচলৈ মাতি নিলে। দেউতাকৰ চাইকেলখন দেখি চাহাবে কেবাবাৰো চালে। চাহাবৰ চাইকেল হাজাৰ হওক। বাপেকে তৎক্ষণাত নিজা ইংৰাজী আৰু হিন্দীত চাহাবক বুজাই দিলে। মিঃ ফক্স্ চাহাবৰ চাইকেল আছিল। তেতিয়াৰ দিনৰে ১৫ টকা লৈছিল চাহাবে তাৰ দাম।

"এ ভেৰি গুদ বাইচিকোল চাহাব; খাটি ষ্টীল। বাট মাই চন মণি"······ধেৎ তাৰ কথা আৰু কিয় ক'ব। তাৰ কথা নকলেও চাহাবৰ চাইকেলখনৰ মৰ্যাদা ৰক্ষা পৰিব। তাৰ পিছত "এপইণ্টেড"।

এই শব্দবিলাকৰ অৰ্থ আৰু ব্যৱহাৰ মাক আৰু ভায়েকহঁতেও জনা হ'ল।

কিন্তু সেই যাত্ৰাত এই প্ৰথমবাৰৰ কাৰণে ৰামনাথৰ চাইকেল অচল হ'ল। আগ চকাৰ টিউবটোৱে বাৰ্ষ্ট কৰিলে। হৰিনাথৰ ফ্ৰেঙ্ক হুইলটোও অভদ্ৰ হৈ উঠিল। বুঢ়া সোলাৰ দাঁত কুলিবলৈ নাই, চেইন নধৰা হ'ল। বাটৰ কাষৰ গছ এজোপাৰ ছাঁত দুয়ো ৰহিল। ৰিডি় এটা টনাৰ লগে লগে হৰিনাথৰ বুধিৰ ভঁৰালটোৰ দুৱাৰখন মেল খাই গ'ল। বাকচটো উলিয়াই, বেল্স, প্লাচ, হাতুৰী উলিয়াই ল'লে। এঘণ্টাৰ ভিতৰত ৰামনাথৰ চাইকেল টিউবৰ মেৰামতি হ'ল। ফ্ৰেঙ্ক হুইল অৱশ্যে ভাল কৰিব নোৱাৰি। ৰামনাথে চাইকেল চলাব। হৰিনাথে নিজৰ চাইকেলত উঠি এটা হাতে ৰামনাথৰ গাত ধৰি থাকিব। মাত্ৰ ৫ মাইলমান বাট আছে। গতিকে ৰামনাথে টানি নিব পাৰিব।

মণিয়ে আঙুলি দুটা নাকৰ ওচৰত অলপ সময় ধৰি থাকি চকু মুদি জপ কৰিলে; এটা বকুল, এটা তগৰ। বকুলত ধৰিলে পাব, তগৰত ধৰিলে নিস্ফল। ভায়েকক মৰমেৰে ওচৰলৈ মাতি আঙুলি দুটা মেলি দিলে।

"ধৰ ভোলা ধৰ, ভালকৈ ধৰিলে চেনিবুট (নকুলদানা) পাবি। সেইদিনা যে খাইছিলি।" চেনিবুটৰ আশাত দুয়োটাকে সাৱটি ধৰিলে।

"গেৰেলা! বোন্দা মেকুৰী। এটাত ধৰিবি।"

দ্বিতীয়বাৰ আকৌ মন্ত্ৰ মাতি মেলি দিলে। এইবাৰ তগৰত ধৰিলে পাব, বকুলত ধৰিলে নাপায়। ভোলাই গালি খাই ভয়ে ভয়ে বকুলত ধৰি পেলালে। তিনিবাৰেহে নিবাৰ হয়। গতিকে শেষবাৰ বহু

সময় মন্ত্ৰ কৰি আঙুলি দুটা মেলি দিলে পদুম আৰু জবা। পদুমত পাব, জবাত নিষ্ফল। পদুম হোৱা আঙুলিটো বুদ্ধি কৰি আগবঢ়াই দিলে অলপ বেছিকৈ। পদুম—পাই গ'ল, পাবই।

মাকে তাঁত-শালৰ পৰা শুনিছিল। দেও-ল'ৰাৰ কথা-কপাল ভাল হ'বলৈ কেতেপৰ। সিহঁতৰ ওচৰত আহি থিয় দিলেহি।

মণিয়ে আনন্দত চিঞৰি উঠিল।

"সিদিনা ভজা ঘিলা পিঠা আছেনে ঐ? এটা ভোলাক দে। সি ধৰি দিছে।" চাৰি অ'ৰামান ঘিলাপিঠাই পোৱালি পাৰি থাকিবনে? টপাটপ্ খাই নিলি, নিষ্পত্তি পালে। চাঁও বাৰু ধানকেইটামান আনগৈচোন, মই মঙ্গল এখন চাও।" কেউটা ল'ৰা-ছোৱালী ওচৰ চাপি আহিল। মণিয়ে একেলৰত এমুঠি ধান আনিলেগৈ।

কেটামান ধান হাতত লৈ মাকে মনতে মন্ত্ৰ মাতিলে অৰ্থাৎ ভগৱানৰ নাম কেবাটাও আঁওৰালে। তাৰ পিছত মাটিত ধান কেইটা পেলাই দিলে। এযোৰ, দুযোৰ, তিনি যোৰ···সকলো যোৰ যোৰ হৈ গ'ল। প্ৰথমখন মঙ্গলে নাপাব বুলিয়ে ল'লে। দ্বিতীয়খন চোৱা যাওক, এটা বিযুৰীয়া হৈ ৰ'ল। সকলোৰে উৎসাহ বাঢ়ি গ'ল।

এইবাৰ মাটিত আঁক মাৰি চালে। বহুত আঁক যোৰে যোৰে মিলি এটা আঁক বেছি হ'ল। পাবই। দেউতাক আজি অহাৰ কথা। চাকৰি পাব লাগে ভগৱানে যদি মুখ তুলি চায়। মণিৰ চকু দুটা নতুন চাইকেলৰ স্প'কৰ দৰে চক্‌চকাই উঠিল।

আৱাজ এটা যেন বহুত দূৰৰ পৰা ভাহি আহিছে। সিহঁতৰ চাইকেল ঠিক। মাক-পুতেকে কাণ উনালে। এই আৱাজ সিহঁতৰ চাইকেলৰে হ'ব। মণি ল'ৰ মাৰিলে বাটলৈ। হয়, দেউতাক আহিছে চাইকেল ঠেলি ঠেলি। চাইকেলৰ বহুত পুৰণা পাৰ্টচ—ক্ৰেঙ্ক হুইল, পেদেল, টায়াৰ, টিউব আদি চাইকেলৰ চাৰিওফালে গুলোমাই লৈ আহিছে। চাইকেলৰ গাত খুন্দা খাই খাই সেই লোহাবিলাকে অদ্ভুত

এক ঐক্যতানৰ সৃষ্টি কৰিছে। ৰামনাথ খুৰাকেও চাইকেল ঠেলি আনিছে। তেওঁৰ আগ চকাৰ ফৰ্কডালৰ দুইফালে বাঁহৰ দুটা কামি আঁটি আঁটি বন্ধা। ফৰ্ক ছিগিল···নিশ্চয়। ঢলং পলংকৈ আহিছে।

মণি আগবাঢ়ি গৈ চাইকেলত ধৰিলেগৈ। ৰামনাথে বাহিৰে বাহিৰেই ঘৰলৈ গ'ল। চাইকেলৰ বহুত পাৰ্টচ আহিছে। বাগানৰ কোনো কৰ্ম্মচাৰী বন্ধুৰ পেলাই থোৱা পাৰ্টচ। ঘৰখন এসপ্তাহলৈ কাৰখানা হৈ পৰিব, সন্দেহ নাই।

মাকে লৰালৰিকৈ চাহ একাপৰ যোগাৰ কৰিলে। আগধৰি ধঁপাত এচিলিম লগাই অনিলে। মণিয়ে বস্তু কঢ়িওৱাত লাগিল। চাউল, চেনিৰ সৰু সৰু টোপোলা দুটাও বেগৰ ভিতৰত আহিছে। বোধহয় কিনি আনিছে। অলপ চাহপাতো। বাগানৰ কৰ্ম্মচাৰীৰ পৰা খুজি আনিছে। তেনেকৈ প্ৰায়ে আনে।

কিন্তু, এয়া কি। ফ্ৰেমৰ 'জইন' দেখোন এবাল। ফ্ৰেঙ্কৰ ওচৰৰ 'জইন'টো এৰাই গৈছে।

আঙুলিৰে ঠাই-ডোখৰ পৰীক্ষা কৰিলে সি। বাপেকে ধমক দি উঠিল।

"থৈ দে, থৈ দে, তোৰ কাম কৰ। আঙুলিৰে চুলে 'জুইন ভাল হোৱাৰ মন্ত্ৰ নাই। মিস্ত্ৰীৰ তাত জ্বালাই কৰি আনিলেই হ'ল। ফ্ৰেমটো ঠিকেই আছে, আচল হাৰ্দ্দি।

চকা, চেদেল, ফ্ৰেঙ্ক্, সকলো সোলোকাই সুদা ফ্ৰেমটো বেৰত আওঁজাই থৈ খাই বৈ যেতিয়া সকলো আজৰি হ'ল—বেলি তেতিয়া ভাটী দিলে। মিস্ত্ৰীৰ তালৈ আজি ফ্ৰেম নিয়া নহ'ব। গাটো বৰ অৱশ হৈ পৰিছে হৰিনাথৰ। বিছনাত অলপ দীঘল নিদিলে কাতৰ হৈ গৈছে।

আগৰ দৰেই সকলো চাপিকুছি গোট খালে। চাকৰিৰ খবৰটো সকলোৱে জানিবলৈ ব্যগ্ৰ, কিন্তু সুধিবলৈ সাহ হোৱা নাই। পোৱাটো নায়েই, তথাপি কি হ'ল জানিব লাগে। চাহাবে 'এদ্‌ৰেছ' ৰাখিবও পাৰে, 'চাত্‌ফিকট' চাবও পাৰে।

চাকৰি খালি হৈছিল এটা আউট্‌ড'ৰত। গোটেই ষ্টাফ্ ডিছ-মিছ হোৱা মিছা। সস্তৰজন মান গৈ দেখা কৰিছিল। বুঢ়ামানুহ নাৰাখে, ডেকা এজনক ৰাখিলে। মেট্ৰিক পাছ।

ঘৰৰ ঠিকা ওলাব পাৰে। চাহাবে 'এড্‌ৰেছ' ৰাখিছে। বস্তিৰ ঘৰ। বাঁহ ইকৰাৰ ঠিকাও ওলাব। কিন্তু চিলেটীয়া মানুহ ইতিমধ্যেই ভৰি পৰিছে। ঠিকাবিলাক সিহঁতেই লৈ পেলাইছে। বাগানৰ।

এই বিলাক একো নাথাকিব। চাহাব-চুহাব চব যাব। যোৱা দুবছৰে চাহাবৰ দেশত যিখন যুদ্ধ হৈ আছিল সি এতিয়া ভাৰত সোমাইছে। চাহাবে দেশ এৰি গুচি যাব লাগিব। তেতিয়া বহুত চাকৰি, বহুত ঠিকা ওলাব।

বাপেকে হোঁকা হুঁপি হুঁপি নিৰ্ব্বিকাৰভাৱে কৈ গ'ল কথাবোৰ। বহুত চাকৰি, বহুত ঠিকা ওলাব। বহুত টকা হব। মণিয়ে ভাবিলে, সিও ডাঙৰ হ'ব। টকা ঘটিব। চাইকেল এখন— এখন নতুন চিক্‌চিকিয়া চাইকেল।

কিন্তু···কিন্তু কোঠাটোত পৰ্ব্বত যেন হৈ পৰি থকা এই যন্ত্ৰ-পাতিবোৰ। এইবোৰ 'ফিট' কৰি কেতিয়া শেষ হ'ব? চাইকেলখন আকৌ আগৰদৰে থিয় হ'ব পাৰিবনে?

হৰিনাথেও প্ৰথম প্ৰথম দুৰ্ব্বলতা অনুভৱ কৰিছে। ভগা বাত, জোৰা দে, ঢাপলি মাৰ, কিমান কাম। শৰীৰৰ সকলোবোৰ সিৰা যেন কোঁচ খাই উঠিল। চাইকেলখনৰ খণ্ড বিখণ্ড 'পাৰ্ট'চবোৰৰ দৰে নিঃসাৰ হৈ পৰিছে শৰীৰৰ যন্ত্ৰবিলাকো।

কিন্তু চাইকেল ভাল কৰিবই লাগিব। বজাৰ হাট কৰিবই লাগিব। ঘৈণীয়েকলৈ চালে। পাটৰ মেখেলা পিন্ধি আছে। জোৰোণত দিয়া পাটৰ মেখেলা। অসমীয়া মানুহে অতি সুখী আৰু অতি দুখী অৱস্থাতহে ঘৰত পাটৰ মেখেলা পিন্ধে। যোৱা দুবছৰে সাধাৰণ মেখেলা এখনো দিব পৰা নাই।

মণিয়ে কিন্তু সেই বিলাক ভাবিব পৰা নাই। চাইকেলৰ

'পাৰ্ট চ্'বিলাক নতুন ৰূপত চিক্‌মিকাই উঠিছে তাৰ চকুৰ আগত। ফ্ৰেমটো নতুন বং আৰু কিনাৰত ৰঙা আঁচলৈ তিৰবিৰাই উঠিল। ক্ৰেঙ্ক্, ৰিম, সকলোৰে ৰূপ গ'ল বদলি। চাই থাকোঁতেই সকলো বিলাক মিলি এখন 'ব্ৰেণ্ড নিউ' ৰেলি হৈ প্ৰাণৰ আনন্দত গোঁ-গোঁৱাবলৈ ধৰিলে। লাফ্ মাৰি মণি উঠাৰ লগে লগে আপোনা-আপুনি চলিবলৈ আৰম্ভ কৰিলে চাইকেলখন। টিক্ টিক্ টিক্···ফৰৰ ফৰৰ—টিলিলিং টিলিং লিং···। টিলিলিং টিলিং ং ং···বাহিৰত চাইকেলৰ বেল। নিশ্চয় প্ৰতাপ আহিছে।

কিন্তু আচৰিত কথা, আজি হৰিনাথৰ মন প্ৰতাপৰ চাইকেল দেখি ঈৰ্ষাৰে ভৰি নুঠিল। নতুন নতুন মানুহ ওলাইছে। নতুন নতুন ডেকা। বুঢ়াক আঁতৰাই দিছে চাকৰিৰ পৰা, কৰ্মক্ষেত্ৰৰ পৰা। নতুন নতুন চাইকেল ওলাইছে। চাহাবৰ চাইকেল, 'নেটিভ'ৰ চাইকেল একে কথা। ক'তা খাটি ষ্টীল হৈও নিজৰখন চাইকেলৰ 'জইন' সুলকি গ'ল কিয়?

(কাঠনিবাৰী ঘাট: ১৯৫৭-৫৮)

# হে’ড মাষ্টৰ

ক্রিং···ক্রিং···খ্বং···খ্বং···ং···

অভ্যাস মতেই জাপ মাৰি বিছনাত বহি পৰিল হে’ড মাষ্টৰ বৰকাকতি ডাঙৰীয়া। বহাৰ পৰাই ঘড়ীটোলৈ পুতৌ আৰু বিৰক্তিৰে চাই ৰ’ল। লাহেকৈ বিছনাৰ পৰা নামি আগবাঢ়ি গৈ এলাৰ্মটো টিপা মাৰি বন্ধ কৰি দিলে। টেবিলৰ ওপৰত সুন্দৰকৈ ঢাকি থোৱা গিলাচটো তুলি লৈ পানীখিনি খালে। বেৰৰ এচুকত থকা বেচিনটোৰ ওপৰত জগটোত আগৰ দৰেই পানী থোৱা আছে। ৰানিং ৱাটাৰৰ ব্যৱস্থা নাই। জগটোৰ পানী লৈ চকু মুখ ধুই কাষতে আঁৰি থোৱা টাৱেলখনেৰে মুখখন মচিলে। তাৰ পিছত অভ্যাস মতেই টেবিলৰ ওচৰৰ চকীখন অলপ লৰাই বহিবলৈ গৈ আকৌ থিয় হ’ল। মনৰ ভিতৰৰ বিৰক্তিখিনিয়ে নাকৰ গুৰিটোত মৃদু জোকাৰ এটা দিলে। উভতি বিছনাখনৰ কাষলৈ আহি আকৌ তেওঁ বাগৰ দিলে। আজি তেওঁৰ দৈনন্দিন ৰুটিনখন মানি চলাৰ কি প্ৰয়োজন আছে? নিয়মিত সময়ত মুখ ধোৱা, চে’ভ কৰা, গা ধোৱাৰ একো প্ৰয়োজন নাই। আজি তেওঁ দুপৰীয়ালৈকে বিছনাতে বাগৰ দি থাকিব; শুই শুয়ে ৰাতি পুৱাৰ চাহ খাব।

শোৱাৰ পৰাই টেবুলত সজাই থোৱা কিতাপৰ চেলফ্‌টোলৈ চালে। তেওঁৰ সঙ্গী নেছফিল্ড গ্ৰামাৰখন যথা স্থানত মুখ উলিয়াই ৰৈ আছে। যোৱা পঁচিশ বছৰে তেওঁক সদায় জনাই অহা প্ৰথম প্ৰাতঃ সম্ভাষণ, “গুড মনিং, মিঃ বৰকাকতি”—আজিও তেওঁ যেন শুনিবলৈ পালে। ইংলণ্ডত ছপাবন্ধা এই কিতাপখনৰ দেহত, ইংৰাজৰ দৰেই বাৰ্ধক্যৰ চিন অতি কম পৰিমাণেহে ফুটি ওলাইছে। যোৱা পঁচিশ বছৰে সদায় পুৱা দহমিনিটলৈ হলেও এই গ্ৰামাৰখন এবাৰ লুটিয়াই চোৱাটো তেওঁৰ নিত্যকৰ্মৰ ভিতৰুৱা। দশমমান শ্ৰেণীত সদায় তেওঁ গ্ৰামাৰ পঢ়াই আহিছে। তেওঁলোকৰ

দিনত হাইস্কুলৰ পৰাই শিক্ষাৰ মাধ্যম আছিল ইংৰাজী। বৰ নিষ্ঠা আৰু শ্ৰদ্ধাৰে তেওঁলোকে এই ৰাজভাষাটো আয়ত্ব কৰি লৈছিল। আজিৰ এই দিনটোতো তেওঁ কিতাপখনৰ আহ্বান উপেক্ষা কৰিব নোৱাৰিলে। বিছনাত বহি লৈ হাত মেলি কিতাপখন টানি লৈ আকৌ তেওঁ বিছনাত বাগৰ দিলে।

ভিতৰফালৰ দুৱাৰখনত সামান্য 'খট' ধৰণৰ এটা শব্দ হ'ল। দুৱাৰখন এনেয়ে জপোৱা থাকে, লক্ নিদিয়ে। লাহেকৈ দুৱাৰখন মেলি বৰকাকতিৰ মাজিউ ছোৱালীজনী চাহ একাপ হাতত লৈ সোমাই আহিল। দেউতাকৰ ৰাতিপুৱাৰ চাহ কাপৰ দায়িত্ব, প্ৰায়ে তাইৰ গাত। সদায় ছয় বজাত দেউতাকৰ টেবুল ঘড়ীটোৱে এ্যালাম দিব আৰু দেউতাক উঠি মুখখন ধুই একাপ চাহ খাব। এইটো দেউতাকৰ চিৰাচৰিত অভ্যাস। আগেয়ে এই দায়িত্ব পৰিছিল প্ৰধানকৈ বাইদেৱেকৰ ওপৰত। বাইদেৱেকৰ বিয়াৰ পিছত বৰ্ত্তমান স্বাভাৱিকভাৱেই তাইৰ ওপৰলৈ এই বাব আহিছে যোৱা দুবছৰ ধৰি। তাই সোনকালে উঠি ষ্ট'ভ জ্বলাই দু-কাপ চাহ কৰে, একাপ তাইৰ। তাৰ পাছত তাই পঢ়াত বহে। কেতিয়াবা ভায়েক, মাককো চাহ দিব লগা হয়।

আজি কিন্তু চাহ কাপ তাই সংকোচেৰেহে আনিছে। কিজানি আজি দেউতাকে আগৰ নিয়মৰ ব্যতিক্ৰম কৰিব খুজিছে।

"লুলি"—শুই থকাৰ পৰাই দেউতাকে মাত লগালে।

"এয়া দেউতা, মই ভাৱিছিলোঁ আপুনি কিজানি সাৰ পোৱাই নাই।"

"এৰা অ', ময়ো তেনেকৈয়ে ভাৱিছিলোঁ। চাওঁ বাৰু দে, চাহ কাপ খাই লওঁ।"

লুলিয়ে চাহ কাপ টিপয় এখনৰ ওপৰত থৈ বিছনাৰ কাষ চপাই দি ক'লে, "আজিও দেখোন ঘড়ীয়ে এ্যালাম দিলে।"

দেউতাকৰ পূৰঠ, মিহি, বয়সে দাগ পেলাব নোৱাৰা কোমল মুখখনত এই প্ৰথম মিচিকি হাঁহি এটা বিৰিঙি উঠিল।

"তই, ঠিকেই কৈছ লুলি। মই কব নোৱাৰাকৈয়ে এলাৰ্ম দি ৰাখিছিলোঁ। বাৰু তই যা এতিয়া পঢ়াত বহগৈ।"

দেউতাকে কথা কয় এবাৰেই, ঘৰৰ কোনো মানুহ, ল'ৰা—ছোৱালী, স্কুলৰ ছাত্ৰ-ছাত্ৰী, আনকি সহকৰ্মী শিক্ষক পৰ্যন্ত, কাকো দ্বিতীয়বাৰ কথা কোৱাৰ নিয়ম নাই বৰকাকতিৰ। ঘৰত, স্কুলত আৰু সেই বিৰাট অঞ্চলটোৰ অভিভাৱক সকলৰ মাজত বৰকাকতি বৰ 'কাৰা' বৰ নিয়মনিষ্ঠ হে'ডমাষ্টৰৰূপে জনাজাত। যোৱা পঁচিশ বছৰে তেখেতক লৈ কাহিনী, উপকাহিনী—'মিথ্'ৰ সৃষ্টি হৈছে সেই অঞ্চলৰ ল'ৰা বুঢ়াৰ মাজত। ল'ৰা ছোৱালী কেইটাৰ ভিতৰত অকল লুলিয়েহে মাত্ৰ দেউতাকৰ মুখলৈ চাই এষাৰ কথা কব পাৰে। ঘৰৰ বৰ্ত্তমানৰ একমাত্ৰ ছোৱালী বুলি। তাকো সকলো সময়তে নহয়, দেউতাকৰ মন বুজি। ঘড়ীৰ কাইটৰ ডালৰ লগত দেউতাকৰ জীৱনটোও সাঙুৰি দিয়া যেন লাগে কেতিয়াবা লুলিৰ। ল'ৰা-ছোৱালী বিলাকৰো সেইদৰে সকলো কাম ঘড়িঘণ্টাৰ লগত বন্ধা। স্কুললৈ আঁহোতে ল'ৰাৰ কিয়, কোনো শিক্ষকৰো যদি পাঁচ মিনিটৰ ওপৰ পলম হ'ল, সেইদিনা তেনে শিক্ষক বা ল'ৰাৰ কোনো এটা গ্ৰহ বিৰূপ বুলি বুজিব লাগিব। আনহাতে দেউতাকৰ নিচিনা মৰমীয়াল আৰু সুবিবেচক হেড্‌মাষ্টৰ আৰু ক'তো নাই বুলিয়ে লুলিৰ বিশ্বাস। পলম হোৱাৰ যুক্তি-সঙ্গত কাৰণ থাকিলে, আৰু প্ৰায়ে থাকে, কাৰণ কিছুমান ল'ৰা ৫।৬ মাইল দূৰৰপৰা খোজ কাঢ়ি আহে, শিক্ষকো দূৰৰপৰা আহে কেইবাজনো,—তেনে ক্ষেত্ৰত প্ৰত্যেক বাৰেই মাত্ৰ ভৱিষ্যতলৈ সাৱধান কৰি দিয়ে ক্ষান্ত থাকে। স্কুলীয়া ল'ৰা-ছোৱালীৰ ঘৰুৱা জীৱনৰ ওপৰতো সমানে কাৰা দৃষ্টি ৰাখি আহিছে দেউতাকে।

সেই দেউতাকে দেওবাৰ, বন্ধবাৰ কোনো দিনেই নিয়ম ভঙ্গ কৰা লুলিয়ে মনত পৰাৰ পৰা দেখা নাই। আৰু আজিও নিয়ম ভঙ্গ নকৰিলে, কৰিব নোৱাৰিলে। লুলিয়ে যাওঁতে ভাবি গ'ল।

"লুলি।"

আদ বাটৰ পৰাই খৰ খোজেৰে লুলি উভতি কোঠাটোলৈ সোমাই আহিল।

"দেউতা ?"

"খিড়িকী কেইখন মেলি দে। আৰু এই পৰ্দাখনৰ মাজত কাপোৰ অলপ থোপা খাই টুপলি বান্ধি আছে, তই দেখিছনে ?"

"হয় দেউতা, কালি লৰালৰিকৈ চিলাই কৰিছিলোঁ। আজি আকৌ চিলাইটো খুলি নতুনকৈ চিলাই কৰিম। আপোনাৰ চকুত পৰিব বুলি জানো দেউতা"—খিড়িকি মেলি মেলিয়ে লুলিয়ে কৈ গ'ল। দেউতাকৰ চাহ খোৱা হৈছিল, কাপ-প্লেটযোৰ লৈ লুলি ভিতৰ সোমাই গ'ল।

আকৌ নেচফিল্ডখন মেলি লৈ বিছনাত বাগৰ দিলে হে'ডমাষ্টৰ প্ৰসন্ন কুমাৰ বৰকাকতি ডাঙৰীয়াই। তেওঁ চাহকাপ খাবলৈ বিছনাতে উঠি বহিছিল।

কিন্তু কিতাপৰ পাতত মন দূৰৰ কথা, চকুও বহুৱাব নোৱাৰিলে বৰকাকতিয়ে। বহুত ৰাতিলৈ টোপনি অহা নাছিল, এতিয়া চকুদুটা ৰম্‌ৰমকৈ পুৰিবলৈ আৰম্ভ কৰিছে। লগে লগে পোৰণি এটা আৰম্ভ হৈছে তেওঁৰ সৰ্ব্বশৰীৰত, মনত, অন্তৰত। অসমৰ শিক্ষাৰ বুৰঞ্জীত সম্পূৰ্ণ নতুন কথা, নতুন ঘটনা এটা আজি ঘটি গ'ল। এই কথা অসমৰ বুৰঞ্জীত ডাঙৰ ডাঙৰ আখৰেৰে লিখা থাকিব যুগ-যুগান্তৰলৈ। ছাত্ৰৰ ষ্ট্ৰাইক ইংৰাজৰ আমোলত নতুন কথা নাছিল স্বাধীনতা লাভৰ পাছত ষ্ট্ৰাইক্‌টোৱে যেন শিক্ষাৰো এটা অঙ্গ হৈ পৰিল। শিক্ষক হিচাপে অভিভাৱক হিচাপে তেওঁ বা আনেও ছাত্ৰৰ ষ্ট্ৰাইকক সদায় নিৰুৎসাহিত কৰি আহিছে। দেশৰ ভৱিষ্যত জীৱনত, শিক্ষা সংস্কৃতিৰ জীৱনত ইয়াৰ কুফল সমাজে এদিন ভোগ-কৰিবই কৰিব আৰু এতিয়া স্বয়ং শিক্ষকে আৰম্ভ কৰিছে ধৰ্মঘট, দৰ্মহাৰ বৃদ্ধি বিচাৰি, অৰ্থাৎ ভাত কাপোৰৰ খৰচ বিচাৰি।

শিক্ষক-সন্থাৰ এক্‌জিকিউটিভত স্থান পোৱা ডেকা-ল'ৰাৰ সংখ্যাই সৰহ। ৰাতি তিনি বজালৈকে এক্‌জিকিউটিভৰ মিটিং

বহিছিল, হুলস্থূল, কোঢ়াল আৰু উত্তেজিত আলোচনাৰ পাছত ভোটত জিকি গল ষ্ট্ৰাইকৰ প্ৰস্তাৱটো। অৱশ্যে চৰকাৰক সময় দিবলৈ মান্তি হ'ল, তাকো প্ৰেচিডেণ্টৰ বুদ্ধি-কৌশলতহে। তেওঁলোকৰ স্কুলৰ বৰকাকতিৰ এসময়ৰ ছাত্ৰ আৰু বৰ্ত্তমানৰ সহকৰ্ম্মী, ডেকা শিক্ষক জীৱন গগৈ একজিকিউটিভৰ মেম্বৰ। তেওঁৰ পৰাই হে'ডমাষ্টৰে এইখিনি জানিব পাৰিছিল। গগৈ সদায় ষ্ট্ৰাইকৰ সপক্ষে। এই সিদ্ধান্তৰ কথা গগৈৰ মুখত শুনাৰ লগে লগে তেওঁৰ মুখখন ক'লা পৰি গৈছিল আৰু এই বিষয়ে একো মতামত নিদি গহীন হৈ বহি আছিল। তথাপি মনৰ কোনোবা চুকত অলপমান সান্ত্বনা এটাই মগনীয়াৰৰ দৰে আশা পালি বহি গৈছিল—কিজানি চৰকাৰে অৱশেষত তেওঁলোকৰ দাবী মানি লব, কিজানি ইয়াৰ ভিতৰতে কিবা এটা মীমাংসালৈ তেওঁলোক আহিব। কিন্তু অৱশেষত সেই মগনীয়াৰে ভিক্ষা নোপোৱাকৈয়ে উলটি যাব লগা হ'ল।

হে'ডমাষ্টৰ বৰকাকতিৰ গা-মনৰ পোৰণিটোৱে গোটেই বিছনা-খনকে পুৰিবলৈ আৰম্ভ কৰিলে। নাই নোৱাৰে, তেওঁ আৰু বিছনাত পৰি থাকিব নোৱাৰে। বিছনাৰপৰা নামি তেওঁ থিয় হ'ল। ভিতৰ ফাললৈ মুখ কৰি তেওঁ মাত দিলে।

"বাপুটি, মোৰ গা ধোৱা, ডাঢ়ি খুৰোৱাৰ ব্যৱস্থা কৰ।"

বাপুটি স্কুলৰে পিয়ন। তেওঁৰ ঘৰত থাকে আৰু খায়। তাৰ বিনিময়ত ভাত দুসাজ ৰান্ধি দিয়ে।

ঠিক ৯½ বজাতেই হে'ডমাষ্টৰ চাইকেলত উঠিল। যোৱা পঁচিশ বছৰে ঠিক এই সময়তেই তেওঁ চাইকেলত উঠি স্কুললৈ যাত্ৰা কৰিছে, মনিং স্কুল বা আন কোনো স্কুল সম্পৰ্কীয় বিশেষ উপলক্ষ্যৰ দিনটোৰ বাহিৰে। স্কুললৈ বাট প্ৰায় এমাইলহে। দহ পোন্ধৰ মিনিটৰ বেছি সময় নালাগে। তথাপি, সেই ষ্ট্ৰাইকৰ দিনাও, চাইকেলৰ পেদেলতভৰি দিয়াৰ লগে লগে তেওঁৰ মনটো চটফটাই উঠিল,—এই যেন পলম হৈ গৈছে, ঠিক সময়ত যেন স্কুল নাপাবগৈ। পৃথিবীৰ

ঘড়ীবিলাকেই ষড়যন্ত্ৰ কৰি কোনোবা দিনা ৫ মিনিট ফাষ্ট যাব পাৰে, তেওঁৰ কিন্তু পাঁচমিনিট দেৰি হোৱাৰ কথা সেঃৱঁৰণত নাই।

চৰকাৰী আলিয়েদি চাইকেল চলাই অলপ দূৰ আগবাঢ়োঁতেই বাটত ভেটাভেটি হ'ল নৱনাথ ভূঞাৰ লগত। ভূঞা পঞ্চায়তৰ প্ৰেচিডেণ্ট আৰু স্কুল মেনেজিং কমিটীৰ শক্তিশালী মেম্বাৰ। ছাটিটো মেলি লৈ সিফালৰপৰা খোজকাঢ়ি আহি আছে। হে'ডমাষ্টৰ চাইকেলৰ পৰা নামিল।

ষাঠি, পয়ষষ্ঠি বছৰীয়া ভূঞাৰ কপালৰ ৰেখাবিলাক গভীৰ আৰু সুস্পষ্ট। বৰ্ত্তমান হে'ডমাষ্টৰক দেখাৰ লগে লগে সেইবিলাক চিন্তাৰ ভৰত অধিক সুস্পষ্ট আৰু জোঁত লগা সূতা একোঁছাৰ দৰে হৈ পৰিল।

"মই আহিছিলোঁ আপোনাৰ ওচৰলৈকে" কোনো পাতনি নতৰাকৈ ভূঞাই কৈ গ'ল, "ভাবিছিলো আপোনাক ঘৰতে পাম। আপুনি যে আগৰ নিয়মৰেই ঠিক একে সময়তে ঘৰৰ পৰা ওলাই আহিব, কেনেকৈ জানিম ?"

ভাবিছিলোঁ চৰ্কাৰে কিবা এটা কৰিব আৰু শিক্ষকৰ এক্জি-কিউটিভেও ভাবুকি দিয়েই থাকিব।...ঘৰত সোমাই থাকিব নোৱাৰিলোঁ।"

"বাৰু ওলাই আহিল যেতিয়া যাওঁক। গধূলাকৈ প্ৰেচিডেণ্টৰ ঘৰত লগ পাম। কমিটিৰ এখন জৰুৰী বৈঠক পতা উচিত হব।" বিদায় সম্ভাষণ জনাই ভূঞা নিজৰ বাটত আগবাঢ়িবলৈ খোজ পেলালে।

হে'ডমাষ্টৰো চাইকেলত উঠিল।

বেছি দূৰ আগবাঢ়িব নোৱাৰিলেই। দোকানী চৌধুৰীয়ে দোকানৰ বাৰন্দাৰপৰাই চিঞৰিব ধৰিলে,

"হে'ডমাষ্টৰ ডাঙৰীয়া, শুনক, শুনি যাওক। ভাল খবৰ আছে।"

বিৰক্তিৰ আভাষ এটা গোটেই মুখ মণ্ডলত বিজুলীৰ দৰে চমকি গ'ল। পিছ মুহূৰ্ত্ততে নিজক সংযত কৰিলে বৰকাকতিয়ে। বহুত

বাকী আছে নিমখ-তেলৰ, এইখন দোকানতে। হে'ডমাষ্টৰ চাইকেলৰ পৰা নামিল।

"আজি আকৌ কলৈ যাবলৈ ওলাইছে? পাহৰিলে নেকি? আপোনালোকে ষ্ট্ৰাইক কৰা নাই জানো আজিৰ পৰা?"

"পাহৰা নাই। তথাপি এপাক যাব লাগিব। চকীদাৰটোৰ জ্বৰ হৈছিল।"

"বৰ ডাঙৰ কাম কৰিলে দিয়কচোন আপোনালোকে; শিক্ষকৰ ধৰ্ম্মঘট—নোহোৱা নোপোজা ঘটনা। আজি আমি ইমান দিনে বনুৱাৰ ধৰ্মঘট, ছাত্ৰৰ ধৰ্মঘট, কেৰাণীৰ ধৰ্মঘটৰ কথাই শুনিছিলোঁ। অৱশ্যে কি কৰিব, যুগে কৰিছে। বস্তুৰ যি দাম, ক'ত শুনিছিল মিঠাতেলৰ সেৰে ছটকা।"

চৌধুৰী কথা কৈ কৈয়ে আগবাঢ়ি আহি হে'ডমাষ্টৰৰ কাষ পাইছিলহি। গতিকে কথাৰ সুৰটোও প্ৰথমে দীঘলীয়াৰপৰা শেষত স্বাভাৱিক হৈ পৰিছিল। এচৰ পাই স্বাভাৱিক সুৰতকৈও নিম্ন সুৰত কলে, "চেনি দুসেৰ আৰু মৈদা দুসেৰ আপোনাৰ কাৰণে বেলেগে থৈছোঁ। গধূলালৈ বাপুটিক পঠাই নিয়াব। আপুনি যাওঁতেই লৈ যাব পাৰে।"

দোকানীৰ ওপৰত বিৰক্ত হোৱা উচিত নাছিল। হে'ডমাষ্টৰে মনে মনে ভাবিলে।

"মিঠাতেলৰ দাম কেতিয়াৰপৰা বাঢ়িল? চাৰে পাঁচহে আছিল বুলিহে শুনিছিলো।"

"হেঃ! অকল মিঠাতেলনে? ডাইল, মৈদা, আটা, চেনী, চুজি,—তাবৎ সকলো মালৰে। মই কালি টাউনৰপৰা আহিছোঁ।"

"দাম হঠাৎ কিয় বাঢ়ি গ'ল? দাম বঢ়াব কোনো কাৰণ নাছিলে।"

"হেঃ। আপোনালোকৰ চৰ্কাৰক সোধক। মন্ত্ৰীক সোধক। এমেলেক সোধক।" [ চৌধুৰী বাওঁপন্থী ]

"দাম বঢ়াইছে ব্যৱসায়ীয়েহে।"

"বঢ়াবই লাগিব। নহলে ইলেকচন আদিত খৰচ ক'ৰপৰা যোগাব। তাৰ উপৰি ষ্ট্ৰাইকৰ সিদ্ধান্ত লওঁতেই বিদেশী বেপাৰীয়ে বুজিলেই, মাষ্টাৰৰ দৰ্মহা বাঢ়িবই। গতিকে এতিয়াৰ পৰাই দাম নবঢ়ালে ফৎচনে কেনেকৈ বঢ়াব? বাৰু আপুনি যাওঁক এতিয়া। বস্তুখিনি নিয়াব।"

কপালত চিন্তাৰ থোপা এটা লৈ হে'ডমাষ্টৰ চাইকেলত উঠিল। শিক্ষকৰ ষ্ট্ৰাইকৰ লগত, দৰ্মহা বঢ়াৰ লগত, ইলেক্‌চনৰ লগত, বস্তুৰ দাম বঢ়াৰ কি সম্পৰ্ক থাকিব পাৰে তেওঁৰ তাহানিৰ বি. এৰ অৰ্থনীতি শাস্ত্ৰৰ জ্ঞানেৰে একো বুজিব নোৱাৰে। মাজে মাজে শিক্ষক গৰৈৰ লেকচাৰত এইবিলাক কথা শুনে, কিন্তু গুৰুত্ব তেওঁ দিয়া নাছিল কাহানিও।

হঠাৎ তেওঁৰ মনৰ বিৰক্তিখিনি উগ্ৰ হৈ ধোঁৱাবলৈ ধৰিলে মনৰ ভিতৰতে। এই ধোৱঁাবোৰ যেন গাৰ নোমৰ বিন্ধাই বিন্ধাই বাহিৰ ওলাবলৈ বাট বিচাৰি ফুৰিছে। শিক্ষাৰ আগ-গুৰি চিনি নোপোৱা এজন দোকানীও তেওঁক বাটত ৰখাই লৈ শিক্ষা-শিক্ষকৰ কৰ্ত্তব্য সম্পৰ্কে দুআষাৰ ক'ব পৰা হ'ল। কাৰণ তেওঁ দুসেৰ চেনি, দুসেৰ মৈদা যোগাৰ কৰি দিব পাৰিছে। কাৰণ তেও দুমাহ চাৰি মাহলৈ বাকী দিব পাৰিছে। তেওঁৰ দৰ্মহাৰে মাত্ৰ পোন্ধৰ দিন খাবলৈ জোৰে। আন শিক্ষকৰ অৱস্থা আৰু দুখলগা। ভাগ্যে ঘৰৰ খেতি আছে স্থানীয় শিক্ষক-সকলৰ। কিন্তু যিসকল আঁতৰৰ পৰা আহি থাকিব লগা হৈছে তেওঁলোকৰ অৱস্থা সঁচাকৈয়ে পানীত হাঁহ নচৰা। চৰকাৰ হ'ল একশ্ৰেণীৰ বেপাৰীৰ হাতৰ পুতলা। অলপ তোষামোদ 'চাৰ' 'চাৰ' কৈ এপেকেট চিগাৰেট, একাপ চাহ খুউৱা, কেতিয়াবা বিয়া—বাৰু খাবলৈ গাড়ী এখন দিয়া, একশ্ৰেণীৰ নেতা তাতে গদ গদ হৈ পৰিল। ····স্বাধীনতাৰ পিছতেই দেশৰ প্ৰথম কৰ্ত্তব্য আছিল শিক্ষাৰ সংস্কাৰ কৰা, শিক্ষকৰ মান আৰু স্থান উন্নত কৰা। তাকে কৰা হলে আজি তেওঁলোকক এই পৰিস্থিতিলৈ ঠেলি দিব লগা নহল-হেঁতেন।

চাইকেলৰ হেন্দেলত আপোনা আপুনি হাতৰ খামোচ দৃঢ় হৈ পৰিল। হে'ডমাষ্টৰ ববকাকতিৰ। পেডেল খৰ গতিত চলিবলৈ ধৰিলে। চিন্তাৰ গতি দ্রুত হ'ল। চাইকেলৰো।

"নমস্কাৰ।"

আলিৰ কাষত থিয় হৈ আছে মাধৱ পঞ্চানন। চাহবাগনত গোটেই জীৱন কটাই এতিয়া ৰিটায়াৰ কৰিছে। নতুনকৈ ঘৰ-দুৱাৰ সজাই লৈছে চৰকাৰী ৰাস্তাৰ কাষতে মাটি এডোখৰ কিনি। গাঁৱৰ কূটনীতি বা স্থানীয় ৰাজনীতিৰ মেৰপাকত এতিয়াও সোমাই পৰা নাই, মার্জিত ৰুচিৰ ভদ্রলোক। তেওঁৰ ল'ৰাও হাইস্কুলত পঢ়ে।

হে'ডমাষ্টৰে প্রতি নমস্কাৰ জনাই চাইকেলৰ পৰা নামিল। "আজি জানো স্কুল আছে?"—স্বাভাৱিক কৌতূহলৰেই পঞ্চাননে সুধিলে। মানুহজনৰ মাতটো গম্ভীৰ আৰু গলগলীয়া।

"অলপ অফিচিয়েল কাম আছে।"

"এৰা, মোক ল'ৰাটোৱে ক'লে বোলে শিক্ষকসকলে ষ্ট্ৰাইক কৰিছে।......এঁ......এঁ......শিক্ষকসকলে বোলে ধর্মঘট কৰিছে দৰ্মহাৰ দাবীত।"—ভদ্রলোকজনে প্রথম কথাষাৰ অলপ খৰাঁ খৰাঁ যেন পাই দ্বিতীয় আষাৰ যোগ দিছিল যদিও নতুন একো যোগ দিব নোৱাৰি প্রথমখিনিকে দোহাৰিলে।

উত্তৰত ক'বলৈ হে'ডমাষ্টৰে একো কথা বিচাৰি নাপালে। মানুহজনৰ কথাখিনিও নিজৰ মুখৰ ভিতৰতে এনেদৰে শুকাই নীৰস হৈ বাহিৰ ওলাই আহিছিল যে তেনে কথাৰ যোগেদি কোনো সংলাপ আগবাঢ়িব নোৱাৰে। অথচ পৰিস্থিতিটো ইমান আলসুৱা হৈ পৰিল যে সেই মুহূৰ্তত কোনোজনেই ঘপহকৰে বিদায় লৈ পৰস্পৰৰ পৰা এৰাএৰি হব নোৱাৰে।

গল—খেকাৰি এটা মাৰি পঞ্চাননে পৰিস্থিতিটো উন্নত কৰিবলৈ চেষ্টা কৰি ক'লে, "অৱশ্যে শিক্ষকসকলে বাধ্য হৈয়ে এই পথ লৈছে। চাহবাগানৰ কর্মচাৰীতকৈও শিক্ষকৰ দৰ্মহা কম।"

"ও অৱশ্যে বহুত দিন আবেদনৰ নিবেদন কৰি একো

নোহোৱাতহে উপায়ন্তৰ হৈ এই বাট লব লগা হ'ল"—অৱশেষত হে'ডমাষ্টৰে আত্মবিশ্বাস গোটাই লৈ কথাখিনি ক'ব পাৰিলে। পঞ্চাননে দূৰলৈ চাই আছিল। সেই অৱস্থাৰেই ক'লে, "কিজানি ভৱিষ্যতে ছাত্ৰসকলে উদ্‌গনিহে পায়, ষ্ট্ৰাইক আদি কৰি উত্মুৱা হৈ উঠে। বেঙ্গলখনত শিক্ষক ধৰ্মঘট, অধ্যাপকৰ ধৰ্মঘট, ছাত্ৰ ধৰ্মঘট দিনে এটা লাগিয়ে আছে। দেখিছেনে কেলকাতাখন কি হৈ গৈছে! আমাৰ ল'ৰাহঁতকো সেইটোৱে চোৱেহি বুলিহে। ভাল, বিদায়হে, দায়—দোষ নধৰিব আকৌ, চাহবাগ·ৰ মানুহ, এইবিলাক বৰকৈ ভু নাপাওঁ। আপোনালোক গুণী, জ্ঞানী, সমাজৰ গুৰিয়াল।"

"নাই, নাই, আপুনি উচিত কথাই কৈছে। ভাল, আহিলোঁ এতিয়া।"—হে'ডমাষ্টৰ আকৌ চাইকেলত উঠিল। ভদ্ৰলোকৰ কথাখিনি আন্তৰিকতা পূৰ্ণ সন্দেহ নাই। কিন্তু সেই মুহূৰ্ত্তত, হে'ড-মাষ্টৰৰ গালে—মুখে অস্বস্তিৰ মকৰাজাল এখনহে যেন লাগি ধৰিলে। কোনোমতে আঁতৰি গৈ মকৰাজালখন এৰুৱাই পেলাব পাৰিলেই যেন তেওঁ ৰক্ষা পৰে। সৰ্বসাধাৰণ মানুহেও শিক্ষকৰ কৰ্ত্তব্যৰ নিৰ্দেশ দিব পৰা অৱস্থা এটা তেনেহলে দেশলৈ আহি গ'ল। কিন্তু···কিন্তু সৰ্বসাধাৰণ ৰাইজে শিক্ষকৰ অন্নসংস্থানৰ কাৰণেও চিন্তা কৰা প্ৰয়োজন।

যিমানেই খৰ গতিৰে তেওঁ চাইকেল চলাবলৈ ধৰিলে সিমানেই ঘূৰি ঘূৰি উভতি অহা মৌ গুটি এটাৰ দৰে পঞ্চাননৰ এষাৰ কথাই কাণৰ কাষত ভুনভুনাবলৈ ধৰিলে: আপোনালোক গুণী, জ্ঞানী, সমাজৰ গুৰিয়াল।"

"নমস্কাৰ চাৰ।"

"চাৰ, নমস্কাৰ।"

চাইকেলৰপৰা কেইবাজনো ছাত্ৰ ঘপাঘপ নামি হে'ডমাষ্টৰক নমস্কাৰ জনালে। একোখন চাইকেলত দুজনকৈ উঠি আহিছে।

হে'ডমাষ্টৰ নিজৰ চিন্তাত ইমান নিমগ্ন হৈ পৰিছিল যে তেওঁ প্ৰায় উচাপ খাই চাইকেলৰ ব্ৰেক মাৰি দিলে। জোকাৰ এটা মাৰি

চাইকেলখন বৈ গ'ল। সোঁভৰিটো মাটিত লগাই চাইকেলৰ ওপৰতে বৈ মুখখনত সামান্য হাঁহিৰ চিন এটা বিয়পাই দিলে হেড্‌-মাষ্টৰে। কোনো ছাত্ৰই তেওঁৰ মুখত মিচিকিয়া ধৰণৰ হাঁহি এটাও আগেয়ে দেখা নাই। এই মুহূৰ্ত্তত তেওঁৰ অন্যমনস্ক অৱস্থাটো ছাত্ৰৰ আগত ধৰা পৰি যোৱাত, আৰু পটভূমিত শিক্ষকৰ ধৰ্মঘট-সম্পৰ্কীয় অস্বাভাৱিক পৰিস্থিতি এটা ক্ৰিয়াশীল হৈ থকাত্তহে তেওঁৰ মুখত হাঁহিৰ ৰেখা এটা ফুটি উঠিল। আৰু সেই ৰেখাটোৱে ছাত্ৰ কিজনক যথেষ্ট উৎসাহিত কৰিলে। তেওঁলোকৰ এজন ইউনিয়ন চেক্ৰেটাৰী, বাকীকেইজন ইউনিয়ন এক্‌জিকিউটিভৰ মেম্বাৰ।

"চাৰ, আমি স্থানীয় আটাইকেইখন স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে মিলি কাইলৈ এটা বিৰাত প্ৰচেছন উলিয়াবৰ ব্যৱস্থা কৰিছোঁ। আপোনা-লোকৰ দাবীৰ সমৰ্থনত। আমাৰ স্কুলৰ প্ৰাঙ্গনতে আবেলি এখন বিৰাট ৰাজহুৱা সভা হব।"—ইউনিয়ন চেক্ৰেটৰীজনে উৎসাহেৰে ক'লে।

হে'ডমাষ্টৰৰ মুখখনে আকৌ আগৰ গম্ভীৰ ৰূপ ধাৰণ কৰিলে। ক'লে 'প্ৰচেছন?" প্ৰচেছন আকৌ কেলৈ?"

"ছাত্ৰসকল যে শিক্ষকৰ দাবীৰ সম্পূৰ্ণ সমৰ্থনত আছে, তাকে চৰ্কাৰক দেখুৱাবলৈ"—আন এজন ছাত্ৰই ক'লে।

"বুজিছোঁ। কিন্তু প্ৰচেছন কেলৈ? সৰু সৰু ল'ৰা ছোৱালী-বোৰে মিছামিছি ৰ'দত কষ্ট পাব।"

হে'ডমাষ্টৰে একে সুৰতে কলে।

ল'ৰাহঁতৰ উৎসাহ জঁয় পৰি গ'ল। তথাপি এজনে মাত লগালে, "প্ৰচেছন নকৰিলে মিটিঙত ল'ৰা—ছোৱালী কম হব চাৰ।"

"কি হ'ল তেতিয়া?"

হয়তো, তেতিয়ানো কি হ'ব? এই প্ৰশ্নৰ উত্তৰ নাই তেওঁ-লোকৰ।

হে'ডমাষ্টৰে পেডেলত ভৰি দিলে। ল'ৰাহঁতৰ মুখতো একো কথা নোলোৱা হ'ল। হে'ডমাষ্টৰ যাওঁতে কৈ গ'ল, ল'ৰা-ছোৱালী

কম হলেও মিটিং এখনকে পাতা। প্ৰচেছন কৰি তোমালোকৰ ভাগৰ নাইনে ?

একেজনেই হে'ডমাষ্টৰ তেওঁলোকৰ। বাহিৰতো, ভিতৰতো। মুখ বিদৰাই ইটোৱে সিটোলৈ চাই তেওঁলোক আকৌ চাইকেলত উঠিল। প্ৰচেছন এটা মুলিয়ালে দেহ মনলৈ উৎসাহ, উত্তেজনা নাহে।

ওঁঠ দুখন এঠা লগোৱাৰ দৰে বন্ধ কৰি লৈ লাহে লাহে আগবাঢ়িল হে'ডমাষ্টৰ ববকাকতি। এক পৰাজয়ৰ গভীৰ গ্লানিয়ে ঘামত তিতা গেঞ্জিটোৰ দৰেই তেওঁৰ যেন গোটেই গাটো তিয়াই গধুৰ কৰি পেলালে। তেওঁৰ যেন এই পৰাজয় ব্যক্তিগত পৰাজয়, পঁচিশ বছৰীয়া শিক্ষকতাৰ জীৱনৰ আদৰ্শৰ পৰাজয় ইয়াৰ বাবে কাক তেওঁ দায়ী কৰিব ? শিক্ষকক ? সমাজক ? চৰকাৰক ? যুগক ?

কেঁকুৰি এটা ঘূৰিয়ে স্কুলঘৰটো চকুত পৰে। বিৰাট ঘৰবিলাক, কম্পাউণ্ডটো, সন্মুখৰ গে'টখন, তেওঁৰ চকুত আগত স্পষ্টৰ পৰা স্পষ্টতৰ হৈ জিলিকি উঠিল। তেতিয়া দহ বাজিছে। অজানিতেই তেওঁ হাতঘড়ীটোলৈ চাওঁতে সময়টো চকুত পৰিল। এই সময়ত স্কুলৰ কোঠাবিলাক, বৰ মৌ এবাহৰ দৰে গুঞ্জৰিত হৈ থাকিলহেঁতেন, সেই সময়ত এই বিৰাট কম্পাউণ্ডটো নিমাও-মাও হৈ ৰৈ আছে। সন্মুখৰ বাৰান্দাত আঁৰি থোৱা হাঁকোটাডালত স্কুলৰ ঘণ্টাখন আজি ওলমি থকা নাই। স্কুলৰ গতিৰ প্ৰতীক সেই পিতলৰ ঘণ্টাখনৰ অভাৱত স্কুলখন ৰেলৰ দবা কিছুমানৰ দৰেই যেন স্থবিৰ হৈ ৰৈ আছে। লোহাৰ হাঁকোটাডাল ওলোটা প্ৰশ্নবোধক চিনটোৰ দৰে স্থিৰ হৈ আছে। যেন তেওঁৰ মনৰ বিভিন্ন প্ৰশ্নৰ উত্তৰবিলাক ওভোটাই তেওঁলৈকে নিক্ষেপ কৰিছে।।

( এখন নদীৰ মৃত্যু : ১৯৬৬-৬৭ )

# আবুৰ

"চান্দা? এতিয়া আকৌ অসময়ত কিহৰ চান্দা? সৰস্বতী পূজালৈ এতিয়াও বহুত দিন আছে?"

বৰঠাকুৰে চচমাযোৰ বাওঁহাতৰ তৰ্জনি আৰু বুঢ়া আঙুলিৰ আগেৰে লাহেকৈ টিপি ধৰি নাক আৰু কাণৰ দুই সীমাৰ মাজতে ঘণাই অগাপিছা কৰিবলৈ ধৰিলে। তেওঁৰ চকুহাল আছিল চান্দাৰ বহীখন আগবঢাই দিয়া ল'ৰাটোৰ মুখত, বহীখনত নহয়। বাকী ল'ৰাৰ জুমটোৱে অৰ্ধবৃত্তাকাৰে তেওঁক বেঢ়ি ধৰিছিল যদিও তেওঁ কাৰো মুখলৈ চোৱা নাই। মাত্ৰ সিহঁতৰ ককালৰপৰা ভৰিলৈকে এই অংশখিনিৰ ওপৰেদিহে চকুহাল দুবাৰমান ঘূৰাই আনিছিল খুব খৰপোচ্‌কৈ। তেওঁ বুজিছিল দলটোৰ প্ৰত্যেকৰে মুখলৈ চাবলৈ গ'লে তেওঁৰ মনৰ দৃঢ়তা হেৰাই যাব পাৰে।

"দিনে দিনে মাথোন চান্দা, বৰঙণি। আকৌ কিহৰ চান্দা?" —বৰঠাকুৰে দ্বিতীয়বাৰ দোহাৰি গ'ল। প্ৰথম কথাষাৰ কওঁতেই বৰঠাকুৰৰ মনৰ বিৰক্তিখিনি কিমান ব্যাপক চান্দা তোলা দলটোৱে কিয়, যি কোনো এজন বাহিৰৰ লোকেই সহজে বুজি লব পাৰিব। কাৰণ তেওঁৰ দুই চকুৰ কোণত আঁঠুৱাৰ চুকত দৰ্জিয়ে দিয়া কোঁচৰ দৰে দুটা ডাঠ কোঁচ, সামান্যভাৱে দাং খাই থকা ওঁঠ দুখন, ঠৰঙা হৈ পৰা কঁপালৰ গাঁঠিৰ আৰু কাণৰ ওপৰলতিৰ দীঘল চুলি কেইডাল, আৰু গোটেই মুখমণ্ডলত সিঁচৰতি হৈ পৰা, সৰু ল'ৰা এটাই শ্লেটত টনা খেলিমেলি আঁকৰ দৰে বয়সৰ আঁচোৰবোৰৰ মাজেদি তেওঁৰ মনৰ সকলো বিৰক্তি সিঁচৰিত হৈ পৰিছিল। চান্দাগ্ৰহী কিন্তু তেওঁৰ বিৰক্তিৰ প্ৰতি দেখিও নেদেখাৰ ভাও জুৰি স্থিত-প্ৰজ্ঞৰ দৰে থিয় হৈ থাকিল। সেইটোৱে চান্দা তোলাৰ নিয়ম, নহলে আজি কালি কোনেনো একে আষাৰতে চান্দাৰ বহীত দহ পাঁচ টকা লিখি দিব?

কিহৰ চান্দা বহীতে ছপাই দিয়াই আছে গতিকে প্ৰথমে কোনেও তেওঁৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আৱশ্যকতা বোধ নকৰিছিল। কিন্তু দ্বিতীয়বাৰ সোধাত বা দোহৰাত, একেলগে কেবাজনেও কৈ উঠিল, "মাঘবিহুৰ চান্দা, এইবোৰ আমি বিহু মেলা পাতিব খুজিছোঁ এই ৱাৰ্ডৰ ল'ৰাবিলাকে।"

"বিহুমেলা?"—তেওঁৰ বিৰক্তিৰ লক্ষণবোৰ আৰু ঘণীভূত হ'ল, "বহাগৰ বিহুতহে বহাগী মেলা পতা হয়। মাঘবিহুত কিহৰ বিহু মেলা? নামেই ভোগালী, ঘৰতে বহি বন্ধু-বান্ধৱক লৈ চিৰা, পিঠা, যি পোৱা যায় তাকে ৰংমনে খাব লাগে, খুৱাব লাগে?" কথাখিনি প্ৰশ্নবোধক নাছিল যদিও শেষৰফালে জোৰ কৰিয়ে সুৰটো প্ৰশ্নবোধক প্ৰশ্নবোধক কৰি সন্মুখৰ ল'ৰা এটাৰ মুখলৈ হঠাৎ চাই মুখখনৰে জোকাৰ এটাও মাৰিলে বৰঠাকুৰে। অনিশ্চিত আশা এটাও আছিল কিজানি অকস্মাতে ল'ৰাটোৱে তেওঁক সমৰ্থন দি পেলায়!

কিন্তু ল'ৰাটোৱে তৎক্ষণাৎ প্ৰতিবাদৰ সুৰত কৈ উঠিল, "খোৱা-বোৱা সদায় হয়, কিন্তু সমূহীয়াকৈ ধাৰাঘৰ সাজি ৰং-তামাচাও কৰিব লাগে, খেল-ধেমালিও কৰিব লাগে···সভা··"

ল'ৰাটোক কথাখিনি শেষ কৰিবলৈ নিদিলেই। সুৰটো অলপ উচ্চ কৰি কৈ উঠিল, "ৰং-তামাচা খেল-ধেমালি বিহু বুলিহে কৰিব লাগে নে? এনেয়েও কৰিব লাগে। তালৈকে আকৌ চান্দা কেলৈ?"

"এই ধৰক ভোজ-ভাত খোৱা হব, প্ৰাইজ মেডেল আদি খেলুৱৈক দিয়া হব, মাইকৰ খৰচ, বিশিষ্ট অতিথি···"

"এইবাৰো সেই একেটা ল'ৰাকে কথাখিনি শেষ কৰিবলৈ নিদিলে বৰঠাকুৰে। কৰ্কশ নহলেও খহটা সুৰত অলপ পেংলাই কৰি চিঞৰি উঠিল, মাইক? বিশিষ্ট অতিথি? মাইকত দিনে ৰাতিয়ে "তেৰে মেৰে জিন্দেগী" ধৰণৰ বজৰুৱা গানবোৰ দি কাণ ঘোগোলা কৰিবলৈ? বিশিষ্ট অতিথিয়ে কি কৰিবহি—"ৰাইজসকল বিহু আমাৰ জাতীয় উৎসৱ বুলি চিঞৰিবলৈ—আৰু প্ৰাইজ মেডেল

মানে মোৰাদাবাদৰ সেই চিঙ্গভাৰৰ বস্তুবোৰ কিনি পইচাবিলাক পানীত পেলাবলৈ? তাৰ কাৰণে আমাৰ হাড়ক মাটি কৰা ধন চান্দা দিব লাগে?”

নেতা-হৈ অহা আৰু তেতিয়াও চান্দাৰ বহীখন আগবঢ়াই ধৰি থকা ল'ৰাটোৱে বিহুৰ ৰচনাৰ পৰা দুটামান লাইন মুখস্থ কৰি ক'লে, “বিহুটোৱে আমাৰ বাপাত সাহোন, তাকো আমাৰ যদি যায়, জাতিটোৰ জাতীয়তা থাকিবে ক'ত? আপনালোকৰ দৰে মানুহেই যদি ··”

হঠাৎ বৰঠাকুৰৰ মুখৰ বিৰক্তিখিনি চাঁৎ কৰে নোহোৱা হৈ গ'ল। তাৰ ঠাই অধিকাৰ কৰিলে তীব্ৰ বিদ্ৰূপাত্মক নিঃশব্দ হাঁহি এটাই। তেওঁ বুজিলে প্ৰতিপক্ষৰ দুৰ্গম বেহু তেওঁ ভেদ কৰিবলৈ সক্ষম হৈছে। এতিয়া সকলোৱে মুখলৈ তেওঁ চাব পাৰে। প্ৰত্যেকৰে মূৰৰপৰা ভৰিলৈ একোবাৰ বিদ্ৰূপ দৃষ্টিৰে চাই চাই শেহত বক্তাজনৰ মুখৰ ওপৰত গোটেই বিদ্ৰূপখিনি হেঁচি ধৰিলেহি। শেহত লাহে লাহে মূৰটো জোকাৰি ক'লে, “এই চুণ্ডা পেণ্টবিলাকেৰে? জাতীয়তা ৰক্ষা কৰিবা?”

কথাষাৰত আছিল শাণত দিয়া খুৰৰ চোক্। দলৰ প্ৰত্যেকটোৱে মুহূৰ্তৰ বাবে থৎমৎ খাই ৰ'ল।

নেতা হোৱা ল'ৰাটোৱে কিন্তু তৎক্ষণাৎ নিজক চম্ভালি লৈ উত্তৰ দিলে, “যি সময়ৰ যি হাৱা। আপোনালোকৰ দিনতো জানো তাহানি এনেকুৱা হাৱা নাছিল?···গেৰোৱা লেটোৱা চুৰিয়া, দীঘল খট্।”

“হাঃ হাঃ হাঃ! হয় নেকি?—ভালেই আছিল দিয়া, অন্ততঃ কাউৰীঠেঙীয়া পিতবিলাক চুৰিয়াই ঢাকি ৰাখিছিল”—তথাপি বৰঠাকুৰে বুজিলে তৰ্ক কৰি আৰু লাভ নহ'ব। তেওঁ চান্দাৰ বহীখন হাতলৈ তুলি লৈ খচ্‌খচ্‌কৈ কিবা এটা লিখি বহীখন আগবঢ়াই দিলে। লগে লগে ওপৰ জেপৰপৰা নোট এখন উলিয়াই ধৰি থাকিল।

"এটকা ?"—সকলোৱে একমুখে চিঞৰি উঠিল। চুঙাপেণ্ট সম্পৰ্কীয় মানসিক কুৱলীখিনি এটকাৰ চোকা ব'দে মুহূৰ্ততে নাই-কিয়া কৰিলে।

"পাঁচ টকাৰ কমে কৰোপৰাই চান্দা লোৱা নাই। এয়া চাওক, দহ, পোন্ধৰ টকালৈকে দিছে।"—বহীখনৰ পাত লুটিয়াই ধৰিলে এজন ল'ৰাই।—"আপোনাকো আমি পৃষ্ঠপোষক কৰিবলৈহে আহিছিলো।"

পৃষ্ঠপোষক শব্দটোৱে অলপ আগলৈকে যি এটা মৰ্যাদাৰ ভাব আনি দিছিল বৰঠাকুৰৰ মনলৈ, অঙ্কৰ পৰিমাণটোৱে অত্যাকতে বিপৰীত ফালে খুন্দা মাৰি দিলে সেই মনটোক। এই আঘাত যেন দৈহিকো। জাপ মাৰি থিয় হ'ল বৰঠাকুৰ।

"পৃষ্ঠপোষক ? পোন্ধৰ টকা ?"

"দহ টকাতো হ'ব পাৰে"—খৰধৰকৈ ৰেহাইৰ সুবিধাটো আগবঢ়ালে এজনে।

"দ···হ···টকা ?"

"আপোনাক বাৰু পাঁচ টকাতে দিম।"

"হুঃ! পৃষ্ঠপোষক! এই এটা টকাই পালা। লাগে নিয়া, নালাগে যোৱা।" —ফোঁ-ফোঁৱাই বৰঠাকুৰ ভিতৰলৈ সোমাই গ'ল।

ল'ৰাকিজনে ইজনে সিজনৰ চকুলৈ চাবলৈ ধৰিলে। কৃপণ নামে জনাজাত পুৰন্দৰ বৰঠাকুৰৰপৰা টকা এটা সৰকাব পৰাও এক ডাঙৰ বিজয়।

ভিতৰত বৰঠাকুৰণীৰ ভোৰ-ভোৰণিৰ শব্দ শুনা গ'ল। ল'ৰাহঁতে নিজৰ ভিতৰতে ফুচফুচাবলৈ লাগিল। কিজানি বুঢ়ীয়ে অলপ বেছিকৈ দিবলৈ কৈছে! কিন্তু এই কৰাইচ মানুহটোৰ লগত দাম-দৰ কৰি থকা সময়খিনিত আৰু কেইবাঘৰলৈও যাব পৰা হ'লহেঁতেন! শেহত, ভিতৰৰপৰা কোনো ওলাই অহা নেদেখি অগত্যা ৰচিদখন চকীৰ ওপৰত থৈ বৰঠাকুৰে এৰি যোৱা চচমাৰ বাহটোৰে হেঁচা দি লাহে লাহে দলটো ওলাই গ'ল।

এনেতে বৰঠাকুৰণী ওলাই মাত দিলে, "হেৰা বোপাহঁত, চাওঁ এইফালে।"

ল'ৰাহঁত আকৌ ঘূৰিল। বৰঠাকুৰণী আৰু দুখোজমান আগবাঢ়ি গৈ ক'লে, "তেখেতৰ কথাত নালাগিবা, বছেৰেকৰ বিহু এটাত ল'ৰাহঁতে স্ফূৰ্তি কৰিব, কৰক। বিহুৰ দিনা আহিবা, বাৰীৰ কবি, আলু যি পাৰোঁ দিম।"

"হয় আইতা, আমি জানোয়েই নহয় আপুনি দিবই বুলি। বছৰত এটাহে মাঘ বিহু, এবাৰহে আহিম।"

"বাৰীৰ জেওৰা-জপনাৰ দায়িত্বও তোমালোকৰ গাতে। জেওৰা নিলে বাৰীখনৰ আবুৰ নাইকিয়া হব, বাঁহ ক'ত পাম, মানুহ ক'ত পাম, একেমুহূৰ্ততে উদঙীয়া গৰুৱে তহিলং কৰিব।"

"আইতা সেইটো আৰু আমাক বুজাব লাগিছে নে? এই অঞ্চলৰ কাৰো জেওৰা-চেকোৰা কোনেও যাতে নিব নোৱাৰে আমি চকু ৰাখিম নহয়।"

"বেছ কথা, মইনাহঁত, আনকো বাধা দিবা। বাৰী এখনত কিমান যত্নৰ মূৰত শস্য হয়। আলু কবি দুটা নিলে গা-নাঘামে, কিন্তু বাৰীৰ বেৰা ভাঙিলে নগৰত ক'ত পাবা হাজিৰা, ক'ত পাবা বাঁহ—ইফালে গৰুৱে তহিলং কৰিবই।"

"আমাক কবই নালাগে আইতা, আমাৰো ঘৰে ঘৰে একোখন বাৰী আছে নহয়"—বুলি দুটকীয়া নোটখন সামৰি লৈ নেতা হোৱা ল'ৰাজনে ৰছিদখনত নতুনকৈ সংখ্যাটো লিখি দিলে।

ল'ৰাহঁত যোৱাৰ লগে লগেই বৰঠাকুৰ ভিতৰৰপৰা ভোৰভোৰাই ওলাই আহিল সান্ধ্যভ্ৰমণৰ সাজ পিন্ধি। গাত এটা দীঘল গৰম কোট, ডিঙিত মাফ্‌লাৰ, মূৰত এটা উলৰ কাণলৈকে ঢকা টুপী, হাতত ছাতিৰ নালৰ দৰে আগটো আঁকোৰা মোটা লাঠী এডাল।

খালি চান্দা, চান্দা, চান্দা,। স্কুলৰ চান্দা, ষ্টেজৰ চান্দা, বানপানীৰ চান্দা, ভূঁইকঁপৰ চান্দা, থিয়েটাৰৰ চান্দা, বিহুৰ চান্দা, পূজাৰ চান্দা, আমাৰ দৰে পেন্সনৰ টকা কেইটাৰে চলা মানুহে কেনেকৈ

তিষ্ঠি থাকিব ? তুমি ভাবিছা হ'বলা, এই দৰে চান্দা সবহকৈ দি "মইনা মইনা" মাত দিলেই সিহঁতে আমাৰ জেওৰা-জপনা সুখেৰে এৰিব ? ছুঃ।"

"সেই বুলিনো এতিয়া পৃথিৱী এৰি ক'ত পাও দিবগৈ ? জীৱটো নোযোৱালৈকে ইয়াতেই, এই মানুহবিলাকৰ লগতেই থাকিব লাগিব।" —বৰঠাকুৰণীয়ে চকীখন দাঙি লৈ ভিতৰলৈ সোমাই আহোঁতে কৈ গ'ল।

লাঠীডাল বন্দুকৰ দৰে টোঁৱাই ধৰি বৰঠাকুৰে উত্তেজিত সুৰত কৈ গ'ল, "এইখন কুকুৰ-মেকুৰীৰ দেশ হ'লহে বান্দৰৰ দেশ হ'ল। ইহঁতে সংস্কৃতি কৰে। সৰস্বতী পূজাৰ নামত যিহে গোসাঁনীৰ ৰূপ, মাইকত যিহে বিহু নাম, বিহুৰ নামত যিহে মাইকত অশ্লীল চিঞৰ-বাখৰ, ছোৱালীবিলাকৰ যিহে গা-দেখুৱা সাজ-পাৰ, বাটে-পথে ফটুৱাইঁতৰ যিহে অভইচ্ মাত-কথা, এইখন নমৰালৈকে জীয়াই থকাৰ কথাকৈছা ? এখন্তেলে জীয়াই থাকিব নাপায়।"

"তেনেহ'লে চন্দ্ৰলৈকে গ'লেহে হ'ব ? সেয়া মানুহ গৈছেই নহয়। এৰা ! ···দেখাতে দেশলৈ হেৰা আহিছেই, অকল এইখন দেশতহে হৈছে নে কিবা ?"

বৰঠাকুৰে একো উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰিলে। লাঠীডাল সেই ভাঁজেই অলপ সময় ধৰি থাকি মুখখন আৰু অলপ গোঙোৰা কৰি হাফ্‌শু যোৱেৰে গৰপ্ গৰপ্ শব্দ তুলি পদূলিৰ বাহিৰ ওলাল। আবেলিৰ ৰ'দ এচেৰেঙা আহি বাৰীখনৰ এমূৰত ফুলি থকা নাৰ্জি ফুলবিলাকৰ ওপৰত পৰাত ধূপৰ ব'থিত ভৰোৱা দগ্‌দগীয়া অঙঠা এসোপাৰ দৰে ফুলবিলাক জ্বলমলাবলৈ ধৰিছে। বিশেষ যত্ন নোলোৱাকৈ একেঠাইতে সৰু চুবুৰি এটা কৰি এই ফুলবিলাক আপোনমনে ফুলি আছে। মগাই অনা আফ্ৰিকান মেৰি গ'ল্ড নহয়, স্থানীয় বিধৰ নাৰ্জি। গোসাঁই ঘৰত সদায় তাৰপৰা ফুল চিঙা হয়। বাকী বাৰীখনত ভাগে ভাগে আলু, ফুল কবি, বন্ধাকবি, ওলকবি, পাটনাই পালেং, বাবৰি, লফা, মেমেধুৰ গছবোৰ মোক তোল, মোক তোলকৈ যেন হাতবাউলি দি আছে। ওচৰঘৰীয়া মানুহক বাৰীৰ

বস্তু দিছে, আঁতৰৰো কোনো কোনোৱে নিছে। বন্ধাকবিবিলাক অৰণ্যে ভালকৈ বান্ধ ল'বলৈ আছে এতিয়াও। বিয়া দিয়া একমাত্র জীয়েক নাতি-নাতিনীহঁতক বিছুত লৈ আহিব। আঁতৰত চাকৰি কৰা পুতেক-বোৱাৰীয়েকহঁত এই বিহুত নাহে, বহাগৰ বিহুতহে আহিব পাৰিব বুলি জনাইছে। গতিকে জীয়েক, নাতিহঁতেই খাব পাৰিব। বাৰীখন সৰু যদিও আটোমটোকাৰি। ঘৰত কাম কৰা কাঞ্চা এটাৰ সহায়ত বৰঠাকুৰে দিনটোৰ প্ৰায় ভাগ সময় বাৰীখন খুচৰিয়ে কটায়। পেন্সন পোৱাৰ আগতো ঘৰত থকা সময়কণত বাৰীখন খুচৰিয়ে বৰঠাকুৰে আনন্দ আৰু শান্তি লৈ আহিছিল। এতিয়া অৱসৰ লোৱাৰ পিছত ভালদৰে যত্ন ল'বলৈ সময় পোৱাত বাৰীখন যৌৱন-লাৱণ্য ভৰা গাভৰু ছোৱালী এজনীৰ দৰে হৈ পৰিছে। বুঢ়াৰ ডাঙৰ নাতিনীয়েক ছন্দিতালৈ মনত পৰি গ'ল। ছন্দিতায়ো পি. ইউ. পাছ কৰিছে, ১ম বাৰ্ষিকত পঢ়ে, বিয়াৰ কথা-বতৰাও চলিছে। ...... ভালেই কৰিলে ল'ৰাহঁতক আৰু টকা দুটা দি। বিহুৰ ভোজত কবি, আলু অলপো দিব লাগিব। ঘৈণীয়েকে বেছ বুদ্ধিমতীৰ দৰেই কথাটো কৈ ভাল কৰিলে।

বৰঠাকুৰৰ অন্তৰত ইমান সময় টকা তিনিটাই সৃষ্টি কৰি ৰখা অস্বস্তি, জ্বলন-পোৰণখিনি যেন বহুতো লঘু হৈ পৰিল। খৰখোজেৰে তেওঁ আগবাঢ়িল কাকতিৰ ঘৰৰ ফাললৈ।

ঠিক এই সময়তেই কাকতিও ওলাই থাকে তেওঁৰ পদূলি মূৰত। দুয়ো সমবয়সীয়া, দুয়ো একেলগে চাকৰিত সোমাইছিল, একেলগে ছমাহ হ'ল দুয়ো পেঞ্চন লৈ চৰকাৰী চাকৰিৰপৰা ওলাইছে। বলো-ৰাম কাকতি নাজিৰ হিচাপে আৰু পুৰন্দৰ বৰঠাকুৰ চিৰস্তাদাৰ হিচাপে। সাধাৰণতে, পেন্সন পোৱা বুলিলে যেনেকুৱা বুঢ়া মানুহ এজনৰ ছবি আমাৰ মনলৈ আহে তেওঁলোক তেনেকুৱা বুঢ়া নহয়। চুলিও তেনেকৈ পকা নাই, দাঁতোসৰা নাই। আগৰ দিনীয়া মানুহ বয়স কমাই নকল হৰস্কোপ দেখুৱাৰ নিয়ম তেতিয়াও শিকা নাছিল আৰু লগতে স্বাস্থ্যসন্মত নিয়ম-নীতিও গোটেই জীৱন মানি চলিছে।

তথাপি এইখন দেশত মানুহক বিমান সোনকালে পৰা যায় বুঢ়া কৰি আঁতৰাই দিয়াৰ ষড়যন্ত্ৰই বেছি যাতে তলৰবিলাকে অধিক ক্ষমতা লাভ কৰিব পাৰে। 'পঞ্চাশৰ পিছত বনলৈ যোৱা' এই সংস্কৃত উপদেশটোৰেই হয়তো পুৰুষাণুক্ৰমে সকলোৰে অৱচেতন মনত ক্ৰিয়া কৰি থকাৰ ফল। নাজিৰে সেই কথাকে লৈ বৰঠাকুৰৰ আগত প্ৰায়ে দুখ কৰে। তেওঁৰ ল'ৰাহঁতেও বোলে তেওঁৰ আঁৰে 'বুঢ়া' বুলিহে নিৰ্দেশ কৰে।

"যুগ হে যুগ, যুগৰ হাৱা। আমি মৰাৰ পিছত চাবা, ইংলেণ্ড-আমেৰিকাৰ দৰে নহ'লেই ৰক্ষা। তাত বুঢ়ামানুহবিলাকক এক প্ৰকাৰ বনৱাসেই দিয়ে বোলে। ঘৰৰপৰা আঁতৰত থৈ দিয়ে"— বৰঠাকুৰে সান্ত্বনা দিয়ে।

আজি বৰঠাকুৰে পোনে পোনে উলিয়ালে চান্দাৰ কথা: "হেৰা কাকতি, দেশখনত এইবিলাক কি হৈছেহে? খালি চান্দা, চান্দা, চান্দা।"

"নক'ব আৰু, আজি মোৰ ঘৰতেই লাগিছে নহয় এখন থকা খুন্দা। মোৰো সৰুটো ল'ৰা লাগিছে নহয় সেইটো দলত।"

"হেৰা তোমাকে সুধিছোঁ বাৰু কোৱাচোন। মাঘৰ বিহুত নো বাৰু বিহুমেলা পতা ক'ত শুনিছা? মেজিঘৰ সাজিব, লোকৰ বাৰীৰ আলু, কবি, জেওৰা-জপনা মষিমূৰ কৰিব, মাইকত এসোপা বাৰে বাংকৰা ৰেকৰ্ড লগাই কাণৰ মাদল ফালিব। দেশৰ মানে বজৰুৱা দল গোট খাব, মাইকত লেতেৰা বিহুনাম গাব।"

"কলোৱেই নহয়, দেশৰ হাৱা, লোকক নো কি ক'বা, ঘৰতে ছোৱালীজনীয়ে যিটোহে ড্ৰেছ পিন্ধি কলেজলৈ গৈছে, তোমাকে কৈছোঁ, মই আৰু চাব নোৱাৰিলোঁ। মাকে একো কোৱা নাই। পিছত মাকক মই ভাবি দিয়াত উলটি মোকহে কয় বোলে আজি-কালি আধুনিক ফেচনেই হৈছে। লগৰ সকলো ছোৱালীয়ে পিন্ধে যেতিয়া তাই নো নিপিন্ধিব কিয়?" —কাকতিয়ে খিকচাৰ এটা পকাই পকাই আগবাঢ়ি থোৱাৰ লগে লগে কৈ গ'ল।

"ছিঃ! মোৰ নাতিনীজনী—তোমাৰ ছোৱালীজনীৰ কথাত ছিঃ বুলি কোৱা নাই, মোৰ নাতিনীজনীৰ কথা মনত পৰাতহে ছিঃ বুলি কৈছোঁ—যোৱাবাৰ সিহঁত আহিছিল নহয়, যোৱাবাৰেই কলেজত পঢ়ে—তাই দেখোন ঘৰত ফ্ৰক্ এটা পিন্ধি থাকে। মোৰ এতিয়াও ঘিণ্ ঘিণ্ লাগে। মই সেইদিনাই বিহা-মেখেলা দিয়ালোঁ, বোলে খবৰদাৰ, মোৰ ঘৰত, মোৰ ল'ৰা-ছোৱালী, নাতি-নাতিনী এনেকুৱা হ'ব নোৱাৰে। মোৰ ঘৰতো নোৱাৰে, চিলঙতো নোৱাঁৰে।"

"চিলঙেই বোলা বা জকাইচুকেই বোলা সকলোতে একেটা হাৱা"—মিকচাৰটো জ্বলাই লৈ কাকতিয়ে ক'লে,—"সিদিনা ছোৱালীজনীৰ টেবুলত কিবা ইংৰাজী কাকত এখন দেখি এনেয়ে পাতটো লুটিয়ালো। মোৰ চকু থিৰ! দেখিলে পৰাচিত হ'বলগীয়া দৃশ্য। একেবাৰে বিৰসনা কুৎসিৎ পশ্চিমীয়া ফিল্ম-ষ্টাৰৰ ফটোৰে ভৰা। আমাৰ কথাতে কয়, বস্ত্ৰ-হীনাক দেখিলে পুৰুষৰ আয়ুঃ চুলি নষ্ট হয়।"

"নষ্ট হোৱাৰ কথা কৈছা? ধ্বংস হ'ব হে ধ্বংস হ'ব। যদুবংশৰ দৰে ধ্বংস হ'ব। বাটলৈ ওলাব নোৱাৰি, কি অশ্লীল ভাষা, চিনেমা এখন চাব নোৱাৰি কি বান্দৰ-নাচ, ৰেল-মটৰত যাব নোৱাৰি—ছোৱালী-বোৱাৰীবো পেট ওলোৱা, হাত ওলোৱা কাপোৰ·· ছুঃ··· ।"

দুয়ো সদায় এই দৰে হয় ৰাজনীতি নহয় সমাজনীতিৰ আলোচনাৰেই সান্ধ্যভ্ৰমণ শেষ কৰে। কেতিয়াবা কেবামাইলো মনৰ জোৰতে খোজ কাঢ়ি পেলায়।

"হেৰা পেঞ্চন পোৱা কাৰণেই তোমাক ঘৰত বুঢ়া বুলি কয়, আমি বাৰু বুঢ়ায়ে, আহকচোন আমাৰ লগত কেইটা ডেকা আহে খোজ কাঢ়কহি।"—হঠাৎ বৰঠাকুৰে গৰপ্ গৰপ্ কৈ খোজ পেলায়, বেঙা-বিলাক দীঘলাই দি কৈ উঠিল।

"হেঃ! চাইকেল বা ৰিক্সা নহ'লে এখোজ আগবাঢ়িব নোৱাৰা এই পিতমৰাখনৰ কথা কৈছা? মই মোৰ ল'ৰাহঁতক কওঁ নহয়,

মই যদি বুঢ়াই, খৰিডাল মই ফালিব লাগে কিয় ?···সিহঁতে খৰিডাল ফালিবলৈও শক্তি নাই"—লগে লগে কাকতিয়েও দুগুণ উৎসাহে খোজবিলাক ঘণাই দি বৰঠাকুৰৰ সমানে তালমিলাই আগবাঢ়িল। বৰঠাকুৰ ওখ, কাকতি চুটি-চাপৰ মানুহ। বৰঠাকুৰে দীঘল খোজ এটাৰে যিমান যায়, কাকতিয়ে দুই-তিনি খোজেৰেহে সেইখিনি দূৰত্ব আগুৰিব পাৰে। সেই পুহ মাঘৰ জাৰতো সেইদিনা বা প্ৰায়েই দুয়োজন ঘামি উঠিল। কপালকিখন দুয়োৰে সেমেকি উঠিল।

উৰুকাৰ দিনা বৰঠাকুৰৰ জীয়েক, নাতি-নাতিনীহঁত আহি ওলাল। ঘৰখন মাত-কথা আৰু খোজ-কাটলৰ শব্দেৰে সজীৱ হৈ পৰিল। সিহঁত অহালৈকে বৰঠাকুৰৰ মনৰ কোনোবা কোণত এটা সন্দেহ, এটা বুজিব নোৱাৰা বুজাব নোৱাৰা ভয় আৰু আশঙ্কাই বাহ বান্ধিছিল, বিশেষকৈ কাকতিৰ লগত সেইদিনা ফুৰিবলৈ যাওঁতে হোৱা কথা-বতৰাৰ পিছৰপৰা। সেইটো হ'ল, কিজানি জীয়েকে নাতিনীয়েক ছন্দিতাক আকৌ ফ্ৰক পিন্ধায়ে ৰাখিছে, কিজানি তেওঁৰ ডাবি-ধমকিৰ কথা পাহৰি আকৌ ফ্ৰক্ পিন্ধায়ে লৈ আহে। নিজৰ গাভৰু ছোৱালীক বহুদিনলৈকে ফ্ৰক পিন্ধাই সৰু কৰি ৰখাৰ বা সৰু কৰি দেখুৱাৰ ফেশ্বন এটা আজি-কালি চলিছে। দেহৰ গঠনৰ লগত খাপ নোখোৱা ফ্ৰকটোৱে ছন্দিতাক অতি কুৎসিৎ কৰি পেলাইছিল। তাইৰ শকত-আৱত হৈ পৰা বয়সৰ তুলনাত সামান্য চুটি যেন লগা দেহটোৱে যোৱাবাৰ বৰঠাকুৰৰ মনত কিবা এট ঘৃণাজনক অস্বস্তিৰ সৃষ্টি কৰিছিল, যিটো ভাব আজি প্ৰায় এবাৰেও তেওঁৰ মনৰপৰা আঁতৰি যোৱা নাই। সেই কাৰণে সিদিনা কাকতিয়ে তেওঁৰ নিজৰ জীয়েকৰ ড্ৰেছটোৰ কথা কওঁতেই অকস্মাতে তেওঁৰ মুখৰপৰা "ছিঃ" শব্দটো ওলাই গ'ল। তেতিয়াৰপৰা তেওঁৰ মনটোত এক প্ৰকাশ কৰিব নোৱাৰা গেদেৰিয়ে ঘোলা কৰি পেলাইছে। একো একোবাৰ এনেকুৱাও ভাব হৈছে যেন জীয়েকৰ পৰিয়ালটো এইবাৰ নাহকেই। ব্যক্তিৰ মনৰ এনেকুৱা কিছুমান নিজস্ব অস্পষ্ট চিন্তা, ধাৰণা থাকে যাক কাৰো আগত, আনকি নিজৰ পত্নীৰ আগতো প্ৰকাশ কৰিব নোৱাৰি।

আনকি, নিজৰ মনতো সেইবিলাকৰ স্বৰূপটো পৰিষ্কাৰ নহয়। বৰঠাকুৰে ইয়াকো এটা মনৰ ৰোগ যেনেই পালে যি ৰোগৰ ঔষধ নাই। সামান্য কথাতে ঘৈণীয়েকৰ ওপৰত টিঙিচ্ টিঙিচ্ খং উঠা হ'ল, বাহিৰা কাম কৰা ল'ৰাটোকে কামৰ নানা দোষ উলিয়াই বকি থকা হ'ল।

যি কি নহক, বৰঠাকুৰে মনে মনে এক স্বস্তিৰ নিশ্বাস পোলালে যেতিয়া জীয়েকৰ পৰিয়াল গাড়ীখনৰপৰা নামি আহিল। ছন্দিতাই মেখেলা-চাদৰ অৱশ্যে পিন্ধা নাই, পিন্ধিছে ছাই ৰঙৰ শাৰী এখনহে, নাইলন নে টেৰিলীনৰ। শাৰী পিন্ধা তেওঁ পচন্দ নকৰে, তাতে এই হাড়লৈকে দেখা শাৰীবিলাক! মেৰিয়াই মেৰিয়াই শাৰী পিন্ধা এই তিৰোতা মানুহবোৰ দেখিবলৈ কেনেকুৱা—খেৰৰ মেজি এটাৰ নিচিনা গোটা নাইবা খৰিকাত দিয়া কান্দুলি মাছৰ দৰে চেপেটা। এবকনি দিবৰ মন গৈছিল, কিন্তু উচিত নহ'ব ভাবি হাঁহি-মাতিয়ে সিহঁতক আদৰণি জনালে। জোঁৱায়েক অহা নাই, নিজৰ গাড়ী, ড্ৰাইভাৰ ভাল, গতিকে জোঁৱায়েক নহাকৈয়ে আহিছে।

আবেলি ছন্দিতা সৰু ভায়েকটোৰে সৈতে চুবুৰিৰ সমনীয়া বান্ধৱী-হঁতৰ ঘৰলৈ বুলি ফুৰিবলৈ ওলাই গ'ল। বৰঠাকুৰে বাহিৰতে বহি নিজৰ বাৰীখনলৈকে একান্ত মনে চাই গুৰগুৰিত ধঁপাত টানি আছিল।

"ফুৰিবলৈ যাব?"—খোজৰ শব্দত মূৰটো একলিয়া কৰি চাওঁতে ছন্দিতাক দেখি প্ৰশ্ন কৰিলে।

"এই, অপলকাহঁতৰ ঘৰৰপৰা আহোঁ।" কিন্তু তাইৰ সাজটো দেখাৰ লগে লগে বৰঠাকুৰৰ মনলৈ পূৰ্বৰ বিৰক্তিখিনি আকৌ উভতি আহিল। এই পুহমহীয়া ঠাণ্ডাত তাই কোট বা চুৱেটাৰ পিন্ধা নাই, ফিৰ্‌ফিৰীয়া চাৰি আঙুলীয়া ব্লাউজ এটা পিন্ধিছে, ডিঙিৰ তল অংশ কঁকালৰ ওপৰ অংশ সম্পূৰ্ণ উদং। তাৰ ওপৰত জিঁয়া পাখি যেন শাৰীৰ আঁচলটো পৰি আছে। ফেঁছ যেন বগা, কাগজৰ পাত যেন মিহি পিঠিৰ অংশখিনি মিহি নীলা ৰঙৰ শাৰী আৰু ব্লাউজটোৱে

চুগুণে উজ্বল আৰু স্পষ্ট কৰি পেলাইছে। আগৰ দিনৰ জীয়াৰী-বোৱাৰীয়ে কাপোৰ পিন্ধে ভৰিৰ সৰু গাঁঠিটো পৰ্যন্ত আনে দেখিবলৈ নাপায়। আৰু আজি নিজৰ ঘৰতে তেওঁৰ গাভৰু নাতিনীয়েকে কাপোৰ পিন্ধিছে সেয়া।

"তই গাত কাপোৰ এখন লৈ নায়ার কিয়, নাইবা কোট, চুৱে-টাৰ এটাকে নিপিন্ধ কিয় ; ঠাণ্ডা নালাগিব নে ?"—মনৰ খং আৰু বিৰক্তি ঢাকি সহজ সুৰতে কথাষাৰ কলে বৰঠাকুৰে।

"ইয়াত কি ঠাণ্ডা, চিলঙৰ তুলনাত এয়া ঠাণ্ডা নে"—গৈ থাকোঁতেই উত্তৰ দি গ'ল ছন্দিতাই।

অলপ পিছত বৰঠাকুৰো ওলাই গ'ল সান্ধ্য-ভ্ৰমণলৈ।

সন্ধিয়া উভতি আহি দেখে যে ভিতৰফালে কেৰাহী এটাত জুই একুৰা ধৰি লৈ নাতিহঁতে জুই পুৱাবলৈ আৰম্ভ কৰিছে। জীয়েক, ঘৈণীয়েক, ছন্দিতাই মিলি জুহালৰ কাষতে বহি পিঠা সজা, ভজা কামত ব্যস্ত হৈছে।

বৰঠাকুৰে এদা দিয়া গৰমচাহ এগিলাচমান সেহাই ফোপাই তৃপ্তিৰে খালে। অলপ পানী লগাৰ ভাব হ'লেই তেওঁ এদা, জালুক দিয়া চাহ খায় আৰু প্ৰত্যেক ঢোক চাহ পিওতে এনে এটা তৃপ্তি-বাচক আৰু আৰামসূচক শব্দ মুখ আৰু নাকৰপৰা বাহিৰ ওলায় যে শুনোতাৰ ভাব হয় যেন মুহূৰ্তৰ ভিতৰতে তেওঁৰ পানী লগা ভাবটো এদা-জালুকৰ জ্বালত থাকিব নোৱাৰি নাকে-কাণে-মুখে পলাই ফাঁট মাৰিছে। চাহ শেষ কৰি তেওঁৰ কিবা এখন পুথি বা কিতাপ পঢ়িবৰ মন গ'ল। মাজতে কিছুমান দিন কাকতিৰে সৈতে লগ লাগি মহাভাৰতখন পঢ়িছিল। মহাভাৰতখন কাকতিৰ, কিন্তু এতিয়াও তেওঁক ঘূৰাই দিয়া নাই। সেইখনকে এবাৰ পঢ়িবলৈ বুলি আনিবলৈ তেওঁ থিয় হ'ল। ভিতৰত থকা আলমাৰিটোৰ ভিতৰত মহাভাৰতখন। ঘৈণীয়েকো কামত ব্যস্ত যেতিয়া তেওঁ নিজেই আনিব লাগিব। কাকতিয়ে সৈতে মহাভাৰতখন পঢ়োঁতে কাকতিয়ে মাজে মাজে ৰস উলিয়াই ইহঁতৰ কথাবিলাক আকৌ

মনত পৰি গ'ল। পৰাশৰ বুঢ়াৰ কাণত, কাকতিয়ে খাপখোৱাকৈ দিয়া মন্তব্যত তেওঁ হোহোৱাই হাঁহি দিছিল। "মৎস্যগন্ধাৰ গাটো বাৰু পদ্মগন্ধা কেনেকৈ কৰিলে, নিশ্চয় বুঢ়াই গাত এচেন্স ছটিয়াই লৈছিল, বুজিছা ?"—তাৰ পিছত দুয়োৰো হাঁহি।

"শান্তনু বুঢ়াৰ কথাটো বাৰু সুকীয়া। শান্তনু আছিল বাদচাহ, চাহানচাহ, তেওঁৰ হেৰেমত নিত্য-নতুন আমদানি"—আকৌ দুয়োৰো হাঁহি।

"সেইবুলি নিজৰ ভৰডেকা পুতেকটোক চিৰকাললৈ বঞ্চিত কৰি সেই কাম কৰিব নালাগিছিল"—টিপ্পনি দিওঁতে হাঁহিৰ কোবত কথাষাৰ কৈয়ে বৰঠাকুৰে বহুত সময় কাহি থাকিব লগা হৈছিল। এই মুহূৰ্ত্ততো বৰঠাকুৰৰ যেন সেই কাহটো আহি গ'ল। সৰুকৈ কাহ এটা মাৰি তেওঁ ডিঙিটো পৰিষ্কাৰ কৰি শ্লিপাৰযোৰ ভৰিত সুমুৱাই ভিতৰলৈ গ'ল। গৈ থাকোঁতে কাকতিয়ে এই প্ৰসঙ্গত গুজুক্কৈ কোৱা কথাষাৰো মনত পৰিল : "তেতিয়াৰ দিনেই ভাল আছিলহে বুজিছা !"

আলমাৰিটো মেলিবলৈ গৈ বৰঠাকুৰে দেখিলে আলমাৰিৰ ওপৰত নতুন ইংৰাজী-বঙালী আলোচনী কেইখনমান। সম্ভৱ ছন্দিতাই চিলঙৰপৰা আনিছে। নমাই আনি চায় যে আটাইকেইখন ফিল্ম আলোচনী। অকস্মাতে তেওঁৰ বুকুখন দুৰু দুৰু কঁপি উঠিল। খৰখৰকৈ ইফালে-সিফালে চাই তেওঁ প্ৰথমতে থকা ইংৰাজী আলোচনীখনৰ পাত লুটিয়ালে। হঠাৎ যেন 'খটক্' শব্দ এটা কৰি তেওঁৰ বুকুৰ কঁপনিটো বন্ধ হৈ গ'ল। ভৰিৰ তলুৱাবিলাক যেন সেমেকি উঠি ঠাণ্ডা হৈ যাবলৈ ধৰিলে। তেওঁৰ হাৰ্ট-এটেক্ হোৱা নাইতো ? লক্ষ্মীবিলাস বড়ী এটা কিস্তিত মাৰি দিবলৈ ঘৈণীয়েকেক ক'ব নে কি ?···ছি, ছি, ছি, ছি ! এই কিতাপবিলাক, এই ছবিবিলাক আজিকালিৰ ল'ৰা-ছোৱালীয়ে পঢ়িছে, চাইছে ? চিনেমাত এইবিলাককে গৈ ধন ভৰি গোটেই পৰিয়ালে চাইছে ? এনেকৈ এই স্বাধীন দেশখনে প্ৰগতি কৰিছে ? সম্পূৰ্ণ নম্ম দুই ডেকা-

গাভৰুৰ পূৰ্ণাঙ্গ ছবি। কোনোবা বিদেশী ফিল্মৰ দৃশ্য এটাৰপৰা অনা। যৌন-বিষয়ক নতুন পৰীক্ষাৰ কাৰণে সাজু। লৰালৰিকৈ পাতটো লুটিয়াই দিলে বৰঠাকুৰে, ইংৰাজীত লিখা পৰিচয়সূচক কথাখিনি আৰু পঢ়িবলৈ ধৈৰ্য নহ'ল। কিন্তু নতুন পাতটোত দুজনীমান ভাৰতীয় ফিল্মষ্টাৰৰ ছবি, গা-ধুবৰ কাৰণে সাজু হোৱা অৱস্থাত। কোনো এখন নিৰ্মাণ কৰি থকা হিন্দী ফিল্মৰপৰা অনা। ঠিক্, এই কাৰণেই এসময়ত নৃত্য-শিল্পীসকলক আমাৰ দেশত সমাজে হীন চকুৰে চাবলৈ ধৰিছিল। এইবিলাক জানো শিল্পী-শিপিনী নে দেহো-পজীৱিনী? আৰু এইখন দেশত বোলে মানুহে পেট ভৰাই এসাজ ভাত খাবলৈ নাপায়; লাখ লাখ মানুহে ফুটপাথত ৰাতি কটায়!

খট্ কৰে হোৱা শব্দ এটা শুনি বৰঠাকুৰে লৰালৰিকৈ আলোচনীখন জপাই দুৱাৰমুখলৈ চোৰৰ দৰে চালে। আকৌ তেওঁৰ বুকুখন ধপ্-ধপাই উঠিল। লৰাৰৰিকৈ আলমাৰিৰ দুৱাৰখন মেলি মহাভাৰতখন উলিয়াই ওচৰৰ টেবুলখনত থ'লে। তেতিয়াও কোনো সোমাই অহা নাই। আলোচনী কিখন সামৰি ওপৰত থ'বলৈ ধৰি আকৌ এখন মেলি ধৰিলে। এইবাৰ এটা এডভাৰটাইজমেণ্ট, নিটোল নিতম্বৰ, উৰুৰপৰা ভৰিৰ আঙুলিলৈকে উদংকৈ দেখুৱা ফটো এখন। দুটা হাতেৰে কিবা এটা ক্ৰীম জাতীয় বস্তু ঘঁহা অৱস্থাত। সেই ক্ৰীম-টোৰেই বিজ্ঞাপন। উৰুলৈকে ভৰিখন ইমান জীৱন্ত, ইমান তেজ-মঙহৰ যেন হৈ পৰিছে যে বৰঠাকুৰে আঙুলি দুটাৰে চুবলৈ গৈও আঙুলি দুটা কোঁচ খুৱাই লৈ আহিল। মাখনৰ দৰে বগা, হাতীৰ শুৰ যেন সেই ভৰিখন। তৎক্ষণাৎ আগৰ সেই ঘিন্ ঘিন্ ভাবটোৱে মনটো আকৌ অধিকাৰ কৰি পেলালে বৰঠাকুৰৰ। ছন্দিতাৰ ওপৰত পূৰ্বৰ ঘৃণাটো আকৌ উভতি আহিল। এই ঘৃণাৰ পৰিসৰ ক্ৰমাৎ ব্যাপক হৈ গোটেই নাৰীজাতিকে গোটেই পৃথিৱী খনকে আবৰি ধৰিলে। এই তিৰোতাবোৰেই নিজক সস্তীয়া কৰি পৃথিৱীখন জাবৰেৰে ভৰাই পেলাইছে। এই পুণ্যভূমি ভাৰতবৰ্ষ অচিৰে ৰসাতললৈ যাব। এই পাপৰ ফলতেই দেশত ইমান মৰা-কটা বাঢ়িছে,

বানপানী, ভূঁইকঁপ, বা-মাৰলিত ইমান মানুহ মৰিছে, যুদ্ধ হৈছে।··· পাতটো লুটিয়াবলৈ গৈ—এনেয়েহে যেন আঙুলি দুটা লাগিল—এই-ভাবেৰে তেওঁ ছবিখন স্পৰ্শ কৰি দিলে। পিছ মুহূৰ্ততে পাতটো লুটিয়ালে।

এইবাৰ এটা আপেলৰ এডভাৰটাইজমেণ্ট্। ধুনীয়াকৈ পকা আপেল এটা প্লেট এখনৰ ওপৰত থিয়কৈ ৰখা হৈছে। ওচৰতে চিক্‌চিকীয়া টেবুল নাইফ এখন। আপেলটোৰ প্ৰায় আঠ ভাগৰ এক অংশমান অতি নিপুণতাৰে এনেভাৱে কাটি থোৱা হৈছে যেন সেই অংশটোৰ গাৰপৰা ৰস বিৰিঙি পৰিছে। মূল আপেলটোৰ ভিতৰৰ সাহ আৰু গুটি অংশটো অদ্ভুত ধৰণে বাস্তৱ আৰু জীৱন্ত হৈ পৰিছে। যেন সেই অংশটোৰপৰা বিৰিঙি বিৰিঙি ৰস ওলাই পিছল হৈ পৰিছে। বহুত সময় উশাহ বন্ধ কৰি বৰঠাকুৰে ছবিটোলৈ চাই ৰ'ল? আপেলটোৰ কাৰ্ণেল ( Kernel ) ইমান উন্মুক্ত কৰি দিছে! এই ক্ষুৰ যেন চোকা চুৰিখনৰ আগটো কিমান নিৰ্মম, নিষ্ঠুৰ, পাশ-ৱিক। তেওঁৰ প্ৰবল ইচ্ছা হ'ল যেন কটাৰীখন দলিয়াই দিয়ে আৰু কাটি থোৱা আপেলচকল আকৌ যথাস্থানত লগায় থ'য়।······ ছিঃ···।

এইবাৰ চঁকখোৱাই নহয় সৰ্বশৰীৰ কঁপি উঠিল বৰঠাকুৰৰ। ঠিক পাছফালে থিয় হৈ আছে বৰঠাকুৰণী। কিমান সময়ৰপৰা বা আছে!

"মই বোলো আকৌ ক'লৈ গ'ল? সিফালে আপোনাৰ বন্ধু কাকতি আহি বহি আছেহি। কিনো কৰিছে ইয়াত অকলে অকলে? —বৰঠাকুৰণীয়ে ক'লে।

কথা ক'বলৈ যাওঁতে হঠাৎ বৰঠাকুৰৰ জিভাখন শুকাই ঠৰঙা হৈ গ'ল। লৰালৰিকৈ কাহ এটা মাৰি খঙেৰে চিঞৰি ক'লে, "আহি-ছিলো কিবা পুথি এখন নিবলৈ ['মহাভাৰত' বুলি ক'ব নোৱাৰিলে ; কাৰণ, মহাভাৰতৰ সেই কাহিনীবিলাকৰ কথা আগতে তেওঁ বৰঠাকু-ৰণীকো কৈ থৈছিল। ] আহি দেখোঁ এইবিলাক বাৰে বাংকৰা কিতাপ। নিশ্চয় ছন্দিতাৰ, এইবিলাককে তাই পঢ়িছে নে?"

"অথনি ওলাই যাওঁতে কাকতিৰ ঘৰৰ ছোৱালীজনীৰপৰা (অপৰাজিতা) তাই কিবাকিবি কিতাপ অনা দেখিছিলোঁ। কিনো গৰজ পৰিছে আপোনাৰ লোকৰ আধুনিক কিতাপ চাবলৈ। ধৰ্মপুথি কীৰ্ত্তন, দশমখনকে নপঢ়ে কিয় ?"

"কিনো গৰজ পৰিছে ? এয়া চোৱা।', —বৰঠাকুৰে লৰালৰিকৈ এফালৰপৰা সেই ছবিবোৰ দেখুৱাই গ'ল।—"কাকতিয়ে তেনেহলে মোক এইবিলাকৰ কথাই সিদিনা কৈছিল ?"

বৰঠাকুৰণীয়ে মুখত চাদৰৰ আগটো দি ক'লে, "ছিহ্—ছি, ছি, দেশখনৰ মানুহবিলাক বান্দৰ হৈ গ'ল।"—লগে লগে বৰঠাকুৰণীৰ সৰুতে গাৰত দেখা বান্দৰৰ বান্দৰালি দৃশ্য কেইটামানলৈ মনত পৰি গ'ল। মাজতে এবাৰ চিনেমা চাবলৈ গৈ তেওঁ তলৰপৰা ওপৰমুৱা কৰিব নোৱাৰা অৱস্থাটোৰ কথাও মনলৈ আহিল।

"লোকৰ বেয়াখিনি যে সকলোৱে অনুকৰণ কৰিছে, সিহঁতৰ ভালখিনি লওকচোন, তেহে। লোকে কিবা এটা কৰিছে তাকে চাই আমাৰ দেশত ৰেল, মটৰ, এৰোপ্লেন উলিয়াইছে। বান্দৰালিতকৈ আৰু একো কৰিব পৰা নাই। কৰিব নোৱাৰেও এই বান্দৰৰ দেশত। এই অসমীয়াকিটাই যে লোকৰ ভৰি ধুৱায়ো ভাত নাপাব চাবা।"

"কাক নো কৈছে ? মই কিবা কৰিছোঁ নে ? বাহিৰত মানুহ মা আছে বাওক, লেকচাৰ মাৰিব নালাগে।"

কঠোৰ দৃষ্টিৰে ঘৈণীয়েকলৈ অলপ সময় চাই বৰঠাকুৰ ওলাই গ'ল।

বাহিৰত কাকতি বহি আছিল বাতৰি কাকতখন আগত মেলি লৈ।

"কি হ'ল কাকতি, ৰাতিখন ওলাই আহিলা দেখোন ?"—ওচৰতে চকী এখনত বহি লৈ বৰঠাকুৰে সুধিলে।

"হ'বলৈ কিটো আছে সেয়া শুনিছাই নহয় মাইকত ?"

সঁচা কথা। মাইকত গানৰ চিঞৰ বা কোঢ়াল কিছুমানে চাৰিওফালে এখন যেন দুৰ্ভেদ্য দেৱালৰহে সৃষ্টি কৰিছে। বৰঠাকুৰ ইমান

সময় নিজৰ ভাৱত নিমগ্ন থকাৰ ফলত শুনিও যেন শুনিবলৈ পোৱা নাছিল।

"তোমাৰ ইয়াত অলপ কমেই। মোৰ কিন্তু একেবাৰে ওচৰতে। এই দৰে হ'লে আজি ৰাতি শুবই নোৱাৰিম।"

বহু দূৰ আৰু ওচৰৰপৰা মাইকত নানান ধৰণৰ গানবিলাক ভাঁহি আহিছে। মাজে মাজে কোনোটোত হাঁহি-খিকিন্দালি আৰু কৰ্কশ কণ্ঠৰ বিহুগীত।

আজি যে উৰুকা। মেজিঘৰবিলাকত বিহু ভোজৰ আয়োজন।

"ভালেই হ'ব দিয়া, আজি ৰাতি এনেকৈ সাৰে থাকিব পাৰিলে বাৰী কিখনো, জেওৰা-জপনাও ৰক্ষা পৰিব। আমাৰ জাতীয় উছৱৰ জাতীয়তাও ৰক্ষা কৰিব লাগিবতো!—অ' তুমি কোৱা কিতাপৰ ছবি কিখন আমাৰো দেখাৰ সৌভাগ্য হ'ল দিয়া। নয়ন সাৰ্থক হ'ল।"

"ক'ৰ ছবি? অ'—কেনেকৈ পালা?"

"বোধহয় নাতিনীজনীয়ে আনিছিল। তোমাৰ ঘৰলৈ আবেলি গৈছিল নহয়।"

"মোৰ গাটোৰেই অশুচি অশুচি লাগিছে। এনেহে লাগিছে যেন গাটো ধুৱেই পেলাম।"

এইবাৰ অতি ওচৰতে এটা মাইক চিঞৰি উঠিল। যেন ইচ্ছা কৰিয়েই এই ফালেদি এমপ্লিফায়াৰটো ঘূৰাই দিছে। গান অহা নাই, আহিছে কিছুমান চিঞৰ-বাখৰ। বজৰুৱা ল'ৰা এমখাই অলপ আঁতৰতে মেজিঘৰ এটা সজাৰ কথা বৰঠাকুৰে জানে। সিহঁতে তাত পালপাতি মাইকত মুখ লগাই বিহু নাম কিছুমান চিঞৰিছে। আন কোনোবা ফালৰপৰা কোবাটাও মাইকত বেলেগ বেলেগ গীতৰ খিচি-ৰিৰ সৃষ্টি হৈ এটা কলৰৱত পৰিণত হৈছে। বৰঠাকুৰৰ ভাব হ'ল যেন এই আন্ধাৰ উৰুকাৰ ৰাতিত এটা বিৰাটাকাৰ ক'লা দৈত্যই বহুকেইখন দীঘল দীঘল হাতোৰা মেলি মানুহবিলাকক, কিজানি পৃথিৱীখনকে গ্ৰাস কৰিবলৈ খেদি আহিছে।

এবাৰ কাণৰ কাষতে শুনা গ'ল এটা অবাচ্য অশ্লীল শব্দৰ নিজে সাজি লোৱা বিহুগীত—কোনো এক গুণ্ডা ধৰণৰ মানুহৰ কণ্ঠত। লগে লগে টিটকাৰি, চিঞৰ আৰু কিৰিলি। পাকঘৰত মাক-জীয়েক, ল'ৰা ছোৱালীবিলাকে ওপৰলৈ মূৰ কৰিব নোৱাৰা অৱস্থা। কাণত আঙুলি দিলে কাকতিয়ে, জাপ মাৰি থিয় হ'ল বৰঠাকুৰ।

"ছি, ছি, ছি, ছি, শুনিছা আমাৰ জাতীয় সংস্কৃতি কৰিছে"—লৰালৰিকৈ জোতাযোৰ পিন্ধি কোটটো গাত সুমুৱাই হাতত ৰাই-ডাঙৰ লাঠীডাল লৈ সাজু হ'ল বৰঠাকুৰ। "বলা, উঠা"—কাকতিক আদেশৰ সুৰত ক'লে।

—"কি হ'ল, কি কৰে?"

"কি কৰিম দেখিবাই নহয়, কেনেকৈ ইহঁতৰ বিহু পালিম"—বৰঠাকুৰ বাহিৰ ওলালেই।

"আপুনি-মই গৈ কি কৰিব পাৰিম? যিহে বজৰুৱা গুণ্ডাৰ দল, আগৰ দিন আছে নে যে ডাঙৰ মানুহৰ কথা শুনিব বা মান ৰাখিব"—কাকতিয়ে বহাৰপৰা থিয় হৈ ক'লে।

"কি কৰিব? মাৰিব? এটা মাৰিহে মৰিম দুটাক আধামৰা কৰিম, এই জহৰা পোৱালিহঁতক।"

"অকল আপুনি মই ওলালে কি হ'ব, এই অঞ্চলৰ কিমান ভাল ভদ্ৰ মানুহ আছে, কোনোবা জানো ওলাইছে?"

হতাশ হৈ আকৌ উভতি আহি চকীখনতে বহি পৰিল বৰঠাকুৰ।

"মাঘৰ বিহুত বিহু মাৰে নে? আগেয়ে বহাগ বিহুত পথাৰৰ মাজত বিহু মাৰিছিল, যাৰ ইচ্ছা গৈছিল। এতিয়া ল'ৰা ছোৱালী, ভাই-ভনী, মাক-বাপেক সকলোৰে মাজত মাইকেৰে আনি কাণত পেলাই দিছেহি। আৰু আমি অসহায়ৰ দৰে ছট্‌ফটাই থাকিব লগা হৈছে।"—প্ৰায় মুখৰ ভিতৰতে ভোৰভোৰাই গ'ল বৰঠাকুৰে।

মড়, মড়, মড়ক।

আকৌ জ'াপ মাৰি উঠিল বৰঠাকুৰ। ভিতৰত চিঞৰি উঠিল বৰঠাকুৰণীয়ে,—"কাঞ্চা, কাঞ্চা, জেওৰা ভঙাৰ শব্দ শুনিছোঁ, লৰ মাৰ।"

লৰালৰিকৈ টেবুলৰ ওপৰত থকা টৰ্চটো লৈ ওলাই গ'ল বৰ-ঠাকুৰ।

পাছে পাছে প্ৰায় লৰি গ'ল কাকতি। কাঞ্চা, বৰঠাকুৰণী, ল'ৰা-ছোৱালী দুটামান আৰু ছন্দিতাও কোবাকুবিকৈ ওলাই গ'ল।

কি আচৰিত। কোন মুহূৰ্তত এই চোৰবিলাক আহিছিল। ৰাস্তাৰ মূৰৰফালে এবকলা জেওৰা সম্পূৰ্ণ উঠাই লৈ গৈছে। বাৰীৰ ভিতৰত বহুতো কবি ভাঙি, মোহাৰি ছেদেলি-ভেদেলি কৰি পেলাইছে। জকমকাই ফুলি থকা নাৰ্জিফুলৰ পৰিয়ালটোৰ ওপৰেদি কেবাটাও মানুহ পাৰ হৈ যোৱাত সম্পূৰ্ণ বিধ্বস্ত, বিপৰ্যস্ত হৈ ধৰাশায়ী হৈছে। সৰু সৰু নাৰ্জিফুলবোৰ টৰ্চৰ পোহৰত তেজৰ টোপাল যেন হৈ তিৰবিৰাই উঠিল।

টৰ্চৰ পোহৰটো লাহে লাহে বাৰীখনৰ আনটো মূৰলৈকে বিস্তৃত কৰি দিলে বৰঠাকুৰে। এটা মূৰ সম্পূৰ্ণ উদং, ক'তো এডাল জেওৰাও থিয় হৈ থকা নাই। লৰালৰিকৈ টৰ্চটো ঘুমুৰাই দিলে বৰঠাকুৰে। বাৰীখনৰ এই নগ্নৰূপটো চাবলৈ সাহ নহ'ল তেওঁৰ।

উভতি চাই আন্ধাৰতে তেওঁ দেখিবলৈ পালে ওচৰতে থিয় হৈ আছে বৰঠাকুৰণী, নাতি-নাতিনীহঁত আৰু ছন্দিতা।

—বলা কাকতি, একো লাভ নাই বুলি ঘৰলৈ খোজপেলাই জুমটোলৈ চাই বৰঠাকুৰে খৰধৰকৈ কৈ উঠিল:

"বলহঁক, বলহঁক, বাহিৰত বৰ নিয়ৰ, ঠাণ্ডা লাগিব। তই গৰম কাপোৰ এখন গাত লৈছ নে ছন্দিতা?" ●

('ৰাতি ফুলাফুল': ১৯৭২-৭৩)

# স্মৃতিগন্ধা

অৱসৰপ্ৰাপ্ত চৰ্কাৰী চাকৰীয়াল পঁয়সত্তৰ বছৰীয়া বৃদ্ধ জনাৰ্দন চৌধুৰীয়ে সেইদিনাও নিয়মিত প্ৰাতঃ ভ্ৰমণৰপৰা উভতি আহি ঘৰৰ কোনো এটা প্ৰাণীকে তেতিয়াও শুই উঠা নেদেখি আগৰ দৰেই গৰ্জন কৰিবলৈ গৈ বৈ গ'ল। যোৱা তিনি বছৰ ধৰি নিয়মিত ৰূপত তাৰ আগতো মাজে-সময়ে ঘৰৰ সকলোকে আনকি, চাকৰ-বাকৰকো বকনি দি শোৱাৰপৰা উঠোৱা তেওঁৰ দৈনন্দিন কৰ্তব্যৰ ভিতৰুৱা হৈ পৰিছিল! কিন্তু সিদিনা যেতিয়া বৰমইনাই অৰ্থাৎ তেওঁৰ ডাঙৰ পুতেকে তাৰ লগৰীয়া এজনক ড্ৰয়িংৰূমত বহুৱাই দেউতাকৰ 'অত্যাচাৰ'ৰ কথা কৈ থকা নিজ কাণেৰে শুনিলে সেইদিনাহে বৃদ্ধ চৌধুৰীয়ে বুজিলে যে এই ঘৰত, এই পৃথিৱীতে তেওঁৰ যুগটো শেষ হ'ল, এতিয়া নতুন যুগ আৰম্ভ হৈছে।

বৰমইনাই কৈ থকা কথাখিনি তেওঁ মাজৰপৰাহে শুনিলে:

..."আগৰ দেউতাহঁতৰ দিনত চাকৰ-নাকৰ কিমান আছিল, তিনি চাৰিটা চাকৰ-নাকৰ, বাই আছিল, ৰাতি পঢ়া-শুনাৰ নিয়ম নাছিল। ল'ৰাক তেতিয়াৰ দিনত ইমানবিলাক হ'ম-ৱৰ্ক কৰিবলৈ মাষ্টৰে নিদিছিল, ক্লাব আদিও নাছিল, গতিকে সকলোৱে সোন-কালে খাই-বৈ ফষ্টি মাৰি শু'ব পাৰিছিল। এতিয়া এই ১৫/১৬টা মানুহেৰে, ল'ৰা-ছোৱালীৰে ইমান ডাঙৰ পৰিয়ালটোত এটা মাথোন চাকৰ আৰু এজনী বাই, তাকো দিনে এটাকে সলনি হয়, বোৱাৰী-বিলাকৰ কেঁচুৱাৰ জঞ্জাল, ল'ৰা-ছোৱালীৰ পঢ়াৰ জঞ্জাল, গতিকে পুৱা শুই উঠা অলপ পলম হ'বই। দেউতা বুঢ়া মানুহ, টোপনি কম, গতিকে ভাবে যে সকলোৰে টোপনি কম।"...বুঢ়াই আৰু শুনিব নুখুজিলে। লৰালৰিকৈ লাখুটিডাল লৈ তেওঁৰ সখিয়েক মৃত বৰ-কাকতিৰ ঘৰলৈ ওলাই গ'ল। সখিয়েক স্বৰ্গীয় ৰজনী বৰকাকতিৰ একমাত্ৰ ল'ৰাটোৰ বিয়াৰ যা-যোগাৰত তেওঁ অভিভাৱক হ'ব লগা হৈছে। গতিকে ঘনাই যাব লগা হৈছিল।

এই অভিযোগবিলাক তেনেহ'লে তেওঁৰ বিপক্ষে ঘৰৰ সকলোৱেই গোপনে আৰু কেতিয়াবা নিৰৰে কৰি আহিছে, তেওঁহে মাত্ৰ জানিবলৈ বা শুনিবলৈ পোৱা নাছিল। এই অভিযোগ-বিলাক আনকি ঘৰখনৰ চাকৰ-নাকৰৰো কাৰণ বৰমইনাই কথা প্ৰসঙ্গত সেইদিনা আৰু কৈছিল, "দেউতাৰ উৎপাততে আনকি ঘৰত চাকৰ-বাকৰো নথকা হ'ল ··নিতৌ এটাকৈ সলনি হয়··· ।···

বৃদ্ধ চৌধুৰীয়ে সেইদিনা কথাখিনি গভীৰভাৱে ভাবিবলৈ চেষ্টা কৰিলে। পুতেকৰ অভিযোগবিলাক মিছাও বুলিব নোৱাৰি।······ তথাপি যোৱা তিনিবছৰৰ আগলৈকে, অৰ্থাৎ তেওঁৰ পত্নী-বিয়োগৰ আগলৈকে আজিৰ সংসাৰখনত ইমানৰোৰ পৰিৱৰ্তন হোৱাৰ কথা তেওঁ ইমান গভীৰভাৱে বুজিব পৰা নাছিল কিয়? ৰাতিপুৱা নৈৰ পাৰত ফুৰি অহাৰ পাছত দাঁতঘহাৰ নিমখ তেল, মুখধোৱা পানী, গামোচা আৰু তেওঁৰ অতি প্ৰয়োজনীয় ৰাতিপুৱাৰ চাহকাপ নিয়ম মতে পাই থকাত তেওঁৰ অকণো ব্যাঘাত ঘটা নাছিল। কিন্তু পত্নী-বিয়োগৰ ৩।৪ মাহ পিছৰপৰা এই সকলোবিলাকৰ অনিয়ম এটা নিৰ্দিষ্ট নিয়মত ঘটিবলৈ আৰম্ভ কৰি দিলে। তিনিজনী বোৱাৰীয়েকৰ পৰ্য্যায়ক্ৰমে এজনীৰ সন্তান হ'লে আনজনী সন্তান-সম্ভৱা হ'ব আৰু তৃতীয়জনীৰ হয়তো পানী-লগা, কাঁহ আদি হ'ব,—এনে কিছুমান আকস্মিক নিয়মেও ঘৰখনৰ গতিত বহুত খেলি-মেলিৰ সৃষ্টি কৰি পেলাইছে। বুঢ়াক সদায় দহ বজাত ভাত লাগে, স্কুল অফিচ থকা কাৰণে আনবিলাকৰ লগতে বুঢ়ায়ো নিয়মমতে সপ্তাহৰ ছদিনত খাবলৈ পায়। কিন্তু দেওবাৰ বা কিবা বন্ধবাৰত সকলোবিলাক ওলট-পালট। সেইদিনা ভাত হ'ব দুপৰীয়া এক বজাত। অথচ ঠিক সময়ত নাখালে যে বুঢ়াৰ পিত্ত উজাৰ দিয়ে, গেচ হয়, এই কথা ঘৰৰ তিনিওজনী বোৱাৰীয়েকক শাহুৱেকে দঢ়াই দঢ়াই বুজাই থৈ গৈছিল।

কিন্তু এতিয়া তেওঁ দোষ দিব কাক? যাক দোষ দিব পাৰিলে-হেঁতেন, যাক চাহকাপ দিয়াত সামান্য পলম হৈ গ'লেও নানা গালি-শপনি পাৰিব পাৰিলেহেঁতেন, তেওঁ যে তিনি বছৰৰ আগতেই

তেওঁক এৰি থৈ গুচি গ'ল। প্ৰায় পঞ্চাশ বছৰৰ আগতে এদিন তেওঁ জীৱন-মৰণৰ সঙ্গিনী হ'ম বুলি হোমৰ গুৰিত প্ৰতিজ্ঞা কৰি এই ঘৰত প্ৰথম ভৰি দিছিল, কিন্তু তিনি বছৰৰ আগতে অকস্মাৎ সেই প্ৰতিজ্ঞা ভঙ্গ কৰিলে, এদিন দুপৰীয়া হাই প্ৰেচাৰৰ এটা ষ্ট্ৰ'কত। এই ঘৰৰ পদূলীতে সেইদিনা তেওঁৰ মাতৃদেৱীয়ে তেওঁৰ একমাত্ৰ বোৱাৰীক আদৰি আনিছিল, গোঁসাই ঘৰ, পাক ঘৰ ভঁৰাল ঘৰত চাউল ছটিয়াই সেৱা কৰাই মাৰলত আনি বহুৱাইছিল।

তাৰ পাছত তেওঁলোক পাঁচটি সন্তানৰ পিতৃ-মাতৃ হ'ল। ছোৱালী দুজনী দিয়াৰ পাছত তৃতীয় পুত্ৰ অৰ্থাৎ একেবাৰে সৰুটোলৈ বিয়া কৰাই আনি বোৱাৰী ঘৰ সুমুওৱাৰ দিনাও তেওঁলোকৰ এই সত্যটো বিশ্বাস কৰিবলৈ টান হৈছিল যে তেওঁলোক সঁচাকৈয়ে বুঢ়া হৈছে। পত্নীৰ গাৰ চৰ্বি বাঢ়িছিল সঁচা, তেওঁৰ চুলিতো পক ধৰিছিল তথাপি তেওঁ নিজে বুঢ়া হৈছে বুলি বিশ্বাস কৰিবলৈ টান পাইছিল। এয়া মাত্ৰ বয়সৰ পৰিৱৰ্তনহে, বৃদ্ধত্ব নহয়। কাৰণ, সৌ সিদিনাহে তেওঁলোকৰ বিয়া হৈছিল। সৰুজনী বোৱাৰীয়েকৰ দৰেই নতুন ধুনীয়া কইনা এজনী হৈ বৰমইনাৰ মাক এইখন ঘৰলৈ আহিছিল। মাজৰ এই সময়খিনি কেনি উৰি গ'ল? কেতিয়া গ'ল? কেনেকৈ গ'ল? এইখিনি সময়ৰ ভিতৰতে দুজনী ছোৱালী উলিয়াই দিলে, তিনিওটা ল'ৰালৈ বিয়া কৰালে, সম্পূৰ্ণ এখন নতুন সংসাৰৰ আৰম্ভ হৈ গ'ল চকুৰ আগতেই।

তিনি বছৰৰ আগৰ সেইদিনটো। বহুদিন যুগ্মভাৱে চলি অহা দিনবিলাকৰপৰা সেইদিনটোৰ এফাল অকলশৰীয়া হৈ তেওঁৰ কাষলৈ আহিছিল। অথচ সেইদিনা তেওঁৰ মনত অদ্ভুত ভাৱৰ সৃষ্টি হৈছিল। যাক এইমাত্ৰ জুইৰ বুকুত নিশ্চিহ্ন কৰি দি ঘৰলৈ উভতি আহিল, ঘৰ সোমোৱাৰ লগে লগে তেওঁৰ এই ভাৱ হ'ল যেন সেয়া আন কোনোবা মানুহকহে কাঠসংস্কাৰ কৰি আহিছে। তেওঁৰ পত্নী, বৰমইনাহঁতৰ মাক সেয়া যেন ঘৰৰ ভিতৰতে আছে, এইমাত্ৰ তেওঁ ওলাই আহি মুখহাত ধুবলৈ চাকৰে যতনাই ৰখা পানীখিনি

আগবঢ়াই দিব, গামোচাখন তাঁৰৰপৰা আনি হাতত লৈ থাকিবহি আৰু অলপ পাছতে চাহকাপ নিজে তৈয়াৰ কৰি সমুখলৈ আগবঢ়াই থিয় হৈ থাকিব!

দিন যিমানেই বাগৰিবই ধৰিলে সিমানেই পত্নীৰ অভাৱৰ তীব্ৰতা-টোৱে যেন এটা শাকাৰ ৰূপ ল'বলৈ ধৰিলে। মানুহে যৌৱনত কিয় বিয়া কৰায়? ডেকাকালত মানুহৰ জীয়াই থাকিবৰ কাৰণে বহুত সম্বল থাকে। বিয়া নকৰালেও তেওঁলোকৰ জীৱন চলি গৈ থাকিব। কিন্তু বুঢ়া বয়সত মানুহৰ জীয়াই থকাৰ একমাত্ৰ আশ্ৰয়ৰ স্থল হ'ল তেওঁৰ পত্নী। তিৰোতাৰ ক্ষেত্ৰত সমস্যাটো বেলেগ ধৰণৰ হ'ব পাৰে; কাৰণ, তিৰোতা হ'ল নিজক বিলাই দিব পৰা জাতি। তদুপৰি পো-বোৱাৰী, নাতি-নাতিনী, জী-জোৱাই আদি সংসাৰৰ বহুত আকৰ্ষণ আৰু আশ্ৰয়ৰ স্থল তিৰোতা মানুহৰ থাকে। কিন্তু পুৰুষৰ কাৰণে এই সকাবিলাকৰ কোনোটোৱে চিৰস্থায়ী আকৰ্ষণ নাই।......

নাইবা অকল তেওঁৰ ক্ষেত্ৰতেহে এনে এটা আচহুৱা মনোভাৱৰ সৃষ্টি হৈছে নেকি? আনবিলাক বিপত্নীকৰ ক্ষেত্ৰত কিজানি সংসাৰৰ আনবিলাক আকৰ্ষণ আৰু আশ্ৰয় থাকে? কিজানি তেওঁ হে ব্যতিক্ৰম?...

বহুতো বিপত্নীক বুঢ়াই পুনৰ বিয়া কৰোৱাৰ কথা বা বিবাহৰ ইচ্ছা কৰাৰ কথা তেওঁ জানে—যাৰ বাবে বেচেৰাহঁতে সমাজৰ, 'পৰিয়ালৰ, বহুতো লাঞ্ছনা-গঞ্জনা সহ্য কৰিবলগীয়া হয়। তেওঁ নিজেও ডেকা বয়সত তেনে লোকক কিমান ইতিকিং কৰি আহিছে। আজি পঁয়সত্তৰ বছৰীয়া বৃদ্ধ জনাৰ্দন চৌধুৰীয়ে জীৱনত প্ৰথম যি সত্য আবিষ্কাৰ কৰিছে তাকে জগতত চিঞৰি চিঞৰি কৈ দিবৰ এক প্ৰবল বাসনা তেওঁৰ হৈছে যে পঁয়সত্তৰ বছৰেই মানুহৰ বিয়া কৰোৱাৰ প্ৰকৃত বয়স: পঁয়সত্তৰ বছৰীয়া পুৰুষৰ সংসাৰত একমাত্ৰ আশ্ৰয় স্থল তেওঁৰ পত্নী।...

বুঢ়াই বাৰান্দাৰ মাচিয়াখনতে সদায় বহাৰ দৰে আজিও এই

দৰেই নানান আকাশ-পাতাল ভাবিবলৈ লাগিল। এটা এটাকৈ ঘৰৰ মানুহ-দুনুহ শুই উঠিবলৈ আৰম্ভ কৰিছে। সকলোৱে বুঢ়াক দেখি মুখবিলাক সামান্যভাৱে বিকৃত কৰি কোবাকুবিকৈ বুঢ়াৰ দৃষ্টিৰপৰা ফালৰি কাটি গৈছে। বুঢ়াই কিন্তু আজি কাৰো মুখলৈ চোৱা নাই, কাকো ডাবি-ধমকি, বকনি দিয়া নাই। তেওঁ যেন আজি সম্পূৰ্ণকৈ বুজিব পাৰিছে যে এটা যুগ শেষ হৈছে, আন এটা যুগে পাতনি মেলিছে। নতুন যুগত তেওঁৰ প্ৰয়োজন শেষ হৈ আহিছে। এয়েই সংসাৰৰ নিয়ম, এয়ে প্ৰকৃতিৰ নিয়ম।

আজি বুঢ়াৰ পেঞ্চনৰ টকা লোৱাৰো দিন। গতিকে, তেওঁ যথা-সময়ত খাই-বৈ হাতত ছাতি-লাঠি লৈ কাছাৰী ঘৰৰপৰা পেঞ্চন আনিবলৈ খোজ কাঢ়িয়ে আগবাঢ়িল। ৰিক্সাত আজি পইচা দিবৰ মন নাই। আগৰ দিনত হোৱা হ'লে এই পেঞ্চনৰ টকাখিনিৰে এখন ভাল গৃহস্থী সাধাৰণভাৱে চলি যাব পাৰিলেহেঁতেন। এতিয়া যে তেওঁৰ পেঞ্চনৰ টকাখিনিৰে অকল তেওঁৰ কাৰণেও পোন্ধৰ দিনৰ খৰচহে হয়, এই কথাও এদিন তৰ্ক প্ৰসঙ্গত বৰমইনাই দেউতাকক কৈ দিবলৈ বাধ্য হ'ল। অৱশ্যে বুঢ়াই ঘৰখনত বহুত খৰচ কৰাৰ বিষয়ে কেবাদিনো বকনি দিছিল পুতেকহঁতক, বোৱাৰীয়েকহঁতকো। দেউতাকক দেশৰ বৰ্তমান অৱস্থাটো বুজাবলৈ বুলিহে পুতেকে কৈছিল যদিও বুঢ়াৰ অন্তৰৰ কোনোবাখিনিত সেই কথাষাৰে মিহি বেজি এটাই বিন্ধি দিয়াৰ দৰে বিন্ধি গ'ল। তাৰ পাছত এদিন যেতিয়া বুঢ়াই হঠাৎ বজাৰ সোমাই ফাপৰে ধৰা মালভোগ কল একাষি এটকা বাৰ অনা দি কিনিব লগা হ'ল তাৰ পাছত তেওঁ তিনি দিন ঘূৰ-ঘূৰণিত শয্যাগত হৈ থাকিব লগা হৈছিল।

কাছাৰী ঘৰতো পেঞ্চন অনাৰ সময়ত সেই একে ধৰণৰ অভিজ্ঞতা। নাজিৰৰ অফিচৰপৰা কাগজখন লৈ ট্ৰেজাৰীলৈ যাবলাগিব, কিন্তু তাৰ ভিতৰতে কিমানবোৰ যন্ত্ৰণা। কাছাৰীঘৰৰ যিটো বিভাগৰ যিখন আসনত তেওঁ এদিন বহিছিল, এতিয়া সেইখন আসনত আন এজন বহি আছে। অৱশ্যে আগৰ কাছাৰী-ঘৰ এতিয়া নাই, আগৰ

কমটোও নাই, বা তেওঁৰ চকীখনৰ ওপৰত আগৰদৰে ৰছিৰে টনা মিহি কঠেৰে সজা বিৰাট পাংখাখনো নাই। এতিয়া সুদৃশ্য কোঠাত সুদৃশ্য চকী-মেজ, ওপৰত ইলেকট্ৰিক ফেন, কিন্তু বছৰে বছৰে নতুন মুখ, নতুন নতুন আদব-কায়দা। তাহানিৰ দৰে তেওঁক দেখিলেই নিজৰ চকীও এৰি দি আলহ-উদহ কৰা নাজিৰ, এছিষ্টেণ্ট নাজিৰ, কেৰাণী, চিৰস্তাদাৰ আৰু নাই, বা হুৰমুৰাই ব্যস্ত হৈ পৰা পিয়ন-চাপ্ৰাচী-বিলাকো নাই। সকলোৰে মুখবিলাক কিছুমান অব্যক্ত অভিযোগেৰে গোঙোৰা মাৰি থকা। বিশেষকৈ পেঞ্চনভোগী বুঢ়াবিলাক সকলোৰে যেন বোজাস্বৰূপ। কাৰণ, কাৰণ বুঢ়াই এদিন আৱিষ্কাৰ কৰি আচৰিত হৈছিল, সেই অফিচতে কাম কৰি যোৱা তেওঁৰপৰাও সকলোৱে দুই-চাৰি পইচা আশা কৰে। আনকি তেওঁৰপৰাও! কিন্তু তেওঁ জানে কেতিয়াবা পাঁচটা টকা সকলোকে চাহ খাবলৈ বুলি আগবঢ়ালেও সকলোৱে একেলগে ধৰ্ম যুধিষ্ঠিৰ হৈ চিঞৰি উঠিব—নালাগে নালাগে, কি কৰে আপুনি। মুঠতে তেওঁলোক বোজাস্বৰূপ। আনকি, চৰ্কাৰেও নিবিচাৰে যে তেওঁলোক দীৰ্ঘজীৱী হৈ বহুত দিন পেঞ্চন ভোগ কৰক। ঘোচ তেওঁলোকৰ দিনতো খাইছিল, কোনো মানুহে ভাৰ-ভেটী ননাকৈ তেওঁৰ ওচৰলৈ আহিলে ভাল মাত নাপাইছিল, তথাপি তেওঁলোক যেন আজিকালিৰ দৰে বহুত তললৈ নামি যাব নোৱাৰিছিল। কাৰণ, ইংৰাজ বৰচাহাব আছিল বৰ কঠোৰ, সাধাৰণ মানুহে কিবা এটা অভিযোগ কৰিলেও তৎক্ষণাত তাৰ বিচাৰ লৈছিল।

মানুহৰ পৰিৱৰ্তন, যুগৰ পৰিৱৰ্তন, ঠাইৰ পৰিৱৰ্তন। এই গুৱাহাটী নগৰখন যোৱা পাঁচ বছৰে কি বিৰাট পৰিৱৰ্তন। গুৱাহাটীত থাকিও এই গুৱাহাটী চহৰ তেওঁৰ কাৰণেই দিনে দিনে আচহুৱা হৈ পৰিছে। ক'তো অকণো মুকলি ঠাই নাই, ঘৰ আৰু ঘৰ, জুবিলি পথাৰৰ দৰে ফিল্ডখনো পানীৰ টেংকি বহুৱাই কুৎসিৎ কৰি পেলালে। এনে অদূৰদৰ্শী মানুহ কিছুমানৰ হাতত দেশৰ শাসনভাৰ পৰিল, যি দেশখন এফালৰপৰা ক্ষয়ংকৰ কৰি পাহাৰবিলাকতো গছৰ ঠাইত ঘৰ গজাইছে। চাৰিওফালে থাবলৈ নোপোৱা জঘন্য, লেতেৰা,

কুৎসিৎ মানুহবোৰৰ অবাধ বিচৰণ। চাহাব ডি. চি. থকা হ'লে গুৱা-হাটী চহৰ, ব্ৰহ্মপুত্ৰৰ পাৰ এনে ধৰণৰ মানুহবিলাকে ইমান লেতেৰা কৰি ৰাখিব পাৰিলেহেঁতেননে? বাহিৰৰ ইমানবিলাক মানুহ আহি ইয়াতে মাটি-বাৰীলৈ ঘৰ-দুৱাৰ, কল-কাৰখানা সাজি বহি-লহি, ভৱিষ্যতে অসমীয়াৰ বংশধৰবিলাকে মাটি বিচাৰি, পিয়ন-চাপ্ৰাচীৰ কাম এটাকে বিচাৰি কʼলৈ যাব? কোন ৰাজ্যলৈ? যি-বিলাক ৰাজ্যত জলকীয়া বেঙেনাৰ দৰে মানুহ গাজিছে সেইবিলাক ৰাজ্যলৈ? ......ইংৰাজৰ শাসনত দেশৰ স্বাধীনতা নাথাকিলহেঁতেন সঁচা, কিন্তু অসমীয়া মানুহ জীয়াই থাকিলহেঁতেন?......

পেঞ্চনৰ টকাখিনি লেখি-জুখি জেপত সুমুৱাই আগৰাঢ়ি যোৱাৰ লগে লগে এনে নানা চিন্তা-ভাৱনাই মনটো আগুৰি পেলালে বৃদ্ধ জনাৰ্দন চৌধুৰীৰ। প্ৰতিবাৰেই তেওঁ পেঞ্চনৰ টকাখিনি লৈয়ে পাণবজাৰেদি সোমাই মিঠাই দোকানৰপৰা অলপ মিঠাইলৈহে ঘৰলৈ আহে। আজিও সেই নিয়মৰ ব্যতিক্ৰম নহ'ল। তাৰ পাছত ৰিক্সা এখন ল'বলৈ বাধ্য হ'ল, চিটিবাছত মানুহৰ হেঁচাবৰ বেছি। চিটি-বাছৰ মানুহেও বুঢ়াবিলাকক ভাল নাপায়, চীট এৰি দিব নোখোজে। ৰিক্সাৰে গৈ উজান বজাৰত নামি পেঞ্চন পোৱা দিনটোৰ অভ্যাস মতেই মাছৰ বজাৰত এপাক সোমাই গ'ল। তিনি বছৰৰ আগলৈকে, পত্নী জীয়াই থকালৈকে তেওঁ নিয়মিতভাৱে বলিয়ৰা আৰু চেনিপুঠী মাছ যেনে-তেনে যোগাৰ কৰি নিছিল। বলিয়ৰা বা ভাঙোন জাতীয় মাছ পত্নীৰ বৰ প্ৰিয় আছিল আৰু তেওঁ নিজে ভাল পাইছিল চেনি-পুঠী। তাৰ পাছৰপৰা মাছৰ প্ৰতি আগ্ৰহ নাইকিয়া হ'ল, কাৰণ, বজাৰত আগৰ দৰে মাছো পাবলৈ নাই আৰু কেতিয়াবা পালেও পত্নীৰ দৰে মুখৰ জুতি লগাকৈ কোনেও ৰান্ধি দিবও নোৱাৰে। যি কি নহওক, আজি বহুত দিনৰ মূৰত বজাৰত চক্‌চকাই থকা চেনি পুঠী মাছ কেইটামান পাই বিশেষ দৰাদৰি নকৰি টকা তিনিটা দি লৈ পেলালে।

ঘৰ পাই সৰুভনী বোৱাৰীয়েকৰ হাতত মিঠাইৰ টোপোলাটো

আৰু কাম কৰা বাইজনীৰ হাতত মাছৰ টোপালাটো দি মুখ-হাত ভালদৰে ধুই বাৰাণ্ডাৰ মাচিয়াখনতে অৱশ গাটো পেলাই দিলে বৃদ্ধ চৌধুৰীয়ে। ভাগৰ আৰু অৱসাদৰ মাজতো বুকুৰ ভিতৰৰপৰা সাধাৰণতে এনে অৱস্থাত উঠি অহা ধপ্ ধপনি এটাৰ বাহিৰে সৰু গুণগুণনি এটাহে উঠি অহা যেন অনুভৱ কৰিলে। তেওঁ ক'ব নোৱাৰাকৈয়ে ভৰিৰ বুঢ়া আঙুলি দুটাই যেন তাল ধৰি গ'ল। মাজে মাজে চৌধুৰীয়ে এনেকৈয়ে গান গায়। কিছুমান অস্পষ্ট গুণগুণনি জপোৱা মুখৰ ভিতৰত মৌ-গুটি এটাৰ দৰে উৰি ফুৰে। নাতিয়েকহঁতে বা বোৱাৰীয়েকহতেঁও জানে যে বহুত দিনৰ মূৰত এয়া ককাদেউতা বা শহুৰ দেউতাৰ ৰং লাগিছে। বৃদ্ধ চৌধুৰীৰ মুখত আজি গানৰ গুণগুণনি উঠাৰ কোনো কাৰণ তেওঁ নিজেও পাছত ভাবি উলিয়াব নোৱাৰিলে। হয়তো পেঞ্চনৰ টকা কেইটা যি তেওঁক অতীতৰ চাকৰি জীৱনৰ সুখ-ভোগ, প্ৰতাপ ক্ষমতাৰ কথা সোঁৱৰাই অন্তৰৰ কোনোবা এডাল তাঁৰত টুকুৰিয়াই গ'ল। হয়তো সেই চক্চকীয়া চেনিপুঠী মাছ কেইটা যি তেওঁৰ মনৰ ভিতৰলৈ পত্নীৰ স্মৃতিটোৱে টৰ্চৰ দৰে পোহৰ এটা খন্তেকলৈ হ'লেও পেলাই দি গ'ল।···কিন্তু এইবিলাক স্বপ্ন, এই বয়সত মানুহে এনে স্বপ্ন, নেদেখাই উচিত। "ক্ষোঃ" ধৰণৰ শব্দ এটা উচ্চাৰণ কৰি বুঢ়াই গাটো লৰাই তেওঁৰ কাৰণে সৰু বোৱাৰীয়েকে আনি থকা চাহকাপ ল'বলৈ প্ৰস্তুত হৈ ৰ'ল।

বোৱাৰীয়েকে চাহকাপ আৰু প্লেট এখনত মিঠাই দুটামান আনি আস্ত-ব্যস্তকৈ শহুৰেকলৈ আগবঢ়াই দিলেহি।

চৌধুৰীয়ে তেওঁৰ প্ৰিয় লালমোহনটোত কামোৰ এটা মাৰিয়ে মুখখন বিদৰাই দিলে।

"মাকণ, মাকণ, লালমোহনবিলাক ল'ৰা ছোৱালীক খাবলৈ নিদিবা। কিবা টেঙা টেঙা লাগিছে।"—বুঢ়াই আধা কামোৰা লালমোহনটো ওচৰত থকা কাউৰীজনীলৈ দলি মাৰি দিলে। বাৰাণ্ডাৰ এচুকত থকা কুকুৰটোৱে একে জাঁপে গৈ তাৰে প্ৰায় আধাখিনি কাউৰীজনীৰ প্ৰায় মুখৰপৰাই টানি আনিলে।

ইয়াৰ ভিতৰতে ল'ৰা-ছোৱালীবিলাকো স্কুলৰপৰা আহি পাইছিল। সিহঁতে জা-জলপান খাবলৈ হেচাঁ-ঠেলাকৈ পাকঘৰ সোমাইছিল। কিন্তু অলপ পাছতে "ছিঃ ছিঃ" "ওক্ ওক্" "থুঃ থুঃ" আদি ধৰণৰ অদ্ভুত শব্দ কিছুমানৰ সৃষ্টি কৰি সকলোৱে নাকত হাতদি বাহিৰলৈ লৰ মাৰি ওলাই আহিল। লগে লগে বাইজনীয়ে বাছিবলৈ লোৱা মাছখিনি পাকঘৰৰপৰা কাগজেৰে সৈতে বাহিৰলৈ বুঢ়াৰ ওচৰলৈ লৈ আহিল। মুখখন তাই বাঁও কান্ধত পেলাই এফলীয়াকৈ আনিছিল।

"কি হ'ল ?"—বুঢ়াই তথাপিও একো বুজিব পৰা নাই।

বাইজনীয়ে হাত দুটাৰে মাছখিনি আৰু অলপ আগবঢ়াই দি ক'লে, "দেউঁতা মাছখিনি তেনেই গেলা। বাছিবলৈ লওঁতেই চাৰিও-ফালে দুৰ্গন্ধ।"

"আঁ! কেনেকৈ হ'ব পাৰে ? ক'তা মই একো গন্ধ পোৱা নাই। ইমান চক্‌চকীয়া জীয়া মাছ, মই গাল চাই আনিছোঁ।"— বুঢ়াই তেতিয়াও বেয়া গন্ধটো পোৱা নাই। আচৰিত, গোটেই ঘৰ-ঘৰোৱাহে গন্ধ পাইছে, তেওঁ পোৱা নাই। ঘ্ৰাণশক্তি কমি অহাটোও যে মৃত্যুৰে পূৰ্বলক্ষণ !

বাইজনীয়ে মুখখন আঁতৰ কঁৰিয়ে বিস্মিতভাৱে কৈ উঠিল, "নহয়, দেউতা, আপুনি গন্ধ পোৱা নাইনে ? এ মাইল আঁতৰলৈকে গন্ধ গৈছে। আজি-কালি মাছৰ গালবিলাকত ৰং দি ৰঙা কৰি থয়, আৰু গাবিলাকতো কিবা সানি চক্‌চকীয়া কৰি ৰাখে। ঘৰলৈ আনিলে ৰংখিনি গৈ ক'লা পৰি কেহাঁৰাজ বটা যেন হয়।"

বুঢ়াই তেতিয়াও অবিশ্বাসৰ ভঙ্গীৰে নাকটো আগবঢ়াই দিলে। উৎকট গন্ধ এটা পোণে পোণে পেটৰ ভিতৰ সোমাই পেটৰ নাড়ী-বিলাক পকাই পেলালে।

"পেলা, পেলা, বাৰীৰ চকুত পোতাই দে। টেঙা গছ এজোপাৰ গুৰিত পোতাই দে। উস্ উস্ দেশখনত এনে অন্যায়-অধৰ্ম হ'ব ধৰিছেনে ?"

বুঢ়াই আধা খোৱা চাহখিনিও পেলাই দিলে।

"পেলা, পেলা, পাকঘৰত ফেনাইল পানী ঢালি দে"—বিৰক্তিৰে বুঢ়াই আকৌ চিঞৰি উঠিল।

সেইদিনা সন্ধিয়া তেওঁ আগতকৈ সোনকালেই নৈৰ পাৰত ফুৰিবলৈ ওলাই গ'ল। খং, বিৰক্তি, ঘৃণা আটাইবিলাক ভাবেই তেওঁৰ সোঁতৰা পৰা মুখখনৰ ভাঁজে ভাঁজে ফুটি উঠিছে। এই পৃথিবীখনৰ ওপৰতে তেওঁৰ ঘৃণা আৰু বিৰক্তি,—আগৰ দৰে অকল ঘৰখনৰ ওপৰতে সেইবিলাক সীমাবদ্ধ হৈ থকা নাই।

ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে এখোজ দুখোজকৈ তেওঁ আগবাঢ়িল। মাছতো বং দি বেচা হ'ল। এই সত্যটো তেওঁৰ ঘৰত কামকৰা বাইজনীয়েও জানে। তেওঁ তেনেহ'লে জগতখনৰ একো খবৰকে ৰাখিব পৰা নাই।...এই সন্ধিয়াৰ লগে লগে শেষ হৈ যাব খোজা আজিৰ দিনটোৰ কথাই তেওঁ ঘনে ঘনে ভাবিবলৈ ধৰিলে। তেওঁৰ এই পঁয়সত্তৰ বছৰীয়া জীৱনকালত আজিৰ দিনটোৰ দৰে ৰিক্ততা আৰু আজিৰ দিনটোৰ দৰে তিক্ততা কেতিয়াও অনুভৱ কৰা নাছিল।

পাৰ বন্ধোৱা খটখটী এটাৰ ওপৰত থিয় দি তেওঁ দূৰৈত ক্ৰমে অস্পষ্ট হৈ পৰা সৰু পালতৰা নাও এখনলৈ চাই ৰ'ল একেথৰে।

"তাৰৈ দেউতা, ফুৰিবলৈ ওলাই আহিল?" বুঢ়াই চক্‌মক্ খোৱাৰ দৰে উভতি চালে। তেওঁৰ কাষতে থিয় হৈ আছে এহাল তৰুণ-তৰুণী, নৱবিবাহিত। অলপ সময় সিহঁতৰ মুখলৈ চাই ৰ'ল বৃদ্ধ জনাৰ্দন চৌধুৰীয়ে, যেন মুখ কিখন মনত পেলাবলৈ চেষ্টা কৰিছে।

"তপন! দেখিছানে মই চকুৰে মুখখন ভালদৰে চমজিবকে পৰা নাই, সম্বোধনটোৰ কথা মনত পেলাইহে তুমি বুলি ধৰিব পাৰিছোঁ। এওঁ, এওঁ, বোৱাৰীও আহিছে ফুৰিবলৈ?"—বুঢ়াই চকুহাল নি বোৱাৰীৰ উজ্জ্বল মুখখনত থলে।

লগে লগে বোৱাৰী গৰাকীয়ে অলপ কোঁচ-মোঁচ খাই হালি গৈ বুঢ়াৰ ভৰিহাললৈ সোঁহাতখন আগবঢ়াই দিলে, বাঁওহাত-

খনেৰে মেখেলাখন সামান্যভাৱে খামুচি ধৰি। বুঢ়াই তৎক্ষণাৎ এখোজ পিছ হুঁহকি বোৱাৰীৰ হাতি অহা মূৰটোত সোঁহাতৰ তলুৱাখন থাপি দি ক'লে, "কুশল হওক, কুশল হওক, নালাগে নালাগে, হ'ব আইজনী, হৈছে। তোমালোক বোলে সিদিনা গৈছিলা? মই আকৌ—সেই দিনা এফালে ওলাই যাবলগীয়া হ'ল। বেছ বেছ ফুৰা, ভাল মিলিছে যোৰাটো, কুশল হওক।"

"ভাল দেউতা আমি তেনেহ'লে এতিয়া আহোঁহে—হাতযোৰ কৰি তপনে বিদায় ল'লে।

ন-কইনাইও হাতযোৰ কৰি চকুৰেই বুঢ়াৰপৰা বিদায় ল'লে।

স্বৰ্গীয় সখিয়েক বৰকাকতিৰ দ্বিতীয় পক্ষৰ একমাত্ৰ ল'ৰা তপনৰ দহ-বাৰ দিনৰ আগতে বিয়া হৈ গৈছে। বুঢ়া নিজে অভিভাৱক হ'লেও বোৱাৰী দেখা নাছিল। দুদিনৰ আগত মাত্ৰ নৱ-দম্পতি তেওঁলোকৰ ঘৰলৈ গৈছিল কিন্তু বুঢ়া ঘৰত নাছিল। গতিকে, এই প্ৰথম দেখাৰ নিচিনা।

বৰকাকতিৰ প্ৰথম পক্ষৰ ছোৱালী আছিল, ল'ৰা নাছিল অপুত্ৰক অৱস্থাতে প্ৰথম পক্ষৰ পত্নীবিয়োগ হোৱাত দ্বিতীয় পক্ষ গ্ৰহণ কৰে। একমাত্ৰ পুত্ৰ তপনৰ মুখ দেখাৰ পাছত সখিয়েক যাব লগা হ'ল প্ৰথম পক্ষৰ পত্নীৰ কাষলৈ।

বুঢ়াই অৱশ্যে ন-বোৱাৰীয়েকক আঙঠি এটাকে উপহাৰ দিব লাগিব। কিন্তু সোণ-নিয়ন্ত্ৰণ কৰি যে দেশত চৰকাৰে এনে অৱস্থা কৰি থৈছে সিদিনা এনে উদ্দেশ্যৰেই সোণাৰীৰ দোকানলৈ যাওঁতেহে বুজিব পাৰিলে। চোৰাং বজাৰত সোণৰ মূল্য তোলাত দুশ টকা লাগে।

দেশৰ দুৰ্নীতি, চৰকাৰৰ মূৰ্খামি, ইত্যাদি নানা সমস্যাৰ কথাই মনটো আকৌ তোলপাৰ লগাই দিবলৈ আৰম্ভ কৰিছিল পঁয়সত্তৰ বছৰীয়া বৃদ্ধ চৰকাৰী পেঞ্চনভোগী জনাৰ্দন চৌধুৰীৰ। কিন্তু অকস্মাৎ মনৰ মাজৰ সকলোবিলাক ঢৌ শান্ত হৈ পৰিল। এক অদ্ভুত পুলকৰ মাদকতাই তেওঁৰ দেহ-মন সকলোতে এক অপূৰ্ব শিহঁৰণ তুলি দি

গ'ল। ব্ৰহ্মপুত্ৰৰ বুকুৰপৰা উঠি অহা এচাটি লঘু বতাহৰ দৰেই যি হাল নৱ-দম্পতি এইমাত্ৰ তেওঁৰ ওচৰৰপৰা গ'ল, লগে লগে এৰি থৈ গ'ল কি এক মৃদু-মধুৰ সুৰভিৰ সোঁত এটা। কেতিয়া যেন ক'ত তেওঁ, এদিন ঘ্ৰাণ লৈ আহিছিল এই সুগন্ধিৰ। এই—সুৰাসৰ বা-মাৰলি এটাই ধীৰে ধীৰে আচ্ছন্ন কৰি পেলাইছে তেওঁৰ দেহক, তেওঁৰ মনক, তেওঁৰ সত্বাক।······ঠিক, ন-কইনাৰ মূৰত থোৱা সোঁহাতখনৰপৰাই সেই সৌৰভৰ সোঁতটো বৈ আহিছে! কি আচৰিত! ইফালে-সিফালে চোৰৰ দৰে চাই তেওঁ খপ্‌জপ্‌কৈ হাতখন নাকৰ ওচৰলৈ তুলি লৈ হেঁপাহ পলুৱাই দীঘল দীঘলকৈ ঘ্ৰাণ ল'বলৈ ধৰিলে। মাহ-হালধি, বিবিধ গন্ধী তেল, গাঁঠিয়নৰ সানমিহলিত সৃষ্টি হোৱা এই গন্ধটো একমাত্ৰ ন-কইনা এজনীৰ চুলিতহে সম্ভৱ হ'ব পাৰে। "আৰেবিয়াৰ সকলো সুৰভিও" ইয়াৰ ওচৰত নিষ্প্ৰাণ। পঞ্চাশ বছৰৰ চিনাকী এই গন্ধ।······

এক অদ্ভুত তৃপ্তিৰ সোৱাদ ভৰা দৃষ্টিৰে এই নৱ-বিবাহিতা যুগললৈ চাই ৰ'ল পঁয়সত্তৰ বছৰীয়া বৃদ্ধ জনাৰ্দন চৌধুৰীয়ে।

সিহঁতহাল তেতিয়া ক্ৰমৎ অস্পষ্ট হৈ ধোৱাময় সন্ধিয়াৰ বুকুত সোমাই পৰিছিল।

( বহুভূজীত্ৰিভুজ: ১৯৬৪-৬৫ )

# এচেৰেঙা স্মৃতিৰ জোনাক

—"তেনেহ'লে দেওবাৰলৈ—। চাব আকৌ পাহৰি নাযাব।"

"নিশ্চয় নাপাহৰোঁ। তিনি মাইল দূৰ বুলিলে? জোনাক ৰাতি, দেৰিকৈও উভতিব পাৰিম।"

মোৰ আশ্বাসত মানুহজন সন্তুষ্ট হৈছে। গোটেই মুখখনত সন্তুষ্টিৰ হাঁহি এটা ওফন্দি উঠিল। মই বান্ধি দিয়া শাক-পাচলিৰ গুটিখিনি টোপোলা কৰি লৈ চাইকেলত উঠিল।

মই দুৱাৰমুখত ৰৈ চাই থাকিলোঁ। ডেকা মানুহজনৰ ফুটষ্টেপত ভৰি দি তুপিয়াই তুপিয়াই উঠাৰ ধৰণটো, গাৰ ক'লা ৰঙৰ সস্তীয়া কোটটো আৰু আটিল পেশীবহুল দেহৰ গঠনটো।

এইজনেই লিলিৰ গিৰিয়েক।

মেট্ৰিক পাছ কৰি এগ্ৰিকালচাৰেল ডেমনষ্ট্ৰেটৰৰ কাম এটা পাই গলোঁ। গাৱঁৰ মাজত গুটি মহৰী বুলিয়ে জনাজাত। আলু, মাহ বৰোধান, কুহিঁয়াৰ, তিল, কবি আদিৰ কঠিয়াৰ কাৰণে বতৰত দুই-এজন খেতিয়ক আহে। অনা-খেতিয়কৰ সংখ্যাই বেছি। কঠিয়ালৈ বুলি নিলে বজাৰতকৈ সস্তাত পায়, সেইখিনিয়ে লাভ। মোৰ এই ঠাইখনলৈ অহা বেছি দিন হোৱা নাই। আজি হঠাৎ এই ডেকাজন —হলধৰ বৰা বুলি ক'লে নামটো—তিনি মাইল দূৰৰ ঘোকোট গাঁও এখনৰপৰা আত্মীয়তাৰ পৰিচয় লৈ হাজিৰ। "খেতিয়ক মানুহ যদিও কঠিয়া নিবলৈ হ'লে অহা নাইদেই, চিনাকি হবলৈহে আহিছোঁ। আমাৰ তেওঁ সিদিনা ভতিজা ল'ৰাটোৰ মুখেদি আপোনাৰ নামটো শুনি তেওঁলোকৰ মোমায়েক হয় বুলি কৈ মোক পঠিয়াইছে।"

দুদিনমান স্কুলীয়া ল'ৰাৰ লগত ভলী খেলিছিলোঁ, সেই ল'ৰাজনৰ লগত ( ভতিজাক ) অৱশ্যে চিনাকি হৈছিল।

"লিলি? অ' আপুনিয়ে?"

লিলিৰ স্বামীজনে বৰকৈ হাঁহি মূৰটো দুপিয়ালে। অৱশ্যে নিমাত হাঁহি।

"কিয়, লিলিক কেলৈ চিনি নাপাম? মোমায়েকেই হওঁ, অৱশ্যে গাওঁ সম্পৰ্কত…।"

পিছুৰ আষাৰ কথা মুখৰ ভিতৰতে ক'লোঁ। তেওঁ ইতিমধ্যে টেক্-টেকাই হাঁহি সমৰ্থন জনাইছিল। গতিকে, পিছুৰ আষাৰ কথা আপোনা-আপুনি তল পৰি গ'ল।

মানুহজনেও হাইস্কুলৰ কেই শ্ৰেণীমান পঢ়িছিল। তাৰ পিছত যুদ্ধত যোগ দিলে, যুদ্ধ ভগাত খেতিত লাগিছে, বিয়া-বাৰু কৰাই লৈ।

লিলি! গাৰ'লীয়া ছোৱালীৰ এইটোতকৈ আৰু কি ধুনীয়া নাম হ'ব? গাৰঁৰ এম. ভি স্কুললৈ সচাঁকৈয়ে ধুনীয়া ছোৱালী হৈ আহিছিল, লিলি।··লিলি···লি ··লি। ব্ৰহ্মপুত্ৰৰ বালিচন্দা ভৰা বৰফুটীয়া বালি এদোণ যেন মোৰ স্নুদা পিঠিখনৰ ওপৰত কোনোবাই ফুৰফুৰকৈ ঢালি দিলে। লিলিয়ে তেনেহ'লে এতিয়াও পাহৰা নাই! আচৰিত! ছোৱালীবোৰে ইমান মনত ৰাখিব পাৰে। কিন্তু ক'তা ময়োতো পাহৰা নাই? বালিৰ বুকুত কাছকণী ঢাক খাই থকাদি মোৰো বুকুত ঢাক খাই আছে সেই দিনবিলাকৰ সোঁৱৰণী।

দিনটোৰ কামৰ অন্তত তাচ-পাশাৰ আড্ডালৈ নোযোৱাৰ কাৰণে ৰান্ধনি ল'ৰাটো আচৰিত হৈছে বুলি ধৰিব পাৰিছোঁ। আজি আৰু আড্ডাই পাগ নল'ব। বহুত দিনৰ মূৰত এটা দিন পাইছোঁ, বহুত মুহূৰ্তৰ মাজত এটা মুহূৰ্ত। আজি মোৰ মনৰ মাজত বহুত মানুহৰ চাহ খোলা বহি গৈছে। বিভা, দেবেন, নৰেন, মণি, ভাবিহঁত— পথাৰে পথাৰে স্কুললৈ ল'ৰা দিনবোৰ···আৰু সেই ৰাস পূৰ্ণিমাৰ ভাওনাৰ ৰাতিটো।

ধেৎ—হাঁহি উঠি যায়। কিন্তু মোৰ যে তেতিয়া বয়স যোল নে ওঠৰহে, পঢ়োঁ নাইনত, আৰু মোৰ যৌৱনৰ ফেঁহুজালিত সেইটোৱেই যে ৰাস পূৰ্ণিমা। সেইটো মোৰ বয়স, যি বয়সত ল'ৰাই চুলি আউল-বাউলকৈ ৰাখিবলৈ শিকে— ভুলতে চাৰ্টৰ তলৰ বুটামটো ওপৰত মাৰি থয়, ভৰিহালে পথাৰৰ পকা চপৰাত উজুটি মাৰিলেও চুণ গুৰিৰ দ'মত গোৰ মৰা যেন লাগে। সেই বয়সত ৰাস পূৰ্ণিমাৰ ভাওনা ঘৰত লিলিক প্ৰথম দেখা।

ভাওনা ঘৰত বিদ্যাহতঁক লগ পালোঁ।...“কি অ'—চুলিত তেল নাই, মূৰ আঁচেৰা নাই, গোটেইটো কবি হৈ আহিছ?” কবি মানে কি বিদ্যাই জানে। ছিক্সত পঢ়োঁতে কোন এটা অসমীয়া কবিতা কোন কবিৰ ৰচনা, মাষ্টৰে এফালৰপৰা সুধি ল'ৰাহঁতক মাৰি আনিছিল। আৰু দুটামান ল'ৰাৰ পাছতে মোৰ পাল পৰেহি এতিয়া। মুখখন তেতিয়া ফুলস্কেপ্ কাগজ কৰি থোৱাৰ বাহিৰে অন্য উপায় নাছিল। মোৰ পাছতে বিদ্যা। হঠাতে দেখিলোঁ তাৰ মুখখন ৰঙা-ক'লা চিঁয়াহী টোকা ব্লটিং কাকতখনৰ দৰে হৈ পৰিছে। বুজিলোঁ উত্তৰ দি ভাল ল'ৰা হোৱাৰ গৌৰৱৰ প্ৰতীক্ষাত সি অধীৰ! বাৰু বাছা, 'কনয়্যুগেস্তনৰ পালত ক'লৈ সাৰিবি? মইতো তেতিয়া নকওঁ। সি তেতিয়াই ফুচফুচাই ক'লে—“কিয়, ক-শ্ৰেণীত পঢ়া নাছিলি, ‘সৌখন কাৰ ছবি—কালিদাস মহাকবি’।” মই জধামূৰ্খ নহওঁ, গতিকে তৎক্ষণাত্ বুজিলোঁ কবি কালিদাসৰ ৰচনা। ইতিমধ্যে মাষ্টৰে আমাৰ ষড়যন্ত্ৰৰ উমান পাই তৎক্ষণাত মোকে প্ৰশ্ন কৰিলে। ময়ো ঘপ্ কৰে উত্তৰ দি দিলোঁ।

সেইদিনাৰ পৰাই বিদ্যাৰ ওপৰত মোৰ শ্ৰদ্ধা। ই আন জানক নাজানক, কালিদাসক জানে। সেইদিনা মোক বেত দিয়ক ছাৰি মাষ্টৰে হাঁহি হাঁহি বহি পৰিল, সেইদিনাৰ পৰাই মোৰ নাম হ'ল কবি কালিদাস। যি নহওক, আজি বিদ্যাই মোক কৈছে যেতিয়া নিশ্চয় কবি কবি হৈ আহিছোঁ। তৎক্ষণাত তাহানিৰ ‘আৱাহন’ত পঢ়া গল্প এটালৈ মনত পৰিল—এনেকৈয়ে বোলে মানুহ প্ৰেমত পৰে, কবি হয়।

চাৰি চকুৰ মিলন হ'ব লাগে বোলে। ভাওনা ঘৰত আৰু দুটা চকু বিচাৰি যেতিয়া হায়ৰাণ, এনেতে মোৰ পোনে পোনে তিৰোতাৰ সমাজত—খুটাটোৰ পৰা চাৰিজনী মানুহৰ আঁতৰত, সেই দুটা দেখোন চকু। তাৰ পিছত চকুৰে চকুৰে পৰা, ৰঙা-চিঙা পৰা (গল্পত পঢ়াৰ দৰেই ৰঙা পৰিছিল বুলি মই ধৰি লৈছিলোঁ।) ইত্যাদি ভাওনা চলিবলৈ ধৰিলে। অৱশ্যে বিদ্যাহঁতে হোলাৰ ভাই মোলা—এই বিলাকৰ একো সন্দেদ নাপালে।

সেইদিনাৰ পৰা কি প্ৰেম। বুজিলো ইয়াকেই বোলে প্ৰেমত পৰা। মই ধৰি ললোঁ লিলি মোৰ প্ৰেমত পৰিলেই। অকলশৰে এটা মানুহে হো-হোৱাই হাঁহি উঠা দেখি ৰান্ধনি ল'ৰাতো অবাক হ'বই, বেৰত আঁওজাই থোৱা কেটেঙা হাৰকিউলচখনো অবাক হৈ গ'ল। ৰান্ধনি ল'ৰাটোৱে সন্ধিয়া মই ঘৰতে থকা দেখি চাহ একাপ

লৈ আহিছিল। মই অপ্ৰস্তুত হৈ হুটামান কাহ মাৰি তাকেহে উলটি ধমক দিলোঁ, যেন চাহ কাপৰ বং ধৰা নাই, গতিকে সি বেছিকৈ 'ইকনমি মিক্সাৰ' লৈছে আৰু এই সময়ত আধা কাপ চাহ অৰ্থাৎ এক চিংগল চাহেই হ'লহেঁতেন, গতিকে সি মোক দেৱলীয়া কৰিব খুজিছে ইত্যাদি। চাহ কাপ লৈ তাক নিজ কামলৈ পঠিয়াই দিলোঁ। অৱশ্যে অকলে অকলে ইহাত মোৰ দোষ নাছিল। গুটি মহৰা নালাগে গিটি মহৰাৰো হাঁহি উঠিব, অপইতা প্ৰেমিকৰ অৱস্থাৰ কথা ভাবিলে।

খবৰ লৈ জানিব পাৰিলোঁ সেই ছোৱালীজনী নতুনকৈ আমাৰ গাৱঁলৈ আহিছে। ওচৰৰ এম.ভি. স্কুলৰ ৬ষ্ঠমান শ্ৰেণীত নাম লগাইছে। এম. ভি. স্কুলৰে হেড্‌পণ্ডিত আমাৰ গাৱঁৰ লোকনাথ মাষ্টৰৰ ঘৰত আছেহি, মহায়েক হয়। মৌখিক সুধি য'তে-ত'তে অপ্ৰস্তুত কৰা-লোকনাথ হেড্‌পণ্ডিতক ল'ৰাই পাঁচশ গজৰ আঁতৰৰ-পৰাই চিনে আৰু সুবিধা মতে অন্য বাট ধৰে। মোৰ সাতধাপৰ বাৰু লোকনাথ হেড্-পণ্ডিতৰ ঘৰত মই অঙ্ক বুজি লৈ নিতৌ সন্ধিয়া হাজিৰ। আমাৰ হাইস্কুলৰ লাইব্ৰেৰীৰ মই নিয়মিত পাঠক হৈ পৰিলোঁ। লাইব্ৰেৰীৰ চাৰ্জত থকা চক্ৰৱৰ্তী মাষ্টৰে মোৰ আশাতীত উন্নতিত যথেষ্ট অবাক হৈ পঢ়িবলৈ কিতাপ বাছি দিয়া হ'ল। এবাৰ বেজবৰুৱাৰ 'নোমল'-খন ঘূৰাই দিয়াৰ লগে লগে মাষ্টৰে বৰ আগ্ৰহেৰে সুধিলে, পঢ়ি কেনে লাগিল। এনেকুৱা উপন্যাস আমাৰ অসমীয়া সাহিত্যত নাই বুলি মই পুলকিত হৈ উত্তৰ দিলোঁ। চক্ৰৱৰ্তী চাৰো দুগুণে পুলকিত হৈ কাণ দুখন যেতিয়া পাৰ্চমেণ্ট কাগজ কৰি এৰি দিলে, তেতিয়া কাণত একাষাৰকথাই মাত্ৰ সোমাইছিল: "সাতকাণ্ড ৰামায়ণ পঢ়্‌ৰি বোলে সীতা ৰামৰ বাপ।"

চক্ৰৱৰ্তী মাষ্টৰ, যাৰ নামত সংস্কৃত, এল্‌জেব্ৰা আৰু ইংৰাজীয়ে একে ঘাটতে পানী খায়, ভগৱান আজি ভাল বং চালা। বাটত বিস্তা আৰু দেবেনে সান্ত্বনা দিছিল: "কৈ নিদিলি কিয়, দিস্তাই দিস্তাই এলজেব্ৰা কৰিবলৈ দিলে ঘৰত নোমল পঢ়িবলৈ সময় নাথাকে। নাইবা ফাঁকিও দিব নোৱাৰিলিনে?"

"কাকি নিদিবলৈ মোকনো কি ধৰ্মৰাজটো পাইছ ? ধৰা পৰিলোঁ। যে।"

—এই অকণমান কথাটোৰ পৰাই জানো মোৰ হাঁহি উঠিল। আচল কথা মই যে সঁচা-সঁচিকৈয়ে কবি হৈ গৈছিলোঁ। এলজেব্ৰাৰ ৰাফ্ খাতাত 'এ প্লাচ বি হ'ল স্কোৱাৰ'ৰ পিছত ইকুৱেল টু মস্ত একোটা প্ৰেমৰ কবিতা। কোনোবাই সন্দেহ কৰে বুলি ইংৰাজী আখৰ দি এফালৰপৰা লেখি গলোঁ। 'তোমালৈ বা প্ৰিয়ালৈ' ধৰণৰ কবিতা—যাৰ সাৰাংশবিলাক আজিও মনত পৰে। কলং বা 'কপিলী বা ব্ৰহ্মপুত্ৰত বান আহক, পৃথিবী তল যাওক। তাৰ মাজত এখন নাৱঁত দুজন মানুহ। 'তুমি' আৰু মই অৱশ্যে। সঁচা, এয়ে আছিল মোৰ প্ৰাৰ্থনাও। কাৰণ মোৰ যে তেতিয়া বয়স আছিল ষোল কি ওঠৰহে আৰু যৌৱনৰ ফেঁহুজালিত সেইটোৱে আছিল যে ৰাস পূৰ্ণিমা।···তাৰ পিছত এদিন একান্ত মনে পঢ়াত এলজেব্ৰা কৰি থাকোঁতে কলেজৰপৰা বন্ধত ঘৰলৈ অহা ককাইদেৱে পাচফালে চকীত ধৰি থিয় হৈ ভাতৃৰ এই অভূতপূৰ্ব কৃতিত্ব ৰ লাগি নিৰীক্ষণ কৰিলে।

প্ৰেমৰ নামত পানী এচলু দি তিনিবাৰ নাম ট্ৰায়েলৰ পিছত মেট্ৰিক পাছ কৰি বাগানে বাগানে এপ্ৰেন্টিচৰ কাৰণে ঘূৰি অৱশেষত গুটি মহৰী। বহুত বহুত বছৰ পাৰ হ'ল। কোন ক'লৈ গ'ল। বিদ্যা চাহ বাগানত সংসাৰী। হৰিহঁত পঢ়াত আগবাঢ়ি গ'ল বি.এ. ; এম.এ. লৈকে। তাহানিৰ ৰোমান্স আৰু নাই। বাস্তৱতাৰ ভগা হাৰকিউলচ চাইকেলত এৰেপ এৰেপকৈ জীৱন আগবাঢ়িছে। এতিয়া প্ৰেমত পৰা বা তাৰ লক্ষণ দেখা দিলেই 'ল'ব লগা সাৱধান' থিনি নোলোৱা-বিলাকলৈ পুতৌ হয়,—হাঁহি উঠে। কোন কাহানিবে অপইতা বয়সৰ দুদিনৰ প্ৰেমৰ কাহিনী, আনজনে হয়তো তাৰ ভু-ভটং একোৱেই গম নাপালে, যাৰ মুখৰ আগত এষাৰ কথাও ভালকৈ ক'বলৈকে৷ সাহ নহ'ল, তথাপি আজি, সেই লিলিৰ নামত মোৰ মনত একেলগে ইমানবোৰ চিজন ফ্লাৱাৰ তথাপি আজি জকমকাই উঠিল। আজি লিলি চাগৈ ৩।৪ টা ল'ৰা-ছোৱালীৰ মাক, গাৱঁৰ বোৱাৰী, কম বয়সতেই বুঢ়ী হৈ গৈছে নিশ্চয়।

ৰাতি খাই-বৈ, দেওবাৰটোলৈকে মাজত থকা অনাৱশ্যকীয় দিন কেইটাৰ কথা ভাবি টোপনিত পৰিলোঁ। সপোনলৈ আহিল সেই দিনবোৰ। বিহু ভাবিহঁতৰ লগত উজুটিত উফৰি ফুৰা সেই স্কুলীয়া দিনবোৰ। লৰি ফুৰিছিলোঁ অথচ কাকো যেন তেজ-মঙহেৰে দেখা পোৱা নাই। কাণত পৰিছে সিহঁতৰ হাঁহিৰ ৰিংবোৰ। সিহঁতৰ অশৰীৰী মূৰ্তিবোৰে মোক কিন্তু মনৰ সুখ দানত অকণো বাধা দিব পৰা নাই। পানী, চাৰিওফালে পানীৰ সাগৰ, মাজে মাজে নল-খাগৰিৰ জোপা। তথাপি তাৰ ওপৰতেই কেনেকৈ যে দৌৰি ফুৰিব পাৰিলোঁ। নল-খাগৰিৰ জোপোহাৰ আঁৰে আঁৰে কিবা এটা যেন বিচাৰি ফুৰিছোঁ। হঠাৎ মিচিকীয়া মুখ এখনি জোপোহাৰ আঁৰত ওলাই পৰিল। লিলি। এখন সৰু নাৱ'ৰ গুৰিত বহি হাতত বঠা লৈ লিলিয়ে যেন মোলৈকে বাট চাই আছে। আঁতৰে আঁতৰে মোক চাৰিওফালে বেঢ়ি ধৰিছে বহুতো কৌতুহলী দৃষ্টিয়ে। অশৰীৰী দৃষ্টি ···।

এনেকুৱা সপোন কত গণ্ডাই নেদেখিছিলোঁ। কাৰণ তেতিয়া যে মোৰ বয়স···। কিন্তু এতিয়াতো মই আদহীয়া। মোৰ ল'ৰা-ছোৱালী আছে। তিৰোতা আছে। লিলিও এতিয়া আধবুঢ়ী হৈ গ'ল।

দেওবাৰে আবেলি। লগত ললোঁ ওচৰৰ মাষ্টৰ এজনক। চাইকেল লৈ দুয়ো গাঁৱৰ বাটেৰে আগবাঢ়িলোঁ। শৰৎকাল। বাট-পথবোৰ এতিয়াও ধূলিয়ৰি হোৱা নাই। এবাৰ হঠাৎ মাষ্টৰে কৈ উঠিল, "শইকীয়া, ৰাস চাবলৈ ওলাব আজি ৰাতি। পূৰ্ণিমাৰ জোনাক— চাইকেল লৈয়ে যাম। এঠাইত ভাল ৰাস হয়।" মাষ্টৰে আৰু কিবা ক'লেহেঁতেন, মোৰ চাইকেলে গৈ প্ৰায় খুন্দিয়াবলৈ ধৰা চাইকেলখন লিক এটাইদি বাকৰিলৈ নমাই লৈ গ'ল। মই ব্ৰেক টানি জাপমাৰি নামিলোঁ। তেওঁৰ বিপদলৈ সহানুভূতি দেখুৱাবলৈ আহৰি ক'ত, সমুখত বাঘ দেখাৰ দৰে চমক খাই সুধিলোঁ, "আজি ৰাস পূৰ্ণিমা ?"

ঘটনাৰ এনে আকস্মিক সমধৰ্মিকতাৰ মোৰ জীৱনত কি তাৎপৰ্য্য থাকিব পাৰে বাৰু ? এক অজান ব্যথাই মন ভাৰাক্ৰান্ত কৰি তুলিলে। বাট আৰু, বেছি দূৰ নাছিল। দুয়ো খোজ কাঢ়ি আগবাঢ়িলোঁ।

নঙলা মুখত ভৰি দিয়াৰ লগে লগেই পিছফালৰ ভকুণ পান-তামোলৰ বাৰীখনৰ কোলাত নিকা পৰিপাটী ঘৰ-দুৱাৰবোৰে মনত এটা গম্ভীৰ ছাপ বহুৱাই দিলে। নঙলা মুখত এজোপা শেৱালি। ধুনীয়াকৈ সৰা-মোচা পিৰালিয়ে ৰ'দত উজ্জ্বল গেৰুৱা ৰং লৈছে। বহল, কেঞাৰন এদালিও নথকা চিকোণ চোতালৰ বুকুখন বগলী পাখীৰ দৰে ভকুভকাই আছে। বাওঁ হাতে ভৰাল ঘৰটো, তাৰ আগত গোহালীটো। সকলোবোৰেই সাজি-কাচি যেন ভাওনা চাবলৈ বৈ আছে। আনকি পিৰালি কাষত পাতি থোৱা, দা-কটাৰী ধৰাওঁতে অ'ত-ত'ত ক্ষয় যোৱা শিলছটাও যেন কাৰবাৰ লখিমী হাতৰ পৰশত বিস্ময়কৰভাৱে সজীৱ হৈ উঠিছে। শিলছটাই আমালৈ কেৰাহিকৈ-চাই মিচিককৈ হাঁহি দিয়া মই নিজে দেখিলোঁ। আমি চাইকেল দুখন চোতালৰ আগৰ তামোল জোপাতে আঁওজাই থৈ—কোন আছে বুলি মাত দিলোঁ। কিন্তু বুঢ়া এগৰাকীৰ কেৰকেৰিয়া মাতে আমাৰ মাত তল পেলালে।

—"ইঁয়েৰা, আপৰত যে কেঁচুৱাক খুৱাবলৈ লাগিলি ঠাইখন আধা সৰাকৈ এৰিলি কালৈ? কোনজনী বেটিয়ে কৰিব?"

মাজতে অলপ সময় দাৰি পৰা যেন দেখি আমি দুয়ো একেলগে মুখ মেলিলোঁ। পিছে দাৰি নহয় চেমিকলনহে। এইবাৰ মাতটো দুগুণ জোৰেৰে আৰম্ভ হোৱাত ঠায়ে ঠায়ে ফাটি এচঁহায়া হৈ যোৱাৰ দৰে হ'ল।

"ইঁয়েৰা, ওপৰ চকুৱাণী, বাৰীলৈ যোৱা বাটটোৰ ওপৰতে পৰি থকা গোবৰ চুবাৰ ওপৰেদি কেইবাৰ অহা-যোৱা কৰিলি, ঠাইতে পান জোপাৰ গুৰিলৈ দলি মাৰি দিব নোৱাৰিলি?"

এইবাৰ কথাৰ লগে লগে বুঢ়ীয়ে হাতত তামোলৰ বাকলি কেইটামান লৈ চ'ৰা ঘৰলৈকে ওলাই আহোঁতে আমাৰ মুখামুখি হৈ অপ্ৰস্তুত হৈ গ'ল। ওৰণিখন টান মাৰি মূৰটো এফলীয়া কৰি সুধিলে, "ইবিলাক বা ক'ৰপৰা আহিছে? চিনি দেখোন পোৱা নাই। অথনিৰেপৰাই বৈ আছেহি নেকি? সোমাই বহকহিচোন চকীতে।

দোষ নধৰিব দেউতাসকল।” লৰালৰিকৈ তামোলৰ বাকলি কেইটা দলিমাৰি পেলাই চোতালৰ আন এটা বাটেদি বুঢ়ী ভিতৰ সোমাল। বোৱাৰীয়েকক কোৱা কথাবিলাক শুনাত কেৰ্কেৰীয়া হ'লে কি হ'ব, খোৱা-জীয়াৰ লক্ষণ থকা কথা। অলপ পিছতে থৰক-বৰককৈ বুঢ়া এজন ওলাই আহিল, মাষ্টৰে পৰিচয় দিয়াত বুঢ়াই আদৰ-সাদৰকৈ ভিতৰলৈ লৈ গ'ল। ভিতৰতে এখন চোতাল। চাৰিওফালে সৰু সৰু ঘৰ। বাৰাণ্ডাতে চকপীৰা পাৰি বুঢ়াই কাঠি তুলাই আছিল। তাৰ-পৰা উঠি গৈছে।

“আমাৰ ডেকাই যে কৈছিল মাতি অহাৰ কথা—আপোনালোকৰ কথাই নহয় জানো?” বুঢ়াই কি সুধিব ভাবি নাপাই তাকেই সুধিলে। ইতিমধ্যে বুঢ়ীয়ে কোলাত নাতি আৰু এহাতে ডুখৰি পীৰা এখন লৈ আমাৰ ওচৰ পাইছিলহি। বুঢ়াৰ কথাষাৰৰ উত্তৰ দিলে, “কিয় আমাৰ বোৱাৰীৰ মোমায়েক নহয়? মোক বোৱাৰীয়ে কওঁতেহে বুজটো পাইছোঁ। হেৰিয়াৰ' চৰকাৰী কাম কৰে।”

বুঢ়াই বুঢ়ীৰ প্ৰতিটো শব্দৰ লগে লগে মোৰ মুখলৈ চাই মূৰ জুপিয়াই গ'ল। সোতোৰা মুখখনত এক পৱিত্ৰ হাঁহিৰ আভা জিলিকি উঠিল। কাঠিবিলাক সামৰি সুতৰি কৈ গ'ল, “আমাৰ ডেকা চাপৰিলৈ গ'ল পুৱাতে। চাইকেল লৈ গৈছে। সাউৎ কৰে ওলাইহিহে লাগে। জৰুৰী কাম শুণেহে গ'ল।”

এটা ঘৰৰপৰা আন এটা ঘৰলৈ জিলিক সাউৎ কৰে পাৰ হৈ যোৱা চকামকাকৈ দেখিলোঁ। ওৰণিৰে এফালে ঢাকি গৈছে।

“হেৰ বাপাহঁতলৈ তামোলৰ বটটোকে দিব পৰা নাইনে এতিয়ালৈকে? তয়েনো লৈ নাহ কিয়?”

বুঢ়ীয়ে বোৱাৰীয়েকলৈ চাই চিঞৰি উঠিল, তাৰ পিছত আমালৈ চাই ক'লে, “ল'ৰা-ছোৱালী কেইটা ভাওনা ঘৰত। আজি ৰাস ভাওনা পাতিছে। সিহঁত দিনটো তাতে।”

এই চলতে মই ল'ৰা-ছোৱালীৰ কথা সুধিলোঁ। ল'ৰা-ছোৱালী পাঁচটা। তিনিটা ল'ৰা, দুজনী ছোৱালী। কেঁচুৱাটো ল'ৰা। এবছৰ

হৈছে। স্কুলত পঢ়া ল'ৰাজনৰ খবৰ লোৱাত বংশৰ বুলি ক'লে। বাতিলৈ গোপীৰ ভাও আছে। বিহা-মেখেলা বিছাৰি ফুৰিছে।

ত্ৰস্তভাৱে ওৰণিখন টানি এটা হাতে এঘটি পানী আৰু এহাতে বটা লৈ 'বোৱাৰী' আমাৰ ওচৰলৈ আহিল। বটাত কটা তামোলৰ ওপৰিও, দুখৰ পানত দুজনৰ খুন্দা তামোল। সকলোৱে যেন কিবা একো আষাৰ ক'ব খুজিছে। আমি চকাতে গা লৰালোঁ মাত্ৰ। মই হাত মেলি বটাটো বুঢ়ালৈ আগবঢ়াই দিলোঁ। মাষ্টৰক, বুঢ়ীক দিয়াৰ পিছত নিজে তামোল এখন লৈ বটাটো মাটিত থৈ, "ভালনে তোমাৰ ?" বুলি কুশল-বাতৰি সুধিবলৈহে পালোঁ, লিলিয়েও ইমান সময় উচপিচাই থাকি একেলগেই কিবা এষাৰ সুধি পেলালে। কোনেও কাৰো কথা নুশুনিলোঁ। এনে অস্বস্তিকৰ অৱস্থাটো সহজ কৰিবলৈকে যেন লিলিয়ে অজানিতেই শাহুৱেকৰ কোলাৰপৰা কেঁচুৱাটো নিজৰ কোলালৈ লৈ গ'ল। বুজিলোঁ, মাকৰ কোলা অকল কেঁচুৱাৰ কাৰণেই যে নিৰাপদ এনে নহয়, কেঁচুৱা কোলাত লৈ মাকো বহুখিনি নিৰাপদ।

"বোপাইঁতক অভ্যৰ্থনাহে কৰিব লাগে," তামোল চোবাই চোবাই বুঢ়াই মাত লগালে। "তাই আকৌ কেঁচুৱা ল'বলৈহে আহিল।" বুঢ়ীৰ কেৰ্কেৰীয়া মাত আৰু পোন্দোৱা চাৱনি।

কেঁচুৱাটো বুঢ়ীক দিবলৈ যাওঁতেই মই হাত মেলিলোঁ। আগ্ৰহৰে কেঁচুৱাটো কোলালৈ আগবঢ়াই দি এইবাৰ সহজভাৱেই লিলিয়ে কথা পাতিব পাৰিলে। "মামাৰ কোলাত মুতি দিবি দেই চিন দি পঠিয়া।" লগে লগে ভিতৰলৈ গ'ল, অভ্যৰ্থনাৰ আয়োজন কৰিবলৈ। এনেতে গিৰিয়েক সোমাই আহিল।

কিমান সময়ত আহিলে, চাহ-জলপান খোৱা হৈছেনে নাই, ইত্যাদি আপোন ভাৱৰ প্ৰশ্ন আন্তৰিকতাৰে সুধি মূঢ়া এটা লৈ ওচৰতে বহিল। চাহ-জলপান, খোৱা-বোৱা, তামোল-বিড়ি, কথা-বাৰ্তাৰ মাজেদি কেনেকৈ যে সময়খিনি পাৰ হৈ গ'ল গমকে নাপালোঁ।

সন্ধিয়া যেন নালাগিলেই, দিনৰ পোহৰখিনিৰ ওপৰত জাপ মাৰি আহি বাস পূৰ্ণিমাৰ জোনাকখিনি পৰিলহি মাত্ৰ। ন-বোৱাৰী এজনীয়ে

যেন ঘৰুৱা সাজযোৰ সলাই বনকৰা সাজযোৰ পিন্ধি পেলালে বাস ভাওনালৈ যাবলৈ।

গিৰিয়েক ৰাতি থাকি ভাওনা চাই যাবলৈ বৰকৈ অনুৰোধ কৰিলে। আমি আন ঠাইত ভাওনা চোৱাৰ কথা কলোঁ। লিলিয়েও ৰাতি থকাত আপত্তি কৰিলে, পূৰ্ণিমাত বুঢ়া-বুঢ়ীয়ে পানী এটোপাও নাখায় গতিকে গোটেই ঘৰৰে লঘোণ। আৰু মাছ-মাংসও নাই, ইত্যাদি আপত্তি। নতুন চালানৰ কবি আদিৰ গুটি আহিলে আনিবলৈ পুতেকক বুঢ়াই সোঁৱৰাই দিলে। পুতেকৰ মুখখন গোঙোৰা হৈ উঠা যেন দেখা গ'ল। ইমান বৈষয়িক মানুহজনেও বুঢ়াৰ ইমানখিনি বৈষয়িকতা যেন সেই মুহূৰ্ত্তত সহ্য কৰিব পৰা নাই। সঁচাকৈয়ে লিলিৰ গিৰিয়েক এজন ভদ্ৰলোক। লিলি সুখী হ'ব পাৰিছে।

যাবলৈ থিয় দিলোঁ। ঘৰৰ সকলোৱে উলহ-মালহৰে বিদায় দিবলৈ ওলাল। লিলি আৰু গিৰিয়েক আগচোতাল পালেহি, লিলিৰ কোলাত কেঁচুৱা। বুঢ়ী চোতালৰ মাজত থিয় হ'ল। বুঢ়াই পিৰালিৰ পৰাই খুটা এটাত ধৰি চাই ৰ'ল। পূৰ্ণিমাৰ ফৰিংফুটা জোনাক। মজিয়াত হঠাৎ বাগৰি পৰা এটা গাখীৰৰ দৰে, খাল নৰ্দমা সকলোতে জোনাকবোৰে ডোঙা-ডুঙি বান্ধি উঠিছে।

ল'ৰাটোক মৰম কৰি দুহাতে দুটা টকা দিলোঁ, লিলি আৰু গিৰিয়েকে আপত্তি কৰা সত্ত্বেও। গিৰিয়েকে চাইকেলৰ বেগত কিবা টোপোলা এটা সুমুৱাই দিলে। সোধাত ঘৰত গৈ চাব বুলি ক'লে। শেষবাৰৰবিদায় লৈ চাইকেলত উঠিব খুজিছোঁ, মাষ্টৰ আগবাঢ়ি গ'লেই, এনেতে লিলিয়ে কেঁচুৱাটো দাঙি ধৰি কৈ উঠিল, "সোৱা—মামা যায় নহয়, আকৌ আহিব বুলি ক' চোন।" পেদেলৰপৰা ভৰি নমাই ঘূৰি চালো—লিলি।

ইমান সময় তেনেহ'লে লিলিক মই দেখা নাছিলোঁ। দুই-তিনি ঘণ্টাৰ ইমানবিলাক আয়োজন, ইমান কথা-বাৰ্ত্তা, ঘনিষ্ঠতা, সকলোবোৰ মিছা, অসাৰ্থক। সাৰ্থক মাথোন শেহৰ এই মুহূৰ্ত্তটো যাৰ বুকুত ক্ষন্তেকলৈ মোৰ বৰ্ত্তমানটো ভস্ম হৈ গৈ অতীতটো জীৱন্ত হৈ উঠিল।

বহুত বহুত বছৰৰ আগৰ কোনো এক পূৰ্ণিমা ৰাতিৰ এটি মুহূৰ্ত্তত এটি ষোল-সোতৰ বছৰীয়া তৰুণে দুটা সবল চকুৰ দৃষ্টিত কিবা এটা মাদকতা পাই কস্তুৰী মৃগৰ দৰে উদ্‌ভ্ৰান্ত হৈ পৰিছিল। আজিৰ সেই তেনে এটা মুহূৰ্ত্তত, সেই দুটা চকুত নতুন কি দেখিলে? নতুন সি একো পোৱা নাই, খন্তেকলৈ ঘূৰাই পালে পুৰণিটোকে,—সেই মুহূৰ্ত্তটো, পেৰাৰপৰা উলিওৱা সামৰণ সাজ-যোৰৰ দৰে সি পুৰণি হৈয়ো নতুন, যাৰ গাত এতিয়াও সেই মাদকতাৰ ফুৰফুৰীয়া গোন্ধ। গৃহস্থী জীৱনৰ চৌহদটো পুৱাৰ জাপ তগৰ পাহৰ দৰেই শুভ্ৰ, শুচি, পৱিত্ৰ হৈয়ে আছে, ক'তো এটা তামোলৰ ৰাকলিও নাই। সেয়া কাষতে শাহু,—এয়া এইজন স্বামী, সৌজন শহুৰ, সকলো নিজ নিজ ঠাইতে থিয় হৈ আছে; আৰু বোৱাৰী জীৱনৰ সকলোখিনি মহিমা লৈ থিয় হৈ আছে, সৌৱা, সৌজনী লিলি, কোলাত কেঁচুৱা আৰু এয়া মই, মোৰ ঠাইত।

...তেনেহ'লে লিলিক মই ভাল পাইছিলোঁ?

...আৰু লিলিয়েওনে? ...উঁ...উঁ...কিজানি...

দুঠাইত আলাই কৰা কেটেঙা হাড়ৰ হাৰকিউলিচখনতে উঠি মই ওখোৰা-মোখোৰা বাটেদি উভতি অহা নাই।

মোৰ হাতত তেতিয়া চিক্‌চিকিয়া নতুন ৰেলি চাইকেল এখন, আৰু সম্মুখত 'পিচ'ঢলা ৰাজবাট।

( কাঠনিবাৰী ঘাট : ১৯৫৩-৫৫ )



# আৰ্ট ডাইৰেক্টৰ

এইবাৰ ছত্ৰপতি শিৱাজী। পুৰা পাঁচ অঙ্কীয়া নাট, বহুত ভাৱৰীয়া, বহুত হিৰ’; বহুতো সৈন্য-সেনাপতি।

আগৰ বাৰতে অভিমন্যু বধ যাত্ৰা অভিনয় কৰি সংগ্ৰহ কৰা টকাৰে আমাৰ নৱ-ভাস্কৰ সংঘই নিজা ষ্টেজটোৰ বহুত উন্নতি কৰিলে। নিজা চিন, উইংচ, স্কাই আঁকোৱা হ’ল। ড্ৰপ চিনখন এজন স্থানীয় মাৰোৱাৰী ব্যৱসায়ীয়ে দান কৰিলে। মুঠতে গাঁৱৰ ঠাইত কাৰো টকা-পইচা নোপোৱাকৈ ষ্টেজ এটা সাজি তোলা কম যত্ন পৰিশ্ৰমৰ কথা নহয়। খেৰৰ ঘৰ, কিন্তু কেঞ্চি লগোৱা। ষ্টেজ মানে অকল ষ্টেজটোৱেহে, হলঘৰ অস্থায়ীভাৱে প্ৰত্যেকবাৰ থিয়েটাৰতে সাজি লোৱা হয়। গতিকে, প্ৰতিবাৰ অমানুষিক পৰিশ্ৰম কৰিবলগীয়া হয়; বাৰীৰ বাঁহ-কাঠ খাস্তাং হয়। তাৰ উপৰি ১০।১২ খন গাঁৱৰ মাজত এটা ষ্টেজ, প্ৰত্যেক গাঁৱৰ ল’ৰাকে সন্তুষ্ট ৰাখিব পাৰিলেহে উমৈহতীয়া ষ্টেজ আৰু অভিনয় সফল হ’ব। এইবাৰ আমি বেনিফিট নাইট কৰিম, টিকেট পুছিং চেল কৰিম। এইবাৰৰ টকাৰে হাৰমনিয়াম, তবলা, মেন্থল লাইট, বাবৰি, কিৰিটি, তৰোৱাল আদি আৱশ্যকীয় বস্তু অলপ গোটাই ল’ব লাগিব।

যথানিয়মে দহ-বাৰখন গাঁৱৰ ল’ৰা এদিন সন্ধিয়া গোট লোৱাৰ ব্যৱস্থা কৰা হ’ল। এই দহ-বাৰখন গাঁও টলৌ টলৌ কৰি ঘূৰি ল’ৰাক খবৰ দিয়া কামটো আচলতে যিকোনো মহৎ অনুষ্ঠানৰ আৰম্ভণিৰ দৰেই টান আৰম্ভণি। আমাৰ অৱশ্যে তাৰ বাবে চিন্তা কৰিবলগীয়া নাই, কাৰণ আমাৰ সংঘৰ যোগাযোগ সম্পৰ্কৰক্ষী স্থায়ী চেক্ৰেটাৰীৰ ভাৰখন চিৰকালেই কুবেদাৰে লৈ আহিছে। তাৰ বাবে কুবেদাৰে মেইন পাৰ্ট নিবিচাৰে, মাত্ৰ যিকোনো এটা সৈনিক কৰি অলপ সময় যুদ্ধ কৰিবলৈ দিলেই হ’ল। যিমান বাৰ মৰা সৈনিক ওলাব লাগে সি সিমান বাৰেই দাড়ি গোঁফ বদলাই, কেতিয়াবা খান, কেতিয়াবা মোগল, কেতিয়াবা অসমীয়া সৈন্য হৈ ওলায়ে থাকিব।

অভিমন্যু বধ যাত্ৰাত ভীম হোৱা ভোগৰ মুখ শুকান কাৰণ ছত্ৰপতি শিৱাজীত ভীম নাই। সেই কাৰণে নাটক বাছনি মিটিঙত সিয়ে প্ৰথম চিঞৰি তাৰ মত দাঙি ধৰিলে, "এইবাৰ এনে এখন 'ড্ৰামাৰ' ল'ব লাগে যাতে প্ৰত্যেক গাওঁৰ অন্ততঃ একোজনে একোটা মেইন মেইন পাৰ্ট পায়।"

আন এখন গাঁৱৰ মুখীয়াল ৰত্নই লগে লগে সমৰ্থন জনালে, অৰ্থাৎ আটাহ পাৰিলে, "ভোগাই ঠিকেই কৈছে, তাতে 'বেনিফিনাই' যেতিয়া থিয়েটৰ ভাল হ'ব লাগে।"

জাপ মাৰি উঠি কুবেদাৰেও মত প্ৰকাশ কৰিলে নিজৰ গাঁওখনৰ হৈ, "আৰু এটা কথা এতিয়াই কৈ থওঁ; এইবাৰ কাম ভাগে ভাগে ভগাই দিব লাগে। একেজনে পাৰ্টো কৰিব, ডেৰেছো বিচাৰিব, টিকেট বিক্ৰীও কৰিব, এনে কথা হ'ব নোৱাৰে।"

বিভিন্ন গাওঁৰ প্ৰতিনিধি মোলোকা, মণি, লম্বোদৰ আদিয়েও নিজ নিজ মতামত প্ৰকাশ কৰিলে অৰ্থাৎ আটাহ পাৰিলে।

মেনেজাৰ 'কাইদেউৰ মেনেজাৰীৰ এয়েই সময়। গতিকে, আঙুলিৰ ঠাৰেৰে সকলোকে ঠাণ্ডা কৰি মাত লগালে, "তহঁতে যদি সৰু সৰু কথাবিলাকত ধৰি থাক, ডাঙৰ ডাঙৰ কামবিলাক কেনেকৈ কৰিবি? কোনটো পাৰ্ট সৰু? মোকে দিবি তুৰৰী প্ৰহৰীৰ পাৰ্ট, মই ল'ম এইবাৰ।"

পুৰা এসপ্তাহৰ মূৰত পাৰ্ট কাষ্টিং কোনোমতে শেষ হ'লগৈ। প্ৰত্যেক গাওঁৰ ভাগতে দুই-এটা ডাঙৰ পাৰ্ট পৰিল। আৰু স্বয়ং মেনেজাৰ যোগ কাইদেৱে ল'লে শিৱাজীৰ। মোৰ ভাগত পাৰ্ট নাথাকিলেও দায়িত্ব ডাঙৰ—মই প্ৰডিউচাৰ মেনেজাৰ-ইন-চাৰ্জ, বিন্যাক পেইন্ট-মাষ্টাৰ, দেৱেনক পাব্লিচিটি ডিৰেক্টৰ আৰু শিৱাজীৰ পাৰ্ট ল'বলৈ নাপায় মুখ গোমা কৰি ৰখা ভোগক দিলে একেবাৰে ডাঙৰ, 'আৰ্ট ডিৰেক্টৰ'।

কাৰণ, আমাৰ সকলোৱে মেনেজাৰ যোগ ককাইদেৱে জানে যে এই ভয়ানক ভয়ানক ইংৰাজী নামৰ বাব পোৱা কেইটাই জঙ্ঘীয়া

ভাওনা আৰু পৌৰাণিক নাটৰ থিয়েটাৰৰহে ভাও লোৱাৰ উপযোগী, বুৰঞ্জীমূলক নাটকৰ নহয়। সেই কাৰণে দুই-এটা ভাল পাৰ্ট বৰভগীয়াৰ শিৰ বৰুৱা, খাওন্দৰ চুকৰ খাওন্দ, নৰভকতিবো বৰদলৈক মাতি আনি দিব লাগিব, কাৰণ বেনিফিট নাইট, বদনাম হ'ব। সেইদৰে মিউজিকৰ ক্ষেত্ৰত বাবুলীকে মিউজিক ডাইৰেক্টৰ-ইন-চাৰ্জ বা সঙ্গীত মাষ্টাৰ কৰি দিলেও আচল থিয়েটাৰৰ দিনা ভোলাগুৰিৰ হৰেন শৰ্মাহে মিউজিকৰ চাৰ্জত।

অলপ কম বয়সীয়া দল—যিবিলাকে চকী-বেঞ্চ কঢ়িয়াবই লাগিব সিহঁতক সন্তুষ্ট ৰাখিবৰ কাৰণে পাছদিনা এখন ধেমেলীয়া নাট ফ্রি দেখুৱাৰ ব্যৱস্থা হ'ল। আগদিনাও যেয়ে য'তে পাই দূত প্রহৰী সৈন্য হৈ ওলাব। এই ধেমেলীয়া নাটখন চলাই নিয়াৰ 'সমস্ত' ভাৰ থাকিল কুবেদাৰৰ ওপৰত—সিয়ে মেনেজাৰ, সিয়ে প্রডিউচাৰ, সিয়ে গান মাষ্টাৰ। গতিকে, সি শিৱাজীত একো পাৰ্ট নাপায়, মাত্ৰ ড্ৰেছ বিচাৰি ফুৰিব আৰু যতে সুবিধা পায় টিকেট বিক্ৰী কৰিব। অৰ্থাৎ ড্ৰেছ মাষ্টাৰ সি।

হল ঘৰটো অৰ্থাৎ যোগ' ককাইদেউৰ ভাষাত অডিটৰিয়ামটো বাঁহৰ খুটাৰে সাজি পাতলকৈ খেৰ দি চাব লাগিব। ত্রিপাল দি বেৰ দিব লাগিব। থাৰ্ড ক্লাছ মাটি, অৰ্থাৎ কঠ, পাটি ইত্যাদি পাৰিব লাগিব, চেকেণ্ড ক্লাচ স্কুলৰ পৰা অনা বেঞ্চ, ফাৰ্ষ্ট ক্লাছ আৰামী বেঞ্চ, [ মৌজাদাৰৰ ঘৰত তিনিখন, শইকীয়াৰ দোকানত এখন, যোগ' ককাইদেউৰ ঘৰত এখন আৰু ওলাব বিচাৰিলে ] স্পেচিয়েল ক্লাছ হ'ল চকী, আৰু যোগ' ককাইদেউৰ মতে কোনোবা বাগানৰ চাহাব-মেম যদি আহে তেনেহ'লে দুটা এক্সট্রা স্পেচিয়েল চীট—দুখন মাচিয়া মই সাজি হ'লেও যোগাৰ কৰিব লাগিব। এই থিয়েটাৰৰ মেনেজাৰ হিচাপে এই সকলোবোৰৰ দায়িত্ব মোৰ গাত ; অৱশ্যে মই চকী-বেঞ্চ নিজে কঢ়িয়াব নালাগে। মোৰ তলত এচিষ্টেণ্ট, এক্সট্রা এচিষ্টেণ্ট, ইত্যাদি ভাগ থকাৰ উপৰিও দুখন গৰুগাড়ী 'ৰেডি' থাকিব। গাড়ীত তুলি চকী-বেঞ্চ আনিব ল'ৰাহতে, গৰুৰ প্রয়োজন নাই, হাতেৰে

টানিব। প্ৰত্যেক বিভাগতে এডিচনেল, এক্সট্ৰা এডিচনেল, এক্সট্ৰা এচিষ্টেণ্ট এডিচনেল আদি অসম চৰকাৰৰ দৰেই নতুন নতুন বিষয়-বাবৰ সৃষ্টি কৰিলে আমাৰ সৃষ্টিশীল মেনেজাৰ যোগ কাইদেৱে। শাৰীৰিক কামৰ ক্ষেত্ৰত কিন্তু সাম্যবাদ। স্বয়ং সভাপতি, মেনেজাৰেও কাম কৰিব লাগিব।

ভোগই তথাপিও এদিন ঠেহ ধৰিছিল,—মেনেজাৰে ইংৰাজীতে দীঘলীয়া এজাউৰি বক্তৃতা সোধাই দিলে। তেওঁৰ বক্তৃতাৰ সাৰাংশ হ'ল :—

"কলিকতা, বোম্বাই, দিল্লী আদিত যিবিলাক বেনিফিট নাইট হয়, তাৰ আৰ্ট-ডাইৰেক্টৰৰ কিমান দায়িত্ব আৰু সন্মানৰ কাম ৰাইট ফ্ৰম কিং টু গ্ৰেট কিং, চিপাহী টু চন্তৰী,—অৰ্থাৎ ৰজাৰপৰা মহাৰজা আৰু চিপাহীৰপৰা চন্তৰীলৈ সকলোৱে আৰ্ট-ডাইৰেক্টৰ হ'বলৈ হেঁপাহ কৰে। চিনেমাৰ আৰ্ট-ডাইৰেক্টৰ বুলিলে কোনো কথাই নাই, গোটেই চিনেমাখন।"......

ভোগক ঠাণ্ডা কৰিবলৈ হ'লে এইদৰে ইংৰাজীৰ দুই-এক 'দোজ' দিব লাগে। সি যদি ঠাণ্ডা নহয়, মানুহে ভাবিব ইংৰাজী বুজিকে নাপালে। ভোগই সেই দুৰ্বলতা প্ৰাণ গ'লেও নেদেখুৱায়। আনহাতে, ভোগক সন্তুষ্ট নাৰাখিলে খুটা কঢ়িওৱা, ঘৰ চোৱা, বাঁহ কটা আদি ডাঙৰ কামবিলাক কোনে কৰিব? আৰ্ট ডাইৰেক্টৰ সকলো কামতেই ওস্তাদ হ'ব লাগিব।

পিছদিনা ভোগ আহি সেমেনা-সেমেনিকৈ মোৰ ওচৰত, মই কাম কৰি থকা টেবুলৰ ওচৰত থিয় হ'ল। মই লিখি থকা কলমটোৰ ঠাৰিডাল কামুৰি প্ৰশ্নসূচক দৃষ্টিৰে তালৈ চাই ৰ'লোঁ।

সি তাৰ স্বাভাৱিক নিয়ম ৰক্ষা কৰি পাতনিসহ তাৰ বক্তব্য আৰম্ভ কৰিলে, "শুন মোহন, তই মেনেজাৰ হৈছ যেতিয়া সকলো কথা তোকেই কম। মোক আৰ্ট ডাইৰেক্টৰ পাতিলি, মেইন পাৰ্ট নিদিলি, মই বাৰু ৰাইজৰ কাম বুলি মানি ল'লোঁ। মেনেজাৰ যোগ' কাইদেৱে মই মেইন পাৰ্ট লোৱা ইচ্ছা নকৰে সেই কথা মই জানো। যি নহওক,

মোক কিন্তু যেতিয়াই যি বস্তু লাগে—তেতিয়াই মানে তৎকালে, তাৰ মানে তৎমুহূৰ্ত্তে,—দেন এণ্ড দেয়াৰ বেডি ৰাখিব লাগিব।"

তাৰ কথাৰ মাজত 'অৰ্থাৎ' লগাব লগা হ'লে বা অনেক সহজ কৰি বুজাবৰ হ'লে একোটা ইংৰাজী শব্দ দি তেনে কৰাটোৱে তাৰ জন্মগত সংস্কাৰ।

"আৰু জানিবি মোহন, সেয়ে নহ'লে, সেয়ে নহ'লে, (হাতৰ পেশী দুটা ফুলাই দাঁত কামুৰি) আৰ্ট ডাইৰেক্টৰ-ফাৰ্ট ডাইৰেক্টৰ সকলো 'ৰিজাইনেচাইন' দিম। দেখিম ইয়াত কোনে থিয়েটাৰ কৰিব পাৰে।" সদায়ে ভীমৰ ভাও লোৱা ভোগই সদায়ে কথা মতেই, কাম কৰি আহিছে। এই কথা সাতখন গাঁৱৰ মুনিহ, তিৰোতা পেটুকণা এটায়ো জানে।

মই জানো ভোগৰ তেজ আকৌ গৰম হৈছে, সামান্য একড'জ হোমিওপাথিকৰ প্ৰয়োজন। গতিকে, কলোঁ, "বেষ্ট এচিউৰড এভৰিথিং এটা ইওৰ চাৰ্ভিচ। আৰ্ট-ডাইৰেক্টৰ অলৰেজ গেটচ ফাৰ্ষ্ট প্ৰিফাৰেন্স। অৰ্থাৎ, নিশ্চিন্ত থাক, যি বিচাৰ তাকে পাবি, প্ৰথম সুবিধাবিলাক সদায়ে আৰ্টডাইৰেক্টৰে পায়।" ইংৰাজী দীঘলীয়া হ'লে তাৰ সন্মানাৰ্থে মই অসমীয়া ভাঙনিটোও দি যাওঁ।

সি ঔষধৰ গোন্ধত মূৰ নমাই দিয়া সাপৰ দৰে, সুৰ নমাই মিচমিচকৈ হাঁহি সুধিলে, "কালি মেনেজাৰ, যোগ চাহাবে (সন্মুখত ককাইদেউ বোলে) ইংৰাজীত কি ক'লে অ'? মই যিটো বুজিছোঁ বুজিছোঁ, তথাপি তোৰপৰা শুনিবলৈ আশা কৰোঁ।"

মই সন্তুষ্টচিত্তে সকলোখিনি বুজাই দিয়াৰ লগে লগে আকৌ সুৰটো উঠাই দি হাতৰ সিৰ ফুলাই ক'লে, "শুন মোহন, মোৰ ডাঙৰ দায়িত্ব হ'ল ভৱানী মন্দিৰটো ; সেইটোৱে মেইন। (মেইন শব্দত সদায়ে গুৰুত্ব দিয়ে সি)। মোক নগা-ঢাৰি, ৰঙা-নীলা কাগজ, পেইণ্ট, ব্ৰাছ, তৎক্ষণাত লাগে। মোৰ চৰ্ত্ত হ'ল এই কেইটা—বুলি সি চোলাৰ জেপৰপৰা ভাঁজ কৰা কাগজ এখন উলিয়ালে। তাত

একাদিক্ৰমে তাৰ চৰ্ত্তবোৰ লিখা আছে। সি নিজেই এক-দুইকৈ এফালৰপৰা পঢ়ি গ'ল :

(১) মই মন্দিৰ সাজিম হাবিৰ মাজত। কোন জনপ্ৰাণী, সভাপতি, চেক্ৰেটাৰী, (আনকি তই মেনেজাৰো) মই মন্দিৰ সজা চাবলৈ যাব নোৱাৰিব।

(২) যিটো দৃশ্যত মন্দিৰ ওলাব ঠিক তাৰ আগ মুহূৰ্ত্তত, মন্দিৰ আহি ষ্টেজৰ ভিতৰ সোমাব।

(৩) মই যিটো মন্দিৰ সাজিম, অডিয়েন্সে থিয়েটাৰ চাবলৈ এৰি তাকে চাই থাকিব লাগিব। গতিকে, সেই দৃশ্যটোত হয় অলপ নতুন পাৰ্ট লিখি দিবি, বা চুকুৰা ডান্স এটা, বা দুজন বাটকৰাৰ বহুৱালি দেখুৱাই দিবি, যাতে নঘণ্টা সময় দৰ্শকে মন্দিৰ চাব পাৰে (নয়ন সাৰ্থক কৰিব পাৰে)। ব্ৰেকেটৰ কথাবোৰ সি মুখেৰে কোৱা, কাগজত লিখা নহয়।

মই ক'লো যে ডান্সমাষ্টাৰ বাবুলীয়ে নাৰায়ণৰ হতুৱাই এঘণ্টা দেওধনী নাচ এটা নিশ্চয় দিয়াব পাৰিব। ভাবি-যোগেনে বাটকৰা হৈ ওলাব পাৰিব। অগত্যা কুবেদাৰ আৰু ললিতে বহুৱালি কৰিব পাৰিব। সিও নহ'লে নৰেন বা গোলাপ গোহাঁয়ে 'কেমেৰা-নাচ' এটা দিও দিওকৈ আছে, সেইখিনিতেই দিব পাৰিব। (গোলাপ আৰু নৰেনে ভগা বক্স-কেমেৰা এটা যোগাৰ কৰি এদিন ৰিহাৰ্চেল দেখুৱাই থৈছে। গোলাপে কেমেৰাসহ আৰু নৰেনে তিৰোতা সাজি পেটকামোৰা মানুহৰ দৰে অঙ্গি-ভঙ্গি কৰি থাকি শেহত নৰেনে পোজ দিব আৰু গোলাপে কেমেৰাটো বন্দুকৰ দৰে টোৱাই ধৰি ক্লিক্ কৰি দিব। তাকে কৰিবলৈ নিদিলে সিহঁতে অসহযোগ কৰিব, চকী বেঞ্চ কঢ়িয়াই নিদিয়ে। কাৰণ, সিহঁতে পাৰ্ট পোৱা নাই।)

সন্তুষ্টচিত্তে মোৰপৰা বিড়ি এটা খুজি জ্বলাই লৈ আৰ্ট ডাইৰেক্টৰ ওলাই গ'ল।

হুলস্থুলীয়াকৈ সকলো কাম আগবাঢ়ি পিছ-হুঁহকি যাবলৈ ধৰিলে। ৰাতি ৰিহাৰ্চেলৰ সময়ত সকলো গোটখাই নিজৰ নিজৰ কামৰ

তালিকা আৰু আপত্তি, অভিযোগৰ তালিকা দাখিল কৰিবলৈ ধৰিলে। এইবিলাক আমাৰ স্বাভাৱিক কথা। কিন্তু মাৰাত্মক হ'ল যিদিনা আৰ্ট ডিপাৰ্টমেণ্টৰ পাঁচজন সহকাৰীয়ে একেলগে 'ৰিজাইনেচাইন' দিলে।

সহকাৰী সকলৰ আপত্তি যে সিহঁতক আৰ্ট ডাইৰেক্টৰে দৰমহা খোৱা চাকৰৰ দৰে ব্যৱহাৰ কৰিছে। প্ৰত্যেক কথাতে 'হিটলাৰী' শাসন। আৰু যা-তা কাম কৰিবলৈ দিয়ে, যেনে সি কাম কৰি থাকোতে কোনোবা এজনক পিঠি খজুৱাবলৈ দিয়ে, বা পকা চুলি তুলিবলৈ দিয়ে আন এটাক।

ডাইৰেক্টৰেও লগতে ৰিজাইন দি ক'লে যে এনে অবাধ্য এচিষ্টেণ্টৰ লগত সিও কাম কৰিব নোৱাৰে।

ডেঞ্জাৰৰ ওপৰত ডেঞ্জাৰ হ'ল,—সোণ্দৰ গাৱৰ আটাই কেইজন ল'ৰাই পাৰ্ট ওলোটাই দিলে। কাৰণ, এই কেইদিনৰ ৰিহাৰ্চেলত ওলাই পৰিল যে সিহঁতৰ গাঁৱৰ জ.উৰামক যিটো মেইন পাৰ্ট বুলি দিয়া হৈছিল সেই খাঁৰ আফজল খাঁ ওলায়ে মৰিব লাগে। মৰিয়ে যদি গ'ল হিৰো হ'ল কেনেকৈ ?

ভাগে এতিয়া থিয়েটাৰ !

আফজল খাঁৰ পাৰ্টিৰ দাবী হ'ল শিৱাজীৰ লগত আফজল খাঁৰ এখন তয়াময়া যুঁজ হ'ব লাগে। তাৰ পিছত অগত্যা যদি আফজল যা নমৰিলে নহয়, নাটকত যদি সেইকণ সলনি কৰিব নোৱাৰি, তেনেহ'লে মৰক বাৰু।

মেনেজাৰ যোগ' কাইদেউৰ আচল নেতৃত্বৰ সমস্যা। তেওঁ তৎক্ষণাত আৰ্ট ডিপাৰ্টমেণ্টৰ সহকাৰীসকলক বেলেগ ডিপাৰ্টমেণ্টলৈ বদলি কৰি ক'লে, "যাৰ যাৰ আৰ্ট সম্পৰ্কে জ্ঞান আছে, অৰ্থাৎ আৰ্টিষ্টিক চেন্স আছে, সিহঁতহে আৰ্ট ডিপাৰ্টমেণ্টলৈ আহিব পাৰে।" মেনেজাৰে লগে লগে মিকচাৰ এটাও পকাবলৈ আৰম্ভ কৰি দিছে।

সকলো গহীন হৈ গ'ল, অলপ সময় কাৰো মুখত মাত নাই। তাৰ পিছত ঔষধে গুণ ধৰিলে। আগৰ কেইজনেই ভোৰভোৰাই আৰ্ট ডিপাৰ্টমেণ্টলৈ উভতিল: "আৰ্ট সম্পৰ্কে আমিও একেবাৰে

নজনা নহয়, ইমান মূৰ্খ নহয় আমি, আৰ্টৰ জ্ঞান আমাৰো আছে। কিন্তু বাঁহৰ কাঠি তুলোৱা, বেতৰ সূত চঁচা, বাঁহৰ কামি কৰা, চাহ কৰা, খৈনী মোহাৰি দিয়া, পকা চুলি তোলা, এইবোৰ কামহে আমাক কৰিবলৈ দিছে।"

"আলবৎ"—ষ্টাৰ্ট দি উঠিল মেনেজাৰ যোগ' কাইদেউ। "আৰ্ট হেজ এভৰিহোৱেৰ, হিয়াৰ, ডেয়াৰ—হিদাৰ, দিদাৰ,—এনিহোৱেৰ এণ্ড এভৰিহোৱেৰ। অৰ্থাৎ আৰ্ট সকলোতে আছে। তইঁতৰ আৰ্ট ডাইৰেক্টৰকে সোধচোন। সি আৰ্ট ডাইৰেক্টৰ হ'লেও ঘৰ চোৱা, বাঁহ কটা, বেঞ্চি কঢ়িয়া, এইবিলাক কাম নকৰেঁ। বুলিছেনে? সি জানে আৰ্ট সকলোতে আছে, আৰ্ট 'হেজ এভৰিহোৱেৰ'।

আৰ্ট ডাইৰেক্টৰে গদগদ হৈ সহকাৰীবিলাকলৈ চাই ক'লে, "হেৰ' আৰ্ট নাজানিলে কেৰেপত থকা বাইটোকে উলিয়াবি কেনেকৈ মূৰ্খহঁত?"

আৰ্ট ডিপাৰ্টমেণ্টক ঠাণ্ডা কৰি মেনেজাৰে মিকচাৰ অলাই লৈ আফজল খাঁৰ পাৰ্টিৰ ওপৰত ৰূঢ়ভাৱে জপিয়াই পৰিল:

"তইঁতৰ মাজত হাইস্কুল দেখা দ'ৰাও আছে। তইঁতৰ লীডাৰ জাউৰামেই হাইস্কুল কি চিনি পায়। কিন্তু হিষ্টৰী অৰ্থাৎ বুৰঞ্জী তহঁতে নাজান, এই অজ্ঞতা ইয়াত কিয় প্ৰকাশ কৰিবলৈ আহিলি? নি অ' জাউৰাম?"

জাউৰামক ওঁঠ চেলেকিবলৈ দি যোগ' কাইদেৱে স্পীড বঢ়াই দিলে, "আফজল খাঁ বীৰ, হিষ্টৰীৰ ৰিয়েল হিৰো, খাটী বীৰ। কোন মূৰ্খই নহয় বুলি কয় মই চেলেঞ্জ কৰোঁ। আফজল খাঁৰ লগত শিৱাজীৰ যুদ্ধ লগালে বুৰঞ্জী নতুনকৈ লিখিব লাগিব। কোন মূৰ্খই কয়, যে⋯" আধা কৈ বৈ যোৱা কথাৰ গুৰুত্ব বেছি আৰু কথাষাৰৰ শেষ শব্দ কেইটা কি হ'ব সেইটো যোগ' কাইদেৱেও নাজানে, গতিকে এনেদৰে কথাৰ মাজতে দম দি বৈ যোৱাৰ অভ্যাস এটা তেওঁৰ আছে।

সকলো লগে লগে বৈ গ'ল। তেওঁ আকৌ চেলেঞ্জ দিলে, "কোন মূৰ্খ আছে মই চেলেঞ্জ কৰোঁ।"

তেনে মূৰ্খ কোনো নাছিল গতিকে চেলেঞ্জ গ্ৰহণ কৰিবলৈ কোনো আগবাঢ়ি নাহিল।

তাৰ পিছত এদিন সন্ধিয়া 'ছত্ৰপতি শিৱাজী'ৰ (বেনিফিট নাইট) থিয়েটাৰ আৰম্ভ হ'ল।

মানুহক দিবলৈ ঠাই নাই, চকী, বেঞ্চ সকলো শেষ, ইপিনে টিকেট শেষ, হৈ-চৈ, গণ্ডগোল আৰম্ভ হোৱাত স্থানীয় মৌজাদাৰ শৰ্মা আৰু ধনভঁৰালী শইকীয়া লৰি আহি সকলোকে হাতযোৰ কৰি দ্বিতীয় দিনাও দেখুৱা হ'ব বুলি প্ৰতিশ্ৰুতি দিহে ৰাইজক সৈমান কৰিলে।

ষ্টেজৰ এচুকত টেবুল এখনত কাগজ-পত্ৰৰ ফাইল লৈ এই থিয়েটাৰৰ মেনেজাৰ মই হিচাপত ব্যস্ত। বাহিৰত প্ৰথম দৃশ্য আৰম্ভ হৈ গ'ল।

ফোঁপাই-জোপাই সোমাই আহিল আৰ্ট-ডাইৰেক্টৰ ভোগ আৰু এজন সহকাৰী দেউটি শৰ্মা। দেউটিয়ে তাক খৈনীৰ যোগান দিয়ে। সি আহিয়ে মোৰ ওচৰত থিয় হৈ নাটকীয় ভঙ্গিত মোক চিঞৰিলে, "মোহন, মোহন!"

মই লিখি থকাৰ পৰাই তাৰ মুখলৈ কেৰাহিকৈ চালোঁ।

"মোক ঠিক ৰাইট টাইমটো কৈ দে। মই লৈ আহিম।" তাৰ পিছত সেপঢুকি প্ৰেম পিছল সুৰত ক'লে, "তুমি জানিবা মোহন, (মোতকৈ বহুত ডাঙৰ হ'লেও মোক কেতিয়াও তুমি সম্বোধন নকৰে) মন্দিৰৰ যিটো কলচী দিছোঁ। মানুহে ভাবিব সঁচাসঁচি শিৱদ'লৰ সোণৰ কলচীটোহে। কিন্তু আচলতে কলদিল এটাৰ ওপৰতহে কাপোৰ কাগজ মেৰিয়াই ৰাংপাতা লগাই মণি আৰি দিছোঁ, কোনো বেটাৰ ধৰিবৰ তাগজ নাই।"

মই কামত আমনি পাই খং উঠি বিৰাট ধমক এটা উৰালোঁ। ভোগক ধমকিয়াবলৈ আধাসেৰী কলিজাৰ (আজি কালিৰ জোখত আধাকেজি) প্ৰয়োজন হয়, আৰু আজিলৈকে কোনেও সেই কাম কৰিব পৰা নাই। গতিকে প্ৰথম কোবত থংমং খাই সি বৈ গ'ল।

মই তৎক্ষণাৎ ধমকিৰ যুক্তি আগবঢ়ালোঁ, "তোৰ আৰ্ট চিক্ৰেট-বিলাক এনেকৈ কিয় এক্সপোজ কৰি অৰ্থাৎ মুকলি কৰি দিছ? তোৰ তেতিয়া 'ভেলু' ক'ত থাকিব? যেয়ে-সেয়ে দেখোন আৰ্ট-ডাইৰেক্টৰ হ'ব পাৰিব।"

সি তেতিয়াহে মিচ্‌মিচকৈ বিজয় আৰু গৌৰৱৰ হাঁহি এটা মাৰিব পাৰিলে। ক'লে, "তোমাকহে কৈছোঁ।"

"মোক কিয়, ইভন অ'ন ফাদাৰ-মাদাৰকো, নিজৰ মাক-বাপেককো ক'ব নেপায়। কোনে জানে কাইলৈ ময়ে তোৰ ৰাইভেল অৰ্থাৎ প্ৰতিদ্বন্দ্বী নহম ?"

দেউতিয়ে মোৰ কথাত সৰ্বান্তকৰণৰে সমৰ্থন দিলে।

"বাৰু তেনেহ'লে" মিচমিচিয়া হাঁহিটো মাকে কেচুঁৱা পথালি কোলাকৈ লোৱাদি ওঁঠ দুটাৰ মাজত লৈ সি ক'লে, "মই দুৱাৰ মুখতে 'খাৰা' থাকিলোঁ। তই মোক ইঙ্গিত দিয়াৰ তৎমুহূৰ্তেই মই মোৰ ডিপাৰ্টমেণ্টক লৈ গৈ ভাৰ-সাঙ্গি কৰি মন্দিৰ লৈ আহিম। আচল কথা কি জান ? মই বস্তুটো ইতিমধ্যে আনি ওচৰৰ হাবিৰ মাজত লুকুৱাই থৈছোঁ। মোৰ প্ৰহৰী দুটা দুফালে খাৰা। কোনো সেইফালে যাব নোৱাৰে।"

"বেছ, বেছ, তই সঁচাকৈয়ে এক্সপাৰ্ট", বুলি মই মোৰ কামত মন দিলোঁ। সি কিন্তু অলপ আঁতৰ হৈ ৰজাৰ ওচৰত প্ৰহৰী থকাৰ দৰে চুটিকৈ কমৰমাৰি পিন্ধা চুৰিয়াখন আৰু ঘামত গোন্ধোৱা গেঞ্জিটোৰে এলাৰ্ট অৱস্থাত থিয় হৈ ৰ'ল। মোৰ ইঙ্গিত পালেই যাব, যাব নহয়, দৌৰ !

বাহিৰত তেতিয়া ক্লেপ্টৰ ওপৰত ক্লেপ্ট, এংকৰ, এংকৰ চিঞৰ। থিয়েটাৰ ভাল হৈছে।

ভোগই এলাৰ্ট অৱস্থাতে থাকি মোৰ ফালে মুখ নুঘূৰোৱাকৈয়ে কৈ গ'ল, "শুনিছ ? শুনিছনে ? মোৰ মন্দিৰ ওলালে চাবি।"

অৱশেষত সেই সংকটময় শুভমুহূৰ্তটো আহি পৰিল। মই প্ৰ'গ্ৰাম চাই সৰুকৈ সুহুৰি এটা মাৰি চেপা মাতেৰে মাতিলোঁ, "ভোগ"।

সি কেৰাহিকৈ মোৰ ফালে চায়েই ভিতৰলৈ ট্ৰে এখনত চাহ লৈ সোমাই অহা খাদ্য ডিপাৰ্টমেণ্টৰ বিষ্যাক খুন্দা মাৰি সৰ্বস্বান্ত কৰি, থিয়েটাৰৰ সাফল্য জনাবলৈ অডিটৰিয়ামৰপৰা হুৰমূৰকৈ লৰি সোমাই অহা নীল ককাইদেউৰ নাক-দেউনা ভাঙি, অস্থায়ী দুৱাৰৰ কামিৰ আগত গেঞ্জিটোৰ এফাল এৰি থৈ গ'লগৈ মৰা ফুটবলটোৰ দৰে বাহিৰ হ'ল।

আমি উদ্বিগ্ন হৈ বাট চালোঁ। আৰু বা ক'ত কি দুৰ্ঘটনা হয়! বাটতে মন্দিৰ নাভাঙিলেই ৰক্ষা!

প্ৰায় দহমিনিটমানৰ পাছত ভোগ ফোঁপাই ফোঁপাই আহি মোক দুৱাৰমুখৰপৰা হাত বাউল দিবলৈ ধৰিলে। হাত বাউলতো নহয়— হাতেৰে ধৰি যেন টানি নিয়া। উঠি গৈ দেখোঁ ষ্টেজৰ পাছফালৰ বাকৰিখন আবৰি হঠাৎ যেন এটা মন্দিৰ গজি উঠিল! সঁচা-সঁচি এটা মন্দিৰ—দুৱাৰ আছে, খটখটি আছে। গাত নানাবিধ দেৱ-দেৱীৰ মূৰ্তি অতি যত্নেৰে চিত্ৰিত কৰা আছে আৰু আটাইতকৈ কাৰুকাৰ্য্য-ভৰা অংশটো হ'ল মন্দিৰৰ কলচীটো। বোধহয় আধাখিনি যত্ন অকল কলচীটোতে গৈছে। কোনোবা এটাই টৰ্চ মাৰি দিয়াৰ লগে লগে কলচীটো হীৰা মুকুতা জ্বলাদি জ্বলিবলৈ ধৰিলে। ভোগৰ ধমকিত আপোনা আপুনি তাৰ হাতৰপৰা টৰ্চ খহি পৰিল। বাহিৰৰ কোনোৱে যদি আগতেই কলচী দেখি পেলায়!

সঁচাকৈয়ে ভোগৰ কি আসুৰিক পৰিশ্ৰম গ'ল মন্দিৰটো দেখাসকলে অনুমান কৰিব পাৰিলে।

ভোগই মোৰ কাষ চাপি ফুচ্‌ফুচাই ক'লে—"দেখিলি কি চাংঘাটিক মন্দিৰ।"

"মাৰ্ভেলাচ" মই উত্তৰ দিলোঁ। "কিন্তু মন্দিৰটো ভিতৰ সুমুৱাব-পৰা হ'ব কেনেকৈ?"

"হয়তো।" এই সমস্যাটোৰ কথা কোনেও, আনকি ভোগয়ো কল্পনা কৰিব পৰা নাছিল—এই মুহূৰ্তলৈকে।

থৎমৎ খাই ৰ'ল ভোগ। আমি সকলোৱে প্ৰলয়ৰ ক্ষণ গণিবলৈ ধৰিলোঁ।

"কাট বেৰ কাট।" পথালি বেৰৰ খুটা, ইকৰাবোৰ আৰ্ট ডিপাৰ্টমেণ্টৰ শিল্পীদলৰ মিৎদাৰ কোবত মুহূৰ্ততে খণ্ড খণ্ড হৈ গ'ল।

সকলোৱে হৈ-ছ বল দিয়াত মন্দিৰটো ভিতৰলৈ সুমুৱাব পৰা হ'ল হয়—কিন্তু পোন কৰিব নোৱাৰি ; কলচী গৈ চালত খোঁচ খাই ধৰে।

সকলোৱে নীৰৱ নিস্তব্ধ হৈ ভয়ে ভয়ে ভোগলৈ চাই ৰ'ল। সি

খণ্ডত গোটেই ষ্টেজঘৰটোকে কাটি নেপেলালেই ৰক্ষা!

"আন, দা আন, ঠেং কাট"—বুলি আৰ্টিষ্টসকলক নিৰ্দেশ দি তাৰ স্বভাৱমতে নিজেই দা লৈ মন্দিৰৰ খুটিকিটা দুহাতমানকৈ ঘপাঘপ কাটিবলৈ লাগি গ'ল স্বয়ং আৰ্ট ডাইৰেক্টৰে।

তাৰ পিছত মন্দিৰ পোন হ'ল।

"কিন্তু কলচী? কলচী দেখোন মুধ পালেগৈ?" কোনোবা এজনে আঙুলিয়াই দেখুৱালে। ভোগই দাঁত কৰচি কৰচি তালৈ চাই ৰ'ল।

"কাট, আৰু কাট"—বুলি নিজেই আৰু দুহাতমান ঘপাঘপ কাটিবলৈ লাগিল। মন্দিৰৰ দুৱাৰৰ আধা সমানে কটা গ'ল। খটখটিবিলাক কাগজৰ জাবৰ কিছুমানত পৰিণতি হৈছিল। বান্ধি দিয়া কামি এটুা কোবেৰে এৰাই মন্দিৰৰ গাৰ এফালৰ কাগজ-কাপোৰবোৰ চিৰাচিৰ কৰি ভিতৰৰ জঁকাতো উলিয়াই পেলালে।

"এতিয়া উপায়?"

ভোগ মিছা মাছটোৰ দৰে ঠৰঙা হৈ পৰিল। গতিকে আমিয়ে উপায় কৰিলোঁ। ঠেলি-হেচি মন্দিৰটো এচুকলৈ নি ভালে থকা সামান্য অংশ যাতে দৰ্শকৰ চকুত পৰে তাৰ ব্যৱস্থা কৰিলোঁ। ভোগই প্ৰশ্নবোধক চিনটোৰ দৰে ঠৰঙা হৈ খুটা এটাত আউজি থকাৰপৰাই হতাশাৰস্থৰত ক'লে—"কলচীটো দেখুৱাৰ কিবা উপায় কৰিব নোৱাৰিনে?"

"কিন্তু কেনেকৈ? স্কাইবিলাকে যে ঢাকি ধৰে?" কোনোবা এটাই উত্তৰ দিলে।

"অৱশ্যে মাটিত আনি নমাই থ'ব পাৰি। বৰ ভুঁইকপত খহি পৰা শিৱদ'লৰ কলচীৰ দৰে।"

"কিন্তু ভৱানী মন্দিৰত সেইটো উচিত নহ'ব নহয়। নহয় জানো ভোগ?" ভোগৰ দুৰ্বলতাৰ সুযোগ লৈ আন এজনে টিপ্পনি কাটিলে।

থিয়েটাৰ চলি গ'ল। যোগেন, ভাবিয়ে বাটকৰাৰ সাজ পিন্ধি বিড়ি হুঁপি হুঁপি ষ্টেজৰ এচুকৰ ভগাচকী এখনতে হেঁছি ঠেলি বহি থাকিল। বাটকৰাৰ 'চিন' 'কেনচেল' হ'ল। নাৰায়ণে দেৱদাসীৰ সাজ সোলোকাই তাৰ ডিপাৰ্টমেণ্টৰ চাহখোলাত বহিলগৈ।

আধাঘণ্টা ঘৰ্মাক্ত পৰিশ্ৰমৰ পাছত সকলোৱে চাহ গিলাচ লৈ বহিল।

মই চাহৰ গিলাচ লৈ টেবুলত বহিলোঁ। ভোগই ছুগিলাচ চাহ ছুঢোকত শেষ কৰি মোৰ ওচৰ চাপি সুধিলে, "চাওঁ মোহন, বিড়ি এটা দে। মন্দিৰৰ কাগজ আৰু কাপোৰত মোৰ পকেটৰ গৈছে—বিল দিম, পইচা কিন্তু দিব লাগিব।"

"ৰেষ্ট এচিউৰড, বিল দিবি সৰহকৈ।"

"আৰু শুন, মোৰ নামটো আৰ্টডাইৰেক্টৰৰপৰা বাদ দি দে" সি মুখখন জোঙাকৈ বিড়ি এটা জ্বলাই দীঘলীয়া হোঁপা দি ক'লে- "মই 'ৰিজাইনেচাইন' দিলোঁ।"

মই খৰধৰকৈ বাধা দি ক'লোঁ, "ধেৎ বাহিৰত মন্দিৰ ওলাই গ'ল, প্ৰ'গ্ৰামত নাম ছপা হ'ল, এতিয়া ৰিজাইন দিয়েনে? নালাগে, আৰ্ট ডাইৰেক্টৰ হৈয়ে থাক। অকল মন্দিৰেই হে আৰ্টনে? এইবিলাক ভঙা-চিঙা, বস্তু কঢ়িওৱা, ক'ত আৰ্টৰ কাম আছে, থিয়েটাৰ ভগাৰ পিছতহে আচল আৰ্টৰ কাম আৰম্ভ হ'ব।" মই চাহৰ গিলাচৰ কাষেদি তালৈ কেৰাহিকৈ চাই ক'লো।

( 'মই পিপলি আৰু পূজা'ৰপৰা ঃ ১৯৫৯ )

# বৰযাত্ৰী

জনম-মৰণ-বিবাহ,—উক্তিটোৰ বাস্তৱ সত্যতাও আছে। বিশেষকৈ আজিকালিৰ বিয়াত। বিয়া বুলিলেই আজিকালি বহুতৰ (সকলোৰে) বুকুৰ কঁপনি উঠে। বিশেষকৈ দৰাঘৰীয়াৰ। প্ৰায় আধামাইল আঁতৰে আঁতৰে বাট-ভেটাৰ (দৰা-আগচা) নামত মদপী কিছুমানৰ 'বটলিয়ালী', অভদ্ৰ ব্যৱহাৰ,—আনকি কে'বাখনো বিয়াত মূৰ ফটাফটিৰ বাহিৰেও প্ৰাণনাশ হোৱাৰ বাতৰিও কাকতত মাজে মাজে পঢ়িবলৈ পোৱা যায়। হিন্দুৰ প্ৰায়বিলাক উৎসৱেই—কি বিহু, কি ফাকুৱা, কি দীপাৱলী, কি বিবাহ, অধঃপাতে গৈছে আৰু সেইবিলাকৰ সুবিধা লৈ কিছুমান অসামাজিক শক্তিয়ে মূৰ তুলি উঠিছে। এনেবোৰ কাৰণতে পৰ্ব-উৎসৱৰ নামত আৰু বিশেষকৈ বৰযাত্ৰী হোৱাৰ নামত সাতসিৰ কোঁচ খায়। তথাপি দায়িত্বত পৰি বৰযাত্ৰী হ'ব লাগে। এবাৰ এজন বন্ধুৰ বিয়াত বাধ্যত পৰি এনে বৰযাত্ৰী হ'ব লগা হ'ল। আমি কেইজনমান বন্ধুৱে এখন এম্বাছেদৰ গাড়ীত যথাসময়ত দৰাৰ লগত যাত্ৰা কৰিলোঁ। বহুত অকোৱা-পকোৱা আলিয়েদি বিয়াঘৰলৈ যাব লাগে। কেঁচা আলি, আগহ'লে পিছৰ গাড়ীত অহা মানুহে ধূলি খায় আৰু পিছ পৰিলে আমি ধূলি খাওঁ। কেতিয়াবা ধূলিৰ কোবত গাড়ী চলাবই নোৱাৰা হয়। এবাৰ পিছ পৰাত আমাৰ গাড়ী বৈ যাব লগা হ'ল ধূলিৰ প্ৰতাপত। সিফালৰপৰা এখন ডিজেল ট্ৰাক অহা কাৰণে আলিটো ঠেক হোৱাত বহুত সময় আমাৰ গাড়ী ৰখাই দিব লগা হ'ল। সেইখিনিতেই কলি সোমাল আমাৰ গাড়ীত। আগৰ গাড়ীখন (দৰা যোৱা এম্বাছেদৰ) আৰু বাছখন (তিৰোতা-মানুহ, ল'ৰা-ছোৱালী, দুই-এজন অভিভাৱক জাতীয় মুনিহ) আগ হৈ গুছি গ'ল; কেইবাটাও ফালৰি কাটি যোৱা বাট, কোন বাটে গ'ল একো ধৰিব নোৱাৰিলোঁ। প্ৰায় সাত-আঠ মাইল বাট আগুৱাই গৈহে বুজিব পাৰিলোঁ বাট ভুল হ'ল। মাজৰাতি, মানুহ শুই নিঃপালি, তথাপি দুৱাৰত ঢকিয়াই-ভকুৱাই মানুহক জগাই কইনা-ঘৰৰ ঠিকনা সুধি যেতিয়া কইনা-ঘৰ পালোগৈ, তেতিয়া কইনা হোমৰ গুৰিলৈ

উলিওৱাতো হ'লেই, বৰহোমো দিছেই। ভোক, ঠাণ্ডা (জাৰকালি আছিল আৰু ভালকৈ ঠাণ্ডা পৰিছিল) ভাগৰ আৰু পিয়াহত আমি লালকাল হৈ পৰিলোঁ। দৰাৰ অভিভাৱকৰ ওপৰত যথেষ্ট খঙো উঠিল ; তেওঁলোকৰ কৰ্তব্য আছিল আটাইবিলাক গাড়ী লগ হৈ যোৱা ! আমাৰ খং দেখি কইনাঘৰীয়া কেবাজনো মুখীয়াল লোকে বৰ ভাৱস্তিৰে বঢ়াই-বুজাই, গৰম গৰম চাহ-লুচিৰ ব্যৱস্থা কৰি আমাক শান্ত কৰিলে। ভাত আমি নাখালোঁ, যদিও কইনা ঘৰতে ভাতৰ ব্যৱস্থা কৰা হৈছিল।

যিজন ভদ্ৰলোকে আমাক বেছি আলহ-উদহ কৰাত আগ ভাগ লৈছিল, তেওঁ খুহুটীয়া ধৰণৰ কথা কৈ আমাৰ শুকান মুখতো হাঁহিৰ সৃষ্টি কৰিব পাৰিলে। মোৰ লগত মানুহজনৰ খাতিৰ অলপ বেছি ধৰণৰ হৈ পৰিল। চাহ-জলপান খুউৱাৰ পিছত চিগাৰেট, তামোল আগবঢ়াই দি তেওঁ মোলৈ চাই ক'লে, "পিছে এনেবিলাক ঘটনাৰো কেতিয়াবা ডাঙৰ অৰ্থ থাকে, থাকিব পাৰে ; অভিজ্ঞতাৰ উপৰিও চিনেমা নাটকৰ দৰে ঘটনাও বৰযাত্ৰীৰ ভাগ্যত ঘঠিব পাৰে। এবাৰ মোৰ জীৱনতে তেনে এটা ঘটনা ঘটিল, বিশ্বাস কৰে যদি ক'ব পাৰোঁ।

আনকি, ভঙ্‌ৱা-মেলৰ কাহিনী হ'লেও আমি শুনিবলৈ ৰাজী। কিয়নো, অলপ পিছতে দৰা-কইনা যেতিয়া ভিতৰলৈ নিব, তেতিয়া দৰাঘৰীয়াক চাহ-তামোল দূৰৰ কথা মাত এষাৰ দিয়া মানুহো নাথাকিব আৰু আমি এলেংপৰীয়া দি থাকিব লাগিব। গতিকে সময় কটোৱাৰ এই সুযোগ এৰিব নোৱাৰি। তাৰ উপৰি, মানুহজনৰ কোৱাৰ ভঙ্গীও আকৰ্ষণীয় আৰু খুহুটীয়া। কাহিনীটোও নাটকীয়। আমি চিগাৰেটত হোঁপা দিবলৈ পাহৰি গলোঁ। কাহিনীৰ আৰম্ভতে তেওঁ নিজৰ পৰিচয় দি ক'লে, "দীনদয়াল লস্কৰ, স্বনামধন্য, উকীল মোৰ বিয়া হোৱাৰ দুমাহ পাৰ হৈছেহে,—যদিও দেখাত বহুদিনৰ আগতে বিয়া কৰোৱা মানুহ যেন লাগিছে আপোনালোকৰ ! তাৰো কাৰণ আছে। এই কন্যাঘৰ মোৰ পৰিবাৰৰ আত্মীয়ৰ ঘৰ।

স্বনামধন্য লস্কৰে এই কেইটা কথাৰ মাজতে হাঁহিত আমাৰ

পেটে খোচ মাৰি ধৰিলে, বিয়াঘৰীয়া আন মানুহৰ চকুত পৰাৰ ভয়ত আমি মুখ টিপি জোৰ কৰি হাঁহিবোৰ হেঁচি ধৰিবলৈ যাওঁতে পেটৰ বিষ। বুজিলোঁ, তেখেতৰ কাহিনীয়ে বিয়াৰ এই সময়খিনি বেছ জীৱন্ত কৰি তুলিব।

লস্কৰৰ কাহিনীটোকে তেওঁৰ ভাষাৰেই গল্পৰ আকাৰত আগবঢ়ালোঁ।

···"মৃগেনৰো বিয়া ঠিক হ'ল অৱশেষত। আমাৰ দলটোৰ ছজনৰ ভিতৰত খন্দুৱা পৰিলোঁ মই। মই আমাৰ দলৰ তিনিজন হিন্দুৰ উমৈহতীয়া ঘট-ধৰা সখি। সেই সূত্ৰ বা প্ৰথামতেই মৃগেনৰো সখি হ'ব লাগিবই। আমাৰ দলটো খিচিৰি ধৰণৰ; প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ আব্দুল হাকিম, দ্বিতীয় শ্ৰেণীৰ চিনেমা হল এটাৰ মালিক ৰহমান, তৃতীয় শ্ৰেণীৰ স্কুল-শিক্ষক হৰেশ্বৰ বৰুৱা, ইঞ্জিনীয়াৰ জগমোহন দাস, যাৰ নিজা এটা সৰু ইঞ্জিনীয়াৰিং কাৰখানা আছে আৰু এম. এল. এ. মন্ত্ৰীৰ লগতো খাতিৰ-বাতিৰ আছে, মুঠতে পাৱাৰফুল। ইজন হ'ল সৰু প্ৰেছ এটাৰ মালিক, নগেন শইকীয়া। মই মাত্ৰ উকীল, মক্কেলহীন। মাছহীন পানী, তৰাহীন ৰাতি, মক্কেলহীন উকীল, মানুহে কয়। গতিকেই বিয়াৰ বজাৰতো খন্দুৱা পৰা। মোৰ চিন্তাত বন্ধুৰ দলটোৰ ৰাতি টোপনি নাহে, সেই কাৰণে গোটেই ৰাতি মোৰ ঘৰত প'কাৰ, তিনপাট্টা, ৰামী খেলি ৰাতিবিলাক কটাই দিয়ে। মাংস-পৰঠাৰ খৰচ মোৰ, ভোদ্‌কাৰ খৰচ তেওঁলোকৰ। ড্ৰাই এৰিয়া কাৰণে ভোদ্‌কাৰ ব্যৱস্থা।

মোৰ দূৰ সম্পৰ্কীয় দদাই এজনৰ বাহিৰে গা-লাগি ধৰোঁতাও নাই, ভনী এজনী আছিল অৱস্থাপন্ন ল'ৰাত বিয়া দিলোঁ, নিজঞ্জাল। তথাপি বন্ধুহঁতৰ চেষ্টাত এঠাইত ছোৱালী ঠিক-ঠাক্ কৰা হৈছিলগৈ; কিন্তু ছোৱালীয়ে ভাত-পানী এৰি ৰোহ ঘৰত পৰিল। দীনদয়াল ধৰণৰ মান্ধাতা আমোলৰ নামৰ মানুহ এজনৰ লগত বিয়া হোৱাতকৈ বোলে ছোৱালীয়ে গোটেই জীৱন গ্ৰাম-সেৱিকা হৈ কটাব। বন্ধু নগেন শইকীয়া আৰু মাষ্টৰ বৰুৱাই কিন্তু মোক বাৰে বাৰে ৱাৰ্ণিং

দিছে, কেতিয়াও যেন নাম নসলাওঁ, লাগে ডাং-বৰলা হৈয়ে থাকোঁ। কাৰণ, আজিৰ দ্ৰুত পৰিৱৰ্তনশীল সমাজত দীন-দয়াল ধৰণৰ নামৰ ঐতিহ্য ময়ে ৰক্ষা কৰিব লাগিব। অৰ্থাৎ চিৰকাল ময়ে মাংস-পৰঠাৰ যোগান ধৰিব লাগিব।

মোৰ কিন্তু সখি হোৱাৰ ইচ্ছা নাই চতুৰ্থবাৰ। হোমৰ গুৰিত দৰাৰ লগত বহি বহি হোমৰ জুইত দেহা ক'লা পৰিল। (আগেয়ে মই কিন্তু ইমান ক'লা নাছিলোঁ দেই!) হোমত আমখৰি জাপি দিওঁতে দিওঁতে আঙুলিত কাঠ বান্ধিলে। তাৰ উপৰি দৰাক টেৰিলিন পেন্ট-চাৰ্ট, সোণৰ আঙুঠি প্ৰেজেন্ট দিব লাগিব, জনতা চুৰিয়া গেঞ্জী দিলে নহ'ব ডিমাণ্ড। বোপায়ে সাজি যোৱা ভেৰোণীয়া ঘৰ কেইটা আৰু মাটি-বাৰী নোহোৱা হ'লে তেতিয়াবাই সন্ন্যাসী হৈ গ'লোঁহেঁতেন আকৌ চাওঁক, সখি হ'বলৈ হ'লে দৰাৰ সমানে ব্ৰত খাটিব লাগিব, দৰাৰ সমানে মাঘ-মহীয়া জাৰতো গাতে তেল-হালধি সানি সখিকো নোৱাব আৰু ছোৱালীহঁতৰ অত্যাচাৰ সখিৰ ওপৰতে বেছি, চকুত পিঁয়াজৰ ৰস সানি দিয়ে···"কথাখিনি কৈ যোৱাৰ লগে লগে স্বনামধন্য দীন-দয়াল লস্কৰৰ চকুত যেন সঁচা-সঁচিকৈ সেই মুহূৰ্ততে পিঁয়াজৰ ৰস লাগিলেই, চকু ৰঙা পৰিল, অলপ অলপ পানী ওলাল। আমি হাঁহিৰ মাজতেই খন্তেক বৈ অনুভৱ কৰিলোঁ যে আমাৰো চকুত পিঁয়াজৰ ৰস লাগিলেই। কিন্তু এতিয়া চকুত পানী দেখুৱাবৰ সময় ক'ত, কাহিনীটো শুনিবলৈহে আমি উদগ্ৰীৱ, গতিকে, চিঞৰি দিলোঁ,"কৈ যাওঁক লস্কৰ ডাঙৰীয়া, সখি হ'লনে নাই আপুনি মৃগেনৰ?"

"সখি নোহোৱাকৈ পাৰিম বুলি ভাবিছেনে?"

চকুহাল কৃত্ৰিমভাৱে মোহাৰি মোহাৰি দীনদয়ালে কৈ গ'ল: "মৃগেনে মুখ ওফোন্দালে। বেচেৰা নিৰীহ প্ৰাণী, সাহায্য নোপোৱা নতুন কলেজ এখনৰ অধ্যাপক, সখি হ'বই লাগিব। মৃগেনতকৈও দুখ বেছি হৈছিল তাৰ অভিভাৱক, তাৰ বেঙ্কাৰ অৰুণকান্তি দাসৰ; তেওঁৰ মতে আজি-কালি সখিয়ে মাংস ভোদ্‌কা খায়ো সখি হ'ব পাৰে, ঘট ধৰিব পাৰে, যিহেতু আজিৰ দৰায়ো ভোদ্‌কা খায়।

বিয়াৰ দিনা মোক কিন্তু দৰাৰ লগত যাবলৈ নিদিলে মোৰ বন্ধুৰ দলটোৱে। দৰাৰ লগত পুৰোহিত, দৰাৰ লিগেল গাৰ্জেন অৰুণকান্তি, দৰাৰ মোমায়েক, ইত্যাদি বিলাক গ'ল। বাছখনত ছচিয়াৰ মানুহৰ ভিতৰত হেমন্ত ভূঞা, তুতিৰাম মুক্তিয়াৰ, আদি আমাৰ দলৰে দুজনমানো গ'ল।

ইঞ্জিনীয়াৰ জগমোহন দাসৰ লগত কন্যাৰ ককায়েকৰ আগেৰেপৰাই বৰ হলিগলি; মানে নলেগলে লগা। ঠিকা-ঠুকলিৰ বহুত সা-সুবিধা দিয়ে। কিন্তু তেওঁলোকৰ ঘৰলৈ কেতিয়াও যোৱা নাই—ইঞ্জিনীয়াৰৰ ঘৰলৈহে যায়। বিয়াৰ মাৰ্কেটিং কৰোতেও দাসে বহুত সহায় কৰি দিছে। গতিকে, এতিয়া তেওঁলোক দৰাঘৰীয়া হৈ গ'লেও তাত কইনাঘৰীয়া হ'বগৈ। পিছত অৱশ্যে আকৌ দৰাঘৰীয়া হ'ব।

ৰহমানৰ এই ব্যৱস্থাত ঘোৰ আপত্তি। দাসক কইনাঘৰলৈ নিমন্ত্ৰণ দিছে, তেওঁ আগ হৈ যাওক। তেওঁলোকক মতা নাই, কিয় আগতেই যাব। তাতে কইনাঘৰ কোনেও চিনি নাপায়ঃ "কাৰবাৰ বিয়াঘৰ ওলালেহে সৰ্বনাশ···হিঃ হিঃ হিঃ—হিঃ হিঃ হিঃ হিক্"। একেটা হাঁহিকে দুবাৰকৈ,—এবাৰ উচ্চ খাদত, এবাৰ নিম্নখাদত ইঁহাৰ নিয়মটো বা অভ্যাসটো ৰহমানৰ এতিয়াৰ নহয়, সৰুকালৰে।

"সপৰিয়ালে সবান্ধৱে নিমন্ত্ৰণ বুলিলে কি বুজ এই মূৰ্খ?" দাসৰ গৰ্জনত ৰহমানৰ মুখখন কটপ্ শব্দ কৰি জাপ গ'ল।

জগমোহন দাস সন্ধিয়াৰপৰাই স্বাভাৱিক অৱস্থাতকৈ বেছি উৎফুল্ল হৈ আছিল, যেন 'প'কাৰত'হে এহেজাৰমান জিকিল। 'প'কাৰ' মানে আপোনালোকে খেলা বিধেই 'তিনপাৰ্টি'; আমি মৰ্যাদাসূচক নাম এটা দি লৈছোঁ'। দাসে মাজে মাজে 'হেঃ হেঃ হেঃ' শব্দ কৰি অকাৰণতে হাঁহে। সুস্থ, সবল, পাহুৱাল, টকা-পইছা আৰু গাড়ীৰ মালিক এজনে তেনেকৈ প্ৰাণ খুলি হাঁহেই অৱশ্যে মাজে মাজে। কিন্তু সেইদিনা অলপ বেছি যেন আমাৰ ধাৰণা হ'ল। নিজে ড্ৰাইভ কৰিলে ভোদ্কা নাখায়, মোদক বা ঘোটা অলপ বেছি খায়। যথাসময়ত আমাক গাড়ীত ভৰাই লৈ দাসে ইতিমধ্যে বন্ধ হৈ যোৱা

ইঞ্জিনত ষ্টাৰ্ট দিবলৈ ধৰোতেই ৰহমানে শেষবাৰ আপত্তি জনালে, "বাটত যদি দৰাক আগচে, চেঙেলীয়া ল'ৰাবিলাকক কোনে চম্ভালিব ? গতিকে আমি দলটো দৰাৰ পিছে পিছে যোৱা ভাল।'

"হেৰৌ মুৰ্খ, আজি-কালি ড্ৰাই এৰিয়া জাননে নাজান ? তাতে ইমাৰ্জেন্সি। পুলিচ ক'লৈ গ'ল ? ভেটকচোন চাওঁ কাৰ সাধ্য আছে ! আগেয়ে ফ'ৰ টুৱেন্টিবিলাকে খোজে খোজে দৰা আগচি পইচা লয় মদ খাবলৈ। ইমাৰ্জেন্সিত এই অত্যাচাৰবিলাক গ'ল।"—দাসৰ গৰ্জন আৰু ফোৰোহনিৰ মাজেদি কথাখিনি সৰি পৰিল ৰহমানৰ কাণত।

হাকিমৰ কথা শুনাৰ অভ্যাস বেছি, কোৱাৰ অভ্যাস কম। তথাপি ক'লে, "কিন্তু এটা কথা দৰিয়াপ কৰি চাইছনে ? পোন্ধৰ মাইল আঁতৰত কইনাৰ ঘৰ। গাঁৱৰ অকোৱা-পকোৱা ৰাস্তা। এই ৰাতিখন কেনেকৈ বিচাৰি উলিয়াম। আমাৰ এই পাৰ্টিটোৰ কোনেও কইনাঘৰ চিনি নাপায়।"

দাসে ইঞ্জিনটোত ষ্টাৰ্ট দি ষ্টিয়েৰিঙত ধৰি থকা অৱস্থাৰে আমাৰ ফালে মুখ ঘূৰাই হাঃ হাঃ কৈ হাঁহিলে। মাঘমহীয়া কৃষ্ণপক্ষৰ ৰাতিৰ আন্ধাৰতো দাসৰ দাঁত দুপাৰি জিৰ' পাৱাৰৰ বাল্বৰ দৰে উজ্জ্বল হৈ উঠিল।

বৰুৱা আৰু শইকীয়াই দাসৰ হাঁহিটোৰ তাৎপৰ্য লগে লগে হৃদয়ঙ্গম কৰি ব্যাখ্যা দিলে ঃ

"মানুহে গৈ চন্দ্ৰত ভৰি দিছে আৰু আমি কইনা ঘৰ উলিয়াব নোৱাৰিম ? হুঃ !!"

দাসে নিঃশব্দ হাঁহিটোলৈ মেলি থকা মুখখনেৰেই চকু দুটাৰে সমৰ্থনসূচক এনে এটা মুভমেণ্ট কৰিলে যে 'কিটিক্' ধৰণৰ শব্দ এটা বাহিৰ হৈ পৰিল চকু দুটাৰপৰা! লগে লগে ইঞ্জিনটোও বন্ধ হৈ গ'ল। আকৌ ইঞ্জিনত ষ্টাৰ্ট দি দাসে কৈ গ'ল,

"তহঁতক কোৱা নাই, আমাৰ দুজনৰ কাৰণে কইনাৰ ককায়েকে আওহতীয়াকৈ সুকীয়া ৰূম এটা সুসজ্জিত কৰি থৈছে। দাৰ্জিলিং আৰু আচাম টীৰ ব্লেণ্ডিং স্পেচিয়েল চাহৰ ব্যৱস্থা, মোগলাই পৰঠা আৰু

মিকিৰ পাহাৰত চুৰকৈ মাৰি অনা হৰিণাৰ আগমঙ্গহৰ ভজা, বৌ মাছৰ তলপেটিৰ কালিয়া, চিতল মাছৰ কোলঠিৰ ফ্ৰাই খানিত পেৰা তেলত, ড্ৰাই এৰিয়া কাৰণে স্থানীয় ভোদ্‌কাৰ ব্যৱস্থা, দৰাৰ সখিয়েকৰ কাৰণে এবটল বিশুদ্ধ বৈদিক সোমৰস মৃতসঞ্জিৱনী, আৰু আমাৰ চিৰসঙ্গী প'কাৰ আছেই !........

হেঃ হেঃ হেঃ। দাসে বহা অৱস্থাতেই মিনি জাপ এটা মাৰি ষ্টিয়েৰিঙতো মিনি-মেক্সি ধৰণৰ থাপৰ এটা মাৰিলে। গৰম চাহত শোহা মৰাৰ দৰে 'সালৌপ' ধৰণৰ কেবাটাও শব্দ শুনিবলৈ পালোঁ। বন্ধুৰ দলটোৰ জিভাৰ পানী সামৰাৰ শব্দ।

"চলা, চলা, দাস, দৰাতকৈ আমি আগতে পাব লাগিবই"—বৰুৱাই ডিঙি চেৰ্চেৰাই চিঞৰি কেবাবাৰো কাঁহিবলৈ বাধ্য হ'ল আৰু কাঁহৰ মাজে মাজেই বক্তব্য শেষ কৰিলে, "১৯৪ নম্বৰ মাইলৰ খুটি, ১৯৬ নম্বৰ, নহয়, সেইপিনে গৈ আহঁতৰ তলেদি পাঠশালা স্কুলৰ কাষেদি যিটো ৰাস্তা মোক দৰাই কৈছিল।"

গাড়ী ফোঁ-ফোঁৱাই গৈ মেইন ৰ'ড উঠিল আৰু ট্ৰাঙ্ক ৰ'ডত বিশ্বাশৱদে চপলিয়াবলৈ ধৰিলে।

মই কিবা-কিবি কৈছিলোঁ, কিন্তু বন্ধুৰ দলৰ হাঁহিৰ খলকত মোৰ মাত তল পৰিল। দিনটো লঘোণ, সিহঁতে মাছে-মাংসই খাব, মই চাহ একাপতে সন্তুষ্ট থাকিব লাগিব।

"চলা, চলা, স্পীড দে, ক্লিয়াৰ ৰাস্তা আগছীটত বহি শইকীয়া আৰু বৰুৱাই চিঞৰি গ'ল।

প্ৰায় ১৫ মাইল অৰ্থাৎ ২৫ কিলোমিটাৰ বাট কেনি উৰি আহিলোঁ গমকে নাপালোঁ। গম পাইছিল মাথোন বৰুৱা আৰু শইকীয়াই। তেওঁলোকৰ চকু মটৰৰ হেঁড লাইটত এঁঠাই থোৱা ১৯৪ নে ১৯৬ এই লৈ বৰুৱাৰ খেলিমেলি লাগিল—যদিও নিজকে সান্ত্বনা দি ভোৰভোৰাই গৈছিল, "১৯৪ হ'ব লাগিব, ১৯৬ কিয় হ'ব, কি দুখত হ'ব।"

মই মাথো ভাগ্যক দোষ দি চীটত আউজি চকু দুটা মুদি গলোঁ।

'১৯৪ ; ১৯৪ ; সোঁফালে গিটি দিয়া ৰাস্তা”—বৰুৱাৰ চিঞৰত চকু মেলিলোঁ। গাড়ীয়ে স্পীড্ নকমোৱাকৈয়ে টাৰ্ণিং ল'লেই, গল-পষ্টৰ মাজলৈ ফুটবলটো যোৱাদি গাড়ী পি.ডব্লিউ.ডি.ৰ গিটি দিয়া ৰাস্তাইদি সোমাই গ'ল। নিৰ্ঘাত এক্সিডেণ্ট, বিধাতাই কপালত লিখা আছে। মই মাত্ৰ প্ৰাৰ্থনা কৰিলোঁ প্ৰভু, মূৰটো আৰু চকুহাল বচোৱা যেন—বাকী পাৰ্টচ কিনি-কুটি হ'লেও যোগাৰ কৰিব পাৰিম।

তাৰ পাছত দুয়োকাষে গাওঁ, মাঘৰ এঘাৰ বজাৰ ৰাতি, মানুহ কিয়, কুকুৰবিলাকো শুই নিঃপালি। দুমাইলমান আগবঢ়াৰ পিছত আকৌ মুকলি পথাৰ, ক'তো মানুহৰ বসতি নাই। কিমান দূৰ গৈ আছোঁ কোনেও ক'ব নোৱাৰে, সোঁফালে-বাঁওফালে-কে'বাটাও কেঁচা আলি ফালবি কাটি গৈছে ; কিন্তু আহঁত গছ বা স্কুলঘৰ ক'তো নাই। বৰগছ আছে, কৃষ্ণচূড়া জাতীয় গছো আছে অৱশ্যে।

নিশ্চয় বাট ভুল হ'ল। ১৯৬ নম্বৰ মাইলৰ খুটিৰ কাষেদি থকা বাটেদিহে আহিব লাগিছিল। বৰুৱাই কিন্তু ভুল স্বীকাৰ নকৰেঃ “গৈ থাকোঁচোন বাৰু, দেখা যাওঁক, আমিতো আফ্ৰিকা মহাদেশত ভ্ৰমণ কৰা নাই, নিজৰ ঠাইতে যদি কইনাঘৰখনো উলিয়াব নোৱাৰোঁ। —হেঃ—নে কি কৱ ?”—গাড়ীৰ ভিতৰতে কোনোবা এটাৰ মুখলৈ চাই সমৰ্থন বিচাৰিলে বৰুৱাই, আৰু জেপ খেপিয়াই চিগাৰেট এটা বাহৰপৰা উলিয়াই ফচ কৰে দিয়াচলাই মাৰি জ্বলাই ল'লে।

আৰু এমাইলমান যোৱাৰ পাছত আকৌ গাওঁ ; জনবসতি। সঁচাসঁচি স্কুলঘৰ এটাও পাই গলোঁ।—বেৰ, দুৱাৰ একো নথকা লঠঙা ঘৰ এটা, ওপৰত কিন্তু টিনপাত, খেৰ নহয়। তাৰ কাষেদিয়ে কেঁচা আলি এটা গৈছে।

“দেখিলি ? দেখিলি ? ইউৰেকা। মই ৰাইট, এশ ছোৱান্নবৈ।” বৰুৱাই বহা অৱস্থাৰেই জাপ এটা মাৰিবলৈ চেষ্টা কৰি চিগাৰেটত উগ্ৰ টান দি, আৰু এটা নিজেই জ্বলাই দাসৰ মুখত সুমুৱাই দিলে। দাসে চিগাৰেটত কামোৰ দি 'হেঃ হেঃ' ধৰণে এবাৰ হাঁহিলে। হাঁহিৰ তাৎপৰ্য হ'ল,—এই চব মূৰ্খৰ দল, ভয়াতুৰ ইত্যাদি।

"কিন্তু আহঁত গছ ক'ত ? এইজোপা বৰগছহে। এৰাহে— আজি কি হয় ঠিক নাই"—ৰহমানৰ অসন্তোষে আকৌ উক দিলে। লগে লগে নিজস্ব 'হিঃ হিঃ হিক্' হাঁহিটো ছুটাখাদত মাৰি চিগাৰেট এটা জ্বলাই ল'লে।

"মোৰ কিন্তু এই অঞ্চলৰ অভিজ্ঞতা আছে, ইয়াত আগতে দুখনো বিয়াত পকুৱাই পাই থৈছে, পকুৱা মানে মিঃ পকুৱা, মানে ইয়ে,... "দাসৰ ভেকাহিত শইকীয়াৰ 'মানে ইয়ে' তল পৰিল।

সেইটো আচলতে পঞ্চায়তৰ আলিনে গৰুবাট ধৰিব নোৱাৰিলেও সেই বাটেদিয়ে গাড়ী সোমাই গ'ল। দুয়োবাৰে মুকলি নৰাৰ মূঢ়াৰে ভৰা পথাৰ আৰু পথাৰ নিমাওমাও, বহুত দূৰতো বিয়া ঘৰৰ বাজনা বা হুলস্থুল শুনিবলৈ নাই। দুমাইলমান যোৱাৰ পিছত এখন ভৰুণ গাঁৱৰ আলিত উঠিলোঁগৈ।

কেঁচা আলিৰ দুয়োকাষে মানুহৰ ঘৰ, পাণ-তামোলৰ বাৰী, গেজেপমৰা বাঁহ পদূলিৰ মুখে মুখে গোবৰৰ দ'ম ; কিন্তু আলিবাটটোত ধূলি নাই, সেমেকা নিজম। আলিৰ ওপৰত হালি থকা বাঁহৰ পাতৰ-পৰা টপ্ টপ্ নিয়ৰৰ টোপাল পৰি আলিবাটটো সেমেকা, নিমজ হৈ আছে। এমাইলমান দীঘল সেই গাঁওখনো পাৰ হৈ গ'লোঁ, বিয়াঘৰৰ পেট্ৰমাক্স দূৰৰ কথা, ক'তো কেৰাচিনৰ চাকি এটাও নাই।

নামতীৰ নাম বা উৰুলি নালাগে ফেঁচাৰ কুৰুলি এটাও শুনিবলৈ পোৱা হ'লে মনবিলাক গৰম হৈ গ'লহেঁতেন ! গাঁও পাৰ হৈয়ে আকৌ দুয়োকাষে অটব্য হাবি, বাঁহনি। আকৌ এমাইলমান গাড়ী দৌৰিল। এইবাৰ কিন্তু দাসৰ উৎসাহ আৰু গাড়ীৰ স্পীড্ দুয়োটাই ড্ৰপ কৰিলে।

"এইফালে আমি ক'লৈ আহিলোঁ, এনেকৈ গৈ থাকিলে দেখোন নগাপাহাৰ বা ব্ৰহ্মদেশ পামগৈ। গাড়ী ঘূৰাই লওক, এৰি অহা গাঁওখনৰে মানুহক জগাই বিয়াঘৰৰ বিষয়ে সুধি ল'ম। ইচ্ ইচ্ মোৰ ভোকত পিত্ত উজাৰ দিব এতিয়া, এচিডিটি আছে, ঘৰত মাৰভাত বান্ধি দিব খুজিছিল, ছিঃ ছিঃ, ক'ৰবাত পানী এগিলাচো নাপামনে

এণ্টাচিড এটা খাবলৈ ।”—হাকিমৰ করুণ আৰ্তনাদত মোৰেই চকুপানী ওলাইছিল। সকলোৱে সমৰ্থন দিয়াত গাড়ী বেক্ কৰি গৰ্জন আৰম্ভ কৰিলে দাসে, “এই বৰুৱাই অনৰ্থৰ মূল। এশ ছিয়াম্নৈব হ'ব লাগিব, ওয়ান নাইনটি চিক্স, মোৰ এতিয়া মনত পৰিছে। এইখন বিয়াঘৰীয়া গাঁওনেকি ? ঢোল-কালি বাৰু নাবাজে, 'মাইকটো বাজিব লাগিছিল। হাতত জলপানৰ টোপোলা নাথাকিলেও, সুদাহাতেৰেই এটা মানুহটো বিয়াঘৰৰপৰা উভতি অহা পাব লাগিছিল। ফুঃ”—সংকটৰ সময়ত আন দহজনৰ দৰেই দাসৰো লোকৰ ওপৰত দোষ জাপি দিয়াৰ অভ্যাস।

এৰি যোৱা গাঁওখন সোমোৱাৰ লগে লগে ষ্টাৰ্ট বন্ধ কৰি দাসে গৰ্জিলে, “যাহঁক খবৰ লৈ আহ।”

হাকিম প্ৰথমেই জাপ। পানী এগিলাচ প্ৰথম। ৯৪-৯৬-ৰ মাজত ওলমি থকা হৰেশ্বৰ বৰুৱায়ো লগে লগেই জাপ! শইকীয়াই গাটো এবাৰ লৰাই লৈ বহি ভোৰভোৰালে, “পৰুৱা, মিঃ পৰুৱাই পাইছে আমাক, সকলোৱে গাড়ীত বহি লৈ ঈশ্বৰ-আল্লাৰ নাম লওক!”

দাসৰ ডিজেল-গৰ্জনত শইকীয়াৰ টুৱেলভ হৰ্ছ পাৱাৰৰ শব্দ তল পৰিল। অলপ পাছতে এজাক ভতুৱাৰ ভুকভুকনিৰপৰা অনুমান কৰিলোঁ। হাকিম আৰু হৰেশ্বৰ বৰুৱাৰ বুকুত অন্ততঃ তিনিটামানকৈ ভতুৱা বহি লৈছে। এনে এক অপূৰ্ব দৃশ্য উপভোগ কৰাৰ পৰা নিজক বঞ্চিত কৰা অনুচিত ভাবি ময়ো জাপমাৰি গাড়ীৰপৰা নামিলোঁ। কেইখোজমান যাওঁতেই দেখিলোঁ। বৰুৱা আৰু হাকিম বেক-গিয়াৰত দৌৰিছে, লগে লগে হাতত একোডাল জেওৰা লৈ খেদি অহা তিনিটা কুকুৰক চুঃ চাঃ শব্দ কৰি জাপ মাৰিবলৈ সুযোগ নিদিয়াকৈ ৰাখিছে। মই আলিৰ কাষৰপৰা বিচাৰি পকা দলি চপৰা এটা বিচাৰি পাই কুকুৰৰ গালৈ দলিওৱাৰ লগে লগে কুকুৰ পলাল। দুয়ো ফোপাই-জোপাই চিঞৰি ক'লে, “ভুল, ভুল, আমি আচল বাট এৰি দুমাইল আহিলোঁ। টিলিকি আমৰ তলেদি পথাৰলৈ সোমাই যোৱা বাট এটা যে পাইছিলোঁ, সেই বাটেই গ'লে বিয়াঘৰ পায়। সেইটো গৰুবাট নহয়, এসময়ৰ

লোকেল ব'ৰ্ডৰ, এতিয়াৰ পঞ্চায়তৰাজৰ আলি।"

আকৌ সেই গাঁও পাৰ হৈ এমাইলমান উভতি অহাৰ পাছত টিলিকি আমৰ তলৰ আলিয়েদি গাড়ীয়ে যাত্ৰা কৰিলে। আমজোপা টিলিকি আমেইনে জ-নি আমেই, নে সেন্দুৰী আমেই, কাৰো জানিবৰ উপায় নাই। পথৰুৱা আলিয়েদি এমাইলমান অহাৰ পাছত দূৰৰ গাঁৱৰ তামোল-পাণ-বাঁহৰ ছবি অলপ স্পষ্ট হৈ পৰিল মটৰৰ হেডলাইটৰ পোহৰ আৰু কৃষ্ণপক্ষৰ মাজনিশাৰ জোনৰ ক্ষীণ পোহৰত। আগছীটত বহা শইকীয়া জপিয়াই উঠিল, "ইউৰেকা, ইউৰেকা, সৌৱা বিয়াঘৰৰ পেট্ৰমাক্সৰ পোহৰ।"

তামোল-বাঁহৰ ফাকেদি ওপৰত আঁৰিথোৱা যেন লগা তীব্ৰ পোহৰটো চকুত পৰাৰ লগে লগে বৰুৱাই চিঞৰি দিলে, "নকৈছিলোঁ। এশ চৌৰানব্বৈ বুলি, দেখিলি?"

'হেঃ হেঃ' ধৰণৰ উদাৰ হাঁহিটো মাৰি দাসে এবাৰ পিছৰ ছীটলৈ ঘূৰি চালে।

গাওঁ আৰম্ভ হোৱাৰ আগতে আলিটোৱে বিৰাট এটা ভাঁজ লৈছে। সেই ভাঁজটোৰ ওচৰ পোৱাৰ লগে লগে দূৰত দেখা পোহৰটো আৰু উজ্জ্বল হৈ এটা নতুন টিন লগোৱা ঘৰৰ চালত পৰিণত হ'ল। নতুন টিনপাতত কৃষ্ণপক্ষৰ মাজনিশাৰ জোনৰ শেঁতা পোহৰ পৰি দূৰৰপৰা পোহৰপৰা অংশটো পেট্ৰ'মাক্স লাইটৰ দৰেই জ্বলিছিল। ঘৰটোও আচলতে বহুত আঁতৰত—ওচৰত থকা যেন লাগিলেও—বাঁহ, তামোল আদি গছৰ আঁৰত। গছৰ ফাঁকেদি অহা জোনৰ পোহৰ পৰা টিনপাত এখনৰ অংশ এটাত সেই পোহৰ প্ৰতিফলিত হৈ চকু ছাৎ মাৰি ধৰাৰ দৰে উজ্জ্বল হৈ পৰিছিল।

"ক'ত লাইটৰ পোহৰ, ক'ত সেয়া বিয়াঘৰ, সেয়া টিনৰ ঘৰৰ ওপৰত জোনৰ পোহৰ। পৰুৱা, মিঃ পৰুৱা, উই মিট আৱাৰ ৱাৰ্টাৰলু হিয়াৰ"—মূৰে-কপালে হাত দি চিঞৰি উঠিল শইকীয়াই।

গাড়ী ৰৈ গ'ল। ষ্টিয়েৰিঙত হাত দুখন থৈ মূৰ পেলাই বিননি ধৰিলে এইবাৰ স্বয়ং ইঞ্জিনীয়াৰ মিঃ জগমোহন দাসে। তেল পাছ

নকৰা হ'ল।—"ছিঃ ছিঃ ছিঃ, কি মূৰ্খামি হ'ল, ঘৰত বঢ়াভাত এৰি থৈ আহিলোঁ, মঙহ ভজাৰ প্লেটখনকে যদি শেষ কৰি আহিলোঁহেঁতেন, গাড়ী ঠেলিবৰ শক্তি পালোঁহেঁতেন!"

দাসৰ মুখত এনে হৃদয়-বিদাৰক মৰ্মস্পৰ্শী ভাষা বন্ধুৰ দলটোৱে, অৰ্থাৎ আমি কেতিয়াও শুনা নাছিলোঁ। মিনিষ্টাৰৰ লগত ভোজ খাবলৈ মাতিলেও যি মানুহে ঘৰত ভজা মাংসৰ প্লেট আধাখোৱাকৈ এৰি যাব নোৱাৰে, আহাৰৰ ক্ষেত্ৰত সদায় 'উদৰপন্থী' দাসে আহাৰ সম্পৰ্কত কোনোদিনেই অনুতাপ কৰাৰ নজীৰ বন্ধুমহলৰ হাতত নাই।

"তেল পাছ নকৰে? তাৰ মানে গাড়ী ঠেলিব লাগিব?" —আন্ধাৰতে পেটত হাত দি চিঞৰি উঠিল হাকিমে, "মোৰ যে পিত্তই উক্ দিছে, মানে এচিডিটি, পানী এগিলাছ....উচ্ উচ্ ইচ্.... ।"

"পকৰা, মিঃ পকৰা, মই নকৈছিলোঁ, মোৰ ঘৰত এহাল দীঘল চিতলৰ কোলঠি, মই দৰিয়াপ কৰি চালোঁ যে এই লম্বা 'কিছিং' কৰিলে ৰাতিলৈ 'লোড' ল'ব নোৱাৰিম, নাঃ, নোখোৱাই ভাল, তাতে পেটৰো অলপ ইয়ে....ছাঃ, ছিঃ....হা-হতোস্মি।"

"মই যে পুৱাতে ওলাই আহিলোঁ একেবাৰে গা-পা ধুই, দিনটো বিয়াঘৰত মাত্ৰ চাহ আৰু চাহ, একো খাবলৈ মন নগ'ল"—হৰেশ্বৰ বৰুৱাই সকলোৰে সহানুভূতি টানিবলৈ চেষ্টা কৰোতে সকলোৱে সমানে গৰ্জন কৰি উঠিল।

ৰহমানে মিক্চাৰ এটা পকাই মুখত লৈ জ্বলাই দীঘলীয়া হোপা দি ক'লে, "এৰাহে ৰাতিপুৱাই কাৰ মুখ দেখি উঠিছিলোঁ, মই তেতিয়াই কৈছিলোঁ দৰা এৰি আগবাঢ়ি নাযাওঁ, দাসে এইখন বিপদত....হিঃ হিঃ হিক্....ব'লা এতিয়া সকলোৱে গাড়ী ঠেলা।"

"মোক কিন্তু ৰেহাই দে, দৰাৰ সখি, দিনটো ব্ৰত, চাহ একাপো খোৱা নাই, সেই গাখীৰ এগিলাছ আৰু মালভোগ কল দুটা মাত্ৰ"— মই টোপনিৰ মাজেদিয়ে মাত লাগলোঁ।

দাসে ষ্টিয়েৰিং ধৰিলে, মই শুলোঁ আৰু বাকীবিলাকে গাড়ী ঠেলিলে।

কিন্তু ঠেলি ঠেলি ক'লৈ নিব কোনেও নাজানে। কিছুদূৰ ঠেলি নিয়াৰ পাছত আলিৰ ভাঁজটো অৰ্থাৎ মেচটো অতি কষ্টেৰে পাৰ হোৱাৰ লগে লগে গাঁৱৰ আৰম্ভণি হৈছে আৰু আলিটো বহুদূৰলৈ পোন হৈ গৈছে।

প্ৰায় আধামাইলমান আঁতৰত লাইট বা পেট্ৰ'মাক্সৰ পোহৰ আলিৰ ওপৰত পৰিছে, মানুহৰ জুম আৰু বাছ এখনো থকা যেন অনুমান হ'ল। দাসে নিজস্ব ঢেকুঢেকনি হাঁহিৰে চিঞৰি উঠিল, "ঠেল, ঠেল, আৰু এক-দুই কিলোকিটাৰ পাই গ'লোঁ, সৌৱা বিয়াঘৰ।"

উৎসাহৰ শক্তি অসীম। গাড়ী চাইকেলৰ দৰে চলিবলৈ ধৰিলে আৰু বিয়াঘৰ পাওঁ পাওঁ হওঁতেই ইঞ্জিনেও ষ্টাৰ্ট দিলে। সম্মুখত এখন ভিজেল বাছ, আমাৰ দৰাপাৰ্টিৰ বাছ, চিনাকি মানুহৰ ভিতৰত মুক্তিয়াৰ, ভূঞা, অৰুণকান্তি দাস লৰি আহিল আমাৰ গাড়ীৰ ওচৰলৈ। ভূঞা আৰু দাস আমাৰ ক্লাবৰো মেম্বাৰ।

মোৰ বাহিৰে আটাই কেইজন গাড়ীৰপৰা বিজয় গৰ্বেৰে ওলাই গ'ল।

"এক বাজিব এতিয়া, প্ৰথমে একোকাপ চাহ"—দাসে গাড়ীৰপৰা আধা ওলায়ে ক'লে। "পানী, এগিলাছ পানী"—হাকিমে চিঞৰিলে।

"ফুঃ।"

অৰুণকান্তি দাসৰ মুখৰপৰা 'ফুঃ' জাতীয় শব্দ ওলাব বুলি কোনেও আশা কৰা নাছিল। সকলোৱে প্ৰথমে থৎমৎ খালে আৰু ক'ব নোৱাৰাকৈয়ে দুজনমানে 'ফুঃ ফুঃ' কৰিবলৈ ধৰিলে। অৰুণদাসে এইবাৰ কোঢ়াল লগাই কোৱাৰ দৰে ক'লে, "চাহ? চাহ খাব? পানী?—ফুঃ—ভুল, ভুল, চব ভুল।"

"ভু....ল?"—ইঞ্জিনীয়াৰ দাসৰ কোঢ়ালত বাকী কেইজনেও যোগ দিলে, "ভুল? ভু-ভু-ল?"

"এইখন লোকৰ বিয়াঘৰ, আমি বাট ভুল কৰি টিলিকি আমৰ তলৰ বাস্তাইদি আহিলোঁ, আচলতে জ-নি আমৰ তলৰ বাস্তাইদি আহিব

লাগিছিল ; দৰা সেই বাটেই গ'ল। সেইখিনিতে জংগল আৰু ভাওৰ মেচ এটা থকাত দৰাৰ গাড়ী কেনি গ'ল, আমি ধৰিবই নোৱাৰিলোঁ”— এইবাৰ ছুতি মুক্তিয়াৰে অনুত্তেজিত সুৰত মিহি মিহি মাতেৰে পৰিস্থিতিটো বিশ্লেষণ কৰি দিলে।

“তাৰ মানে আমাৰ দৰা হেৰাল? মৃগেন হেৰাল? হিঃ হিঃ হিক”—ৰহমানৰ এইবাৰ কোঢ়াল আৰম্ভ হ'ল।

“ফুঃ, দৰা হেৰাব কিয়, হেৰালোঁ আমি! চাওঁ, চিগাৰেট এটা দিয়া, একমুঠা নাচিকদ্দিন বিড়ী শেষ।” ভুঞাই ৰহমানলৈ হাত আগবঢ়াই দিলে।

“তেনেহ'লে বৈ আছোঁ কিয়? বাছ বৈ আছে কিয়?”—উত্তেজনাত জগমোহন দাসৰ কপালৰ শিৰ ফুলি উঠিল।

এইবাৰ মুক্তিয়াৰৰ গোটেই পৰিস্থিতিটো ফঁহিয়াই বুজোৱাৰ পাল। তেওঁ নিৰুদ্বেগ সুৰত মিহি মিহিকৈ কৈ গ'ল : “মানে আচল কথা হৈছে কি, এইখন হ'ল যজ্ঞেশ্বৰ শইকীয়াৰ ঘৰ, জ-নি আমৰ তলেদি অহা বাটটোৰেদি আমাৰ কন্যাঘৰৰ গৃহস্থৰ নাম হ'ল যজ্ঞেশ্বৰ ঠিকেই কিন্তু উপাধি হ'ল চহৰীয়া।”

তেওঁক বাধা দি শইকীয়াই মাজতে চিঞৰিলে, “মানে একেই, টুইডল-ডাম আৰু টুইডল-ডি, মুঠতে পকৰা, মিঃ পকৰা।”

জগমোহনৰ ভেকাহিত শইকীয়াৰ মুখ জাপ যোৱাৰ লগে লগে অৰুণকান্তিয়ে চিঞৰিলে, “আমি এতিয়া বাছ চেক্ কৰোঁ কেনেকৈ? জায়গা কোথায়?”

“আঃ মোছায়, তা-তো বুজতেই পেৰেছি”—হাকিমে ইমান সময় পেটত হাতদি থিয় হৈ থাকি মাত লগালে, “কিন্তু এইফালে আগুৱাই যাব নোৱাৰি জানো?”

“পাৰি মোছাই, মাত্ৰ দুমাইল বেছি ঘূৰণ হ'ব, কিন্তু যায় কেনেকৈ? তেওঁলোকৰ বাছে ৰাস্তা ব্লক কৰিদিছে।”—ভুঞাই চিগাৰেট জলাই লৈ দীঘলীয়া হোপা এটা দি ক'লে।

"বাস্তা ব্লক কৰিব কিয়, এতিয়াই পুলিচক খবৰ দিম ; তেওঁলোকৰ ড্ৰাইভাৰ ক'ত ?"—জগমোহন দাসৰ কপালৰ সিৰবোৰ বেৰত লগোৱা ইলেকট্ৰিক ৰায়াৰৰ দৰে সুস্পষ্ট হৈ উঠিল।

"পুলিচ ? হঁা, পুলিচ আহিবই, তাৰ আগতে হস্পিটাললৈ নিব লাগিব কিমানক,—সেয়া সিহঁতৰ বাহে ষ্টাৰ্ট দিয়ে আছে—ফাইটিং"—অৰুণকান্তিৰ চিঞৰ বা উক্তি।

"ফাইটিং ? ৰিয়েলি ? আৰে কি চাই আছ ? হাকিম, ৰহমান, শইকীয়া, বৰুৱা, বেৰা ভাং, জেওৰা ল, সেই আপদীয়াটোক ( অৰ্থাৎ মোক। ) জগাই দে, সি ফাইট কৰিব নোৱাৰিলেও আমাৰ মূৰত বেণ্ডেজ বান্ধিব পাৰিব, সিটো চুৰিয়া পিন্ধিছে, চাদৰ লৈছে"—জগমোহন দাসৰ ৰায়াৰৰ দৰে সিৰবিলাকেদি ক্ষত্ৰিয় তেজৰ টগবগনি আঁতৰৰপৰাই দেখা পোৱা গ'ল।

মই ভয়তে বেছিকৈ টোপনিৰ ভাও ধৰি নাকেৰে গোঙাবলৈ ধৰিলোঁ।

লগে লগে হৈ-চৈ, হুলস্থুল, চিঞৰ-বাখৰ আৰম্ভ হ'ল, বিয়াঘৰৰ-পৰা তিৰোতামানুহৰ ৰাউচি শুনিবলৈ পালোঁ। ৰভাঘৰৰপৰা বহুত মানুহ ল'ৰি আহি তেওঁলোকৰ বাছত উঠিলহি। মই কৃত্ৰিম টোপনি এৰি উঠি বহিলোঁ। দাস আৰু বাকী কেইজন লৰমাৰি বিয়াঘৰৰ পদুলিমুখৰ বিয়াৰ কাৰণে সজা গেটৰ মুখ পালেগৈ। এজন পাহৰাল ৩০-৩৫ বছৰীয়া চুৰিয়া আৰু পাটৰ পাঞ্জাবী পিন্ধা ভদ্ৰলোকে আস্তিন কোচাই খেদি খেদি আহিছে মানুহবিলাকক, মুখত বীৰোচিত ভাষা,—"নালাগে মোৰ ভনীক বিয়া কৰাব, নালাগে চাহ বাগিচাৰ মেনেজাৰ জোঁৱাই, এচিষ্টেণ্ট মেনেজাৰহে, মেনেজাৰ হোৱা হ'লে আকাশত উৰি ফুৰিলেহেঁতেন, তোৰ নিচিনা এচিষ্টেণ্ট মেনেজাৰ এক ডজন কিনিব পা.ৰোঁ জাননে ? মই যদি বাপৰ বেটা হওঁ, আজি ৰাতিৰ ভিতৰতে এই ৰভাতে মোৰ ভনীৰ বিয়া দিম এয়া মোৰ ক্ষত্ৰীবৰ প্ৰতিজ্ঞা, নহ'লে মই ঘৰলৈ উভতি

নাযাওঁ। এয়া মই এতিয়াই যুগলক লৈ আহিম। দা-দা-ভ্ৰাইভাৰ।"

মানুহজনে কথা কওঁতে প্ৰায়ে খোনাইছিল। পিছত জানিলোঁ সেইটোৱে তেওঁৰ খং উঠাৰ লক্ষণ।

জগমোহনে জাপ মাৰি গৈ মানুহজনক গৰা মাৰি ধৰি শান্ত কৰিবলৈ চেষ্টা কৰিলে।

ভদ্ৰলোকজনে বেটেৰী কমি বঙা হৈ অলা টৰ্চৰ বাৰ্বৰ দৰে চকু দুটাৰে দাসলৈ খন্তেক চাই ৰ'ল। ইতিমধ্যে বাকীকেইজনো ওচৰ চাপিছিল। সকলোৰে মুখলৈ চাই সুৰ নমাই যিমান পাৰি শান্ত-ভাৱে ক'লে, "ক্ষমা কৰিব, আপোনালোকক চিনিব নোৱাৰিলোঁ।"

"আমি আন এখন বিয়াৰ শইকীয়াৰ ঘৰৰ বিয়াৰ ববযাত্ৰী, ভুল কৰি এইখনলৈ আহিলোঁ। এয়া কি কৰিছে, বিয়াখন যে ভাগি গ'ল।"—দাসে বুজনিৰ সুৰত, মানুহজনৰ পিঠিত হাতফুৰাই কৈ গ'ল।

ইতিমধ্যে কন্যাঘৰীয়া ল'ৰা কিছুমানে বাছখনৰ গালৈ দলি-কমু'টি মাৰিবলৈ আৰম্ভ কৰিছিল, ধুম্ ধাম্ ধমহ্ আদি শব্দৰ লগত ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ মিহলি হৈ এটা খণ্ডপ্ৰলয়ৰ বিভীষিকাৰ সৃষ্টি কৰিছিল, আৰু তাৰ মাজতে বাছখনৰ ডিজেল ইঞ্জিনে ভয়ঙ্কৰ গৰ্জন তুলি বিশ্বাশবদে লৰ ধৰিলে। পুলিচে লাঠি চাৰ্জ কৰা জনতাৰ দৰে বিয়াঘৰত খেলি-মেলি, চিঞৰ-বাখৰ বাঢ়ি গ'ল।

"ম্-মাৰ, মমাৰ, মূৰ ভাঙি দে, ঠেং-ভৰি ভাঙিদে সিহঁতৰ, ভদ্ৰলোকৰ ল'ৰা ওলাইছে, চুঙাপেণ্ট পিন্ধিবলৈ শিকিছে, ঘোঁচখোৰ শ্ৰেকমানিৰ পুতেকহঁতে"—বাৰধৰা বাছখনলৈ চাই আটাহ পাৰি হঠাতে সুৰ নমাই জগমোহনৰ কালে চাই তেওঁৰ কথাৰ উত্তৰত ক'লে, কি আছে তাইৰ কপালত, কন্যাদাতা হ'লোঁ বুলি আমাক মানুহ বুলিতো ভাৱক। এয়া চাওক, কন্যাদাতা হিচাপে এনে পৰিস্থিতি হ'ল যে খং মুঠিও নোৱাৰে; তিনি-চাৰিবাৰ দীঘল দি পৰি পৰি ৰাস্তাত বৰাপক্ষৰ মানুহক সেৱা কৰোতে কৰোতে মোৰ কাপোৰ-কানিৰ অৱস্থা চাওক। অপৰ কি, দৰা আদৰোতে পলম হ'ল, সুৱাগুৰি তেতিয়াহে

তুলিবলৈ আহিল, দৰাক আদৰি নিওঁতে তেওঁলোককো বোলে ৰভাৰ তললৈ নিমন্ত্ৰণ কৰি নিয়া নহ'ল, চাহপানীৰ নাম মৃতনী পানী, আমি গাঁৱৰ মানুহে চাহ কৰিবই নাজানোঁ, কাপ দলি মাৰি আমাৰ গাঁৱৰ চাহ দিয়া ল'ৰা এটাৰ মূৰ ফুটাই দিলে বুজিছেনে?—শেহত দৰাৰ বাপেকে দদাইদেউকো অপমান কৰে !! চাওকচোন, দেউতাৰ মৃত্যুৰ পিছত দদাইদেৱে আমাৰ পিতৃস্বৰূপ, তেখেতেই আজিৰ কন্যা-দাতাও....।" ইতিমধ্যে দলটোৰ ওচৰত আহি থিয় হোৱা দদায়েকক দেখুৱাই দিয়াৰ লগে লগে সকলোৱে নমস্কাৰ জনালে। কন্যাৰ ককায়েকে কিন্তু সুৰ একাচি চৰাই কৈ গ'ল, "দদাইদেৱে বোলে এ-হেজাৰ টকা, এশৰাই তামোল-পান লৈ দৰাপক্ষৰ প্ৰত্যেকৰে ওচৰত আঁঠু ল'ব লাগে,—ইমান অপমান ! মোৰ ভনী ৰূপে-গুণে বিদ্যাতো পৰিমৰা নহয়, গাঁৱৰ দহ-চাৰিক সোধক, মই ক'লে বেয়া দেখি, (ইতিমধ্যে ওচৰত গোটখোৱা বহুত মানুহৰ মাজত গুণগুণনি উঠিল, 'হয় হয়, অকণো ৰবাই কোৱা নাই, লতিকা এই অঞ্চলৰে সৰ্বগুণী ছোৱালী'···) এসপ্তাহৰ সময় পালেও তাতকৈ ভাল দৰা পাম, কিন্তু মোৰ প্ৰতিজ্ঞা, আজি ৰাতিতে এতিয়াই বিয়া পাতিম, লাগিলে গন্ধৰ্ব বিয়াই হওক, পিছত হোম পুৰিম।....আপোনালোকৰ বাছখন যাবলৈ কওক, চিধা এমাইল গৈ বাঁওফালে ঘূৰি আৰু আধা মাইলমান গ'লেই বিয়াঘৰ ; সেইখিনিতে আৰু বিয়াঘৰ নাই, একো অসুবিধা নাই।

শইকীয়া লৰালৰিকৈ গৈ বাছৰ ড্ৰাইভাৰ আৰু মুক্তিয়াৰকে ধৰি দুজনমানক বুজাই দি বাছ লৈ যাবলৈ ক'লে। বাছ লগে লগে গ'ল। হৰেশ্বৰ বৰুৱাই কন্যাৰ দদায়েকক একাষৰীয়াকৈ মাতি নি খুব উত্তেজিত-ভাৱে থুতৰিটো এবাৰ আগলৈ এবাৰ পিছলৈ নি হাতৰ অঙ্গি-ভঙ্গী দি কিবা-কিবি ক'ব লাগিছে। তেওঁলোকৰ ড্ৰাইভাৰে লাহে লাহে গাড়ীখন গেৰেজৰপৰা উলিয়াই আনি পদূলিৰ মূৰত থিয় কৰিছে। কন্যাৰ ককায়েকে দাসৰ গাত ধৰি ক'লে, "উঠক মোৰ গাড়ীতে, সেই-কালেই যাম, বাছখনো বাটতে পাম।"

"ময়ে ড্ৰাইভ কৰিছোঁ যে! ধন্যবাদ, আপোনালোকে যে আপোনালোকৰ ইমান বিপদৰ মাজতো আমাৰ কথা ভাবিছে।"

"একো বিপদ নহয় ডাঙৰীয়া, ঈশ্বৰে যি কৰে ভালৰ কাৰণেই। দৰা আদৰি গৈ মাই বমি কৰি কৰি চিঞৰি আছে, বিলাতী মদৰ গোন্ধত মাৰ মূৰ আচন্দ্ৰাই কৰিছে, ছোৱালীজনী 'মদকী'লৈ দি আমি বোলে জুইত পুৰি খালোঁ—সেয়া মাৰ চিঞৰ বিননি আপোনালোকে শুনিবলৈ পাইছেই। কি হ'ব, টাউন চহৰ হোৱা হ'লে মোৰ জনীক হাকিম, উকীল, ইঞ্জিনীয়াৰ, নেহাৎ প্ৰাইভেট কলেজৰ প্ৰফেছাৰ এটালৈ সহজে বিয়া দিব পাৰিলোঁহেঁতেন, টাউনৰ বিয়াঘৰত বিয়া খাবলৈ যাওঁতে কাৰবাৰ নহয় কাৰবাৰ চকুত নিশ্চয় পৰিলহেঁতেন...."

হঠাৎ বকৰা চোঁ-মাৰি আহি দাসক টানমাৰি দদায়েকজনৰ ওচৰলৈ নি দ্ৰুতভাৱে খুতৰিৰ কচৰৎ কৰিবলৈ ধৰিলে। দাস নবলেই আকৌ আপদি কন্যাৰ ককায়েকক ভিঙিত আঁকোৱালি ধৰি সেই অৱস্থাৰেই আমাৰ এম্বাছাদৰখনৰ কালে দৌৰি আহিল আৰু ধমহ কৰে দুৱাৰ মেলি অলপ আগতে আকৌ টোপনিৰ ভাও ধৰি থকা মোক টানি নমাই দাং-দোলাকৈ নি কন্যাৰ ককায়েকে চিঞৰিব ধৰিলে, বন্ধ কৰ কান্দোন, কইনাৰ আগৰ অলংকাৰ খুলি পেলা (আগতেই খুলি দৰাঘৰক চমজাই দিছিল), আমাৰ অলংকাৰ পিন্ধা, বৰ পীৰা আন, পানী আন, চৰিয়া আন, বেণ্ড বজা, ঢোল বজা, উৰুলি, উৰুলি দে, দৰা আহিল, দৰা আহিল...." মানে আৰু কিবাকিবি বহুত চিঞৰ-বাখৰ—আপোনালোকে নিজে নিজে সেইবিলাক যোগ দি ল'ব পাৰে।"—দীনদয়াল লস্কৰে আমাৰ মুখলৈ নিৰাসক্তভাৱে চাই ৰ'ল। আমাৰ দলটোৰ কাৰো মুখত মাত নাই—সকলোৱে আঁ কৰি দীনদয়ালৰ মুখলৈ চাই ৰ'ল।

দীনদয়াল লস্কৰে আকৌ আৰম্ভ কৰিলে, "বুজিছোঁ, আপোনালোকৰ বিশ্বাস হোৱা নাই। সেই মুহূৰ্ততো আমাৰ অৱস্থা তেনেকুৱাই হৈছিল। ঘটনাবোৰ ইমান আকস্মিক আৰু ইমান নাটকীয়ভাৱে ঘটিল যে, বকৰা, দাস, কন্যাৰ দদায়েক আৰু ককায়েকৰ বাহিৰে বাকীবিলাকে মাত্ৰ মুখ

মেলি ৰ'ল। মই মুখ মেলিবও নোৱাৰোঁ, জগমোহনে প্ৰকাণ্ড হাতেৰে মোৰ মুখখন বন্ধ কৰি থৈছে। হাকিমে টেবলেট এটা মুখত দি পানী বিচাৰি আগতেই ৰভাতল পালেগৈ। মোৰ মাত্ৰ কাণত পৰিছিল বহমানৰ এষাৰ কথা আৰু নিজস্ব হাঁহিটো : "আৰে, কিহে, নাটক নে চিনেমা চাইছোঁহে—কি চুন্দৰ লাগিছে—হিঃ হিঃ হিঃ হিক্।"

লস্কৰৰ কাহিনী শেষ হ'ল। ক'তো অবিশ্বাস কৰিবৰ সুৰুঙা নাই। সম্পূৰ্ণ বিশ্বাস কৰিবলৈও আত্মসম্মানত লগা যেন লাগে। আমাক চাহ দি গৈছিল এখন ট্ৰে'ত, চাহৰ কাপ দাঙি ল'বলৈ কাৰো ফুৰচৎ নহ'ল। আকৌ গৰম চাহ আহিল। ভিতৰৰফালে দৰা-কইনাৰ আঙুঠি খেলাৰ-পৰা অহা হাঁহিৰ গিৰ্জনি শুনি লস্কৰ এবাৰ ভিতৰৰ ফালে যাবলৈ থিয় হ'ল। মই মাত্ৰ এষাৰ কথা সুধিলোঁ "বাৰু কইনা কেনেকুৱা পালে? আপোনাৰ পছন্দৰনে?' মানে আপুনি মনে ভৰা মতে?"

"পছন্দৰ? মনে বিচৰা? বাৰু উপমা এটাৰে বুজাওঁ : ৰাতি চচ্‌পেনত গাখীৰ পগাই পাইছে? ....নাই পোৱা? ....হায়, কেনেকৈ বুজিব?"

"তথাপি"!

"গাখীৰ যেতিয়া ওফন্দি আহে, তেতিয়া সেই গাখীৰৰ ওপৰত টৰ্চৰ পোহৰ পেলাই চাইছেনে গাখীৰ কিমান ওফন্দিছে? ..নাই চোৱা? ...তেন্তে কেনেকৈ বুজিব? তেতিয়া বুজিব পাৰিলেহেঁতেন, কইনাজনীৰ মুখখন কেনেকুৱা।"

"অৰ্থাৎ ওফন্দা?"

"হাঃ, নহয়, উপমাহে। বাৰু কেতিয়াবা সেই ওফন্দি অহা গাখীৰত এচামোচ ডাঠ লিকাৰ পেলাই দিয়ক। ৰংটো কেনেকুৱা হ'ব কল্পনা কৰক। কল্পনা কৰিব পাৰিছেনে? নাই পৰা? তেন্তে কেনেকৈ বুজিব? আৰু বুজামনো কেনেকৈ? ভাষা নাই, সাহিত্যিক নহওঁ মই, সদায় অসমীয়াতে ফেল কৰি আহিলোঁ। বুজিছে, এবাৰ দুৰ্গেশ্বৰ শৰ্মাৰ 'পৌপা' নামৰ কবিতাটো মোৰ নামত স্কুলৰ হাতেলিখা

আলোচনীত....হেঃ ....সেইবোৰ বহুত কথা। তথাপি আৰু এটা উপমাৰ পৰিশ্ৰম কৰোঁ : একাপ গাখীৰত আধা চামোচ হালধিৰ ৰস মিহলাই দিয়ক, কেনেকুৱা ৰং হ'ব কল্পনা কৰক—চকু মুদি কল্পনা কৰক, তেনেকুৱা পাব ৰং। কিন্তু দোষৰ ভিতৰত হ'ল অলপ খোৱা। তাকো খং উঠিলেহে দেই।"

অৰ্থাৎ বিয়াৰ ছমাহতে খং উঠিলেই! কিন্তু প্ৰকাশ কৰি নকলো। আমাৰ হাঁহিৰ খলকত ৰভাৰ টিনপাতবিলাকেও জপিয়াবলৈ ধৰিলে। সঁচাকৈয়ে বৰ ৰসিক মানুহ এই দীনদয়াল লস্কৰ ডাঙৰীয়া।...●

('ববযাত্ৰী'ৰপৰা : ১৯৭৭)

# ৰাতি ফুলা ফুল

ইঞ্জিনৰ বিৰাট ধপ্‌ধপ্‌ আৱাজ কৰি মটৰ চাইকেল এখন যেতিয়া পদূলিয়েদি সোমাই আহিল, নমিতাৰ মাক তেতিয়া গা-ধোৱাঘৰত। তেওঁৰ বুকুৰ ভিতৰতো তেনে দুখন মটৰ চাইকেলৰ ইঞ্জিনে সমানে গৰ্জন কৰি উঠিল। গা ধুই তেওঁ কাপোৰ সলাইছিল মাত্ৰ। গা ধুই তিতা কাপোৰত চাবোন লগাই থৈ অহাৰ অভ্যাস, বাহিৰা কাম কৰা মানুহ এজনীয়ে ধুই দিয়েহি। আজি আৰু চাবোন নলগালে, মূৰটো যেনে-তেনে টুকি চুলিখিনিৰ ওপৰত শুকান গামোছা এখন খোপা বন্ধাদি বান্ধি চেপা মাতেৰে চিঞৰি উঠিল, 'নমিতা, প্ৰমীলা, যাচোন। বসন্তই আহিব পায়, আৰু কোনোবা আহিব পাৰে। নমিতা যে বিয়াঘৰত, নামটো লোৱাৰ লগে লগেই মনত পৰিছিল।

প্ৰমীলা বোলা ন বছৰীয়া ছোৱালীজনী লৰি গৈ আগতেই দুৱাৰমুখত থিয় হৈ আছিল, বসন্তক দেখা পাই চিঞৰি উঠিছিল, 'বসন্ত ককাইদেউ, বসন্ত ককাইদেউ, মাহীদেউক নানিলা কিয়?'

ইঞ্জিনটোৱে অপল বেছি গৰ্জন কৰি উঠাত বসন্তৰ উত্তৰ নমিতাৰ মাক অৰ্থাৎ বসন্তৰ জেঠায়েকৰ কাণত নপৰিল। অলপ পিছতে ইঞ্জিনৰ মাত বন্ধ হৈ গ'ল। নমিতাৰ মাক গা-ধোৱা ঘৰৰপৰা খৰখোজেৰে ওলাই আহি পাকঘৰত সন্মুখৰ বাৰান্দাত ভৰি দিয়াৰ লগে লগে সিফালৰপৰা প্ৰমীলাৰ হাতত ধৰি সোমাই অহা বসন্তৰ মুখা-মুখি হ'ল। বসন্তই ভৰি চুই সেৱা এটা কৰাৰ লগে লগে জেঠায়েকে প্ৰায় সাৰট মাৰি ধৰি তাৰ দীঘলকৈ ৰখা চুলিবোৰত হাত ফুৰাই ভগা ভগা মাতেৰে কৈ উঠিল, 'আহিলি বোপাই, মাৰক আনিব নোৱাৰিলি?' 'আপোনাৰ ভনীয়েক আকৌ ধপ্‌ধপিত উঠিলেহে। গতিকে মযে আহিলোঁ।' বসন্তই প্ৰমীলাৰ মুখলৈ চাই হাঁহি মাৰি ক'লে আৰু বাৰান্দাতে থকা চকী এখন টান মাৰি বহিল।

'খ হেৰ বোপাই, আমি এতিয়া তহঁতৰ লগত থপ্‌থপিত উঠিব লাগিবনে? বাছত নানিলি কিয়?'—চুলিখিনিত পিছ বুলাই দি জেঠায়েকে ক'লে—'চুলিও যে ৰাখিছ। তহঁতৰ কি যে কেহন হৈছে আজি-কালি।'

প্ৰমীলাই লৰ মাৰি পানী এঘটি আৰু গামোছা এখন আনি বাৰান্দাত কাষত থ'লেহি। মাকে নোকোৱাকৈয়ে লৰ মাৰি পাকঘৰত সোমাই স্ট'ভটো জ্বলাই চাহৰ পানী বহালে। বসন্তই হাতত অনা মিঠাই-লাৰুৰ টোপোলাটো নি ভিতৰত মেলিলে আৰু পকামিঠৈৰ লাৰু এটা তৎক্ষণাৎ মুখৰ ভিতৰত সুমুৱাই পাকঘৰৰ দুৱাৰমুখৰপৰা গালখনত লাৰুটোৱে উঠাই দিয়া টেমুনাটো বসন্তক দেখুৱাই গ'ল।

বসন্তই প্ৰমীলালৈ চাই হাঁহি এটা মাৰি মুখ্‌খন ধুবলৈ উঠি জেঠায়েকলৈ চাই সুধিলে, 'জেঠো আৰু নমিতা?'

'বিয়াঘৰলৈ অলপ আগতে ওলাই গৈছে। সিহঁতেও নেৰে; জেঠোৱেৰেই কমখিনি সহায় কৰিছেনে।'

'ভালেই হ'ব—মইও যাওঁ তাতে লগ পাম।' বসন্তই সম্পূৰ্ণ পোন হৈ চকীৰ হেণ্ডেলত ধৰি অৰ্থপূৰ্ণ দৃষ্টিৰে মাহীয়েকলৈ চালে।

প্ৰায় জাপ মাৰি উঠাৰ দৰে মাহীয়েকে আকৌ তাক সাৱট মাৰি ধৰি ক'লে,—'আহিছে? তোৰ লগত আহিছে? মোৰ মূৰৰ চুলিৰ সমান আয়ুস লৈ জীৱাই থাক বোপাই···মোৰ মূৰৰ চুলি···প্ৰমী, চাহ হ'লনে?···ইমান দূৰ বাট (ত্ৰিশ মাইল) মাৰি চাইকেলত দুটা 'মুঠিবিঅ' মোৰ সোণ।' শেষৰ ফালে প্ৰায় কান্দোনৰ সুৰত কথাখিনি শেষ কৰিলে জেঠায়েকে।

বসন্ত মুখ ধুবলৈ গ'ল। জেঠায়েকে লৰালৰিকৈ টিপয় এখন ভিতৰৰপৰা আনি বসন্ত বহা চকীখনৰ আগতে থ'লে। মূৰৰপৰা গামোছাখন খুলি চুলিবিলাক মেলি লৈ গামোছাখন দুহাতে ধৰি জৰপ জৰপ শব্দ কৰি কোবাবলৈ ধৰিলে। বুকুৰ ভিতৰত থপ্‌থপনিটো গোটেই দেহটোলৈ বিয়পি পৰি এক অস্থিৰতাত পৰিণত হ'ল। মুখ-

হাত ধুই বসন্তই ভিতৰ সোমাই ড্ৰেছিং টেবিলৰ সমুখত থিয় হৈ চুলিখিনি কণিয়ালে আৰু নমিতাহঁতৰ স্ন’ৰ বটলটো দেখি আঙুলিৰ আগত স্ন’ অকণ লৈ গোটেই মুখখনতে ঘঁহি ল’লে। তাৰ পিছত বাহিৰলৈ আহি আগৰ চকীখনত হেলনিয়াকৈ বহি টিপয়খনৰ কাষেদি ভৰিহাল দীঘলকৈ মেলি দি চাহ আহি পায় মানে জোতা ফুপাতৰ মাজত সৰু-সুৰা ঘুচিয়াঘুচি এখন লগাই দি একান্ত দৃষ্টিৰে সিহঁতৰ যুদ্ধখন চাবলৈ ধৰিলে। জেঠায়েকেও সৰু মূঢ়া এটা আনি তাৰ কাষৰপৰা অলপ কোণীয়াকৈ বহি তাৰ মুখলৈ নিবিষ্ট মনে চাই প্ৰমীলাক ক’লে, ‘মোলৈও একাপ আনিবি আই। গাটো ধুই আহিছোঁ।’

পূজাৰীয়ে গোসাঁইঘৰত বজোৱা ঘণ্টা-ধ্বনিৰ দৰেই চাহত চেনি মিহলোৱা চামোচৰ টিঙটিঙনি শব্দ হুটাই কৈ দিলে যে চাহ হুকাপেই বাকিছে আৰু চাহ প্ৰস্তুত। অলপ পিছতে এখন ট্ৰেত চাহ, পিঠা, বিস্কুট আদি লৈ প্ৰমীলা সোমাই আহিল।

‘তাই তেওঁ চাহকাপ ভালদৰে কৰিবলৈ শিকিছে’—জেঠায়েকে-জীয়েকৰ প্ৰশংসা কৰি চাহকাপ প্ৰথমেই হাতত তুলি ল’লে।

‘নোৱাৰিলে কেনেকৈ হ’ব? ভাতো ৰান্ধিব লাগিব।’—বসন্তয়ো লগে লগে নিজৰ চাহ কাপ তুলি লৈ এশোহা মাৰিলে।

প্ৰমীলাই জিভাৰ আগটো উলিয়াই অকণমান শিয়াৰী লাৰুৰ সহায়ত ইখন গালৰো টেমুনা উঠাই দেখুৱালে।

‘মাহীয়েৰে লৰালৰিকৈ লাৰু কেইটা বান্ধি দিছে, তইয়ে অকলে খাই শেষ কৰিবিনে? যাচোন যা, ড্ৰয়িং ৰুমটো আকৌ এবাৰ সজাই-পৰাই তোলগৈ, কোনোবা আহিবও পাৰে।’ মাকে চাহৰ কাপ মুখত দি চকুৰেও এটা ইংগিত কৰিলে। প্ৰমীলাই জেনে ইংগিতৰ অৰ্থ আজি-কালি বুজে, বাইদেৱেক নমিতাৰ দৰাৰ কথাই আলোচনা হ’ব। আজিলৈকে কিমান এনে আলোচনা হৈছে দেউতাকৰ লগত, আন মানুহৰ লগত, বসন্তৰ লগত, মাহীয়েকৰ লগত, মোমায়েকৰ লগত। আজিলৈকে কিমানবাৰ ড্ৰয়িং ৰুম সজাইছে—কেতিয়াবা বায়েক নমিতাক

সৈতে, কেতিয়াবা অকলেও কেতিয়াবা আকৌ সৈতে! কিমান নতুন আলহী আহি চাহ-মিঠাই দকচি খাই বাইদেৱেকৰ হাতৰ কামৰ প্ৰশংসা আৰু ছোৱালীক অপচন্দ কৰি গৈছে—এই কম বয়সতে তাই সকলোবিলাক বুজিব পাৰিছে। এনে এটা দিন যোৱা নাই, যিদিনা মাকে এবাৰ নহয় এবাৰ বায়েকৰ বিয়াৰ কথা কৈ হুমুনিয়াহ পেলোৱা নাই, বা নিজৰ কপালক দোষ দিয়া নাই। এই সক টাউনখনৰ এমূৰত কাৰোবাৰ বিয়া হ'লেই মাকৰ ছটফটনিও সেই কেইদিন দুগুণ বাঢ়ে; হয় দেউতাকক বকে, নহয় তাইকে সকস্তুৰা দোষ ধৰি বকে, নাইবা লক্ষীমপুৰত চাকৰি কৰি থকা সিহঁতৰ ককায়েককে বকি থাকে। আজি ওচৰৰে—সবিতাৰ বিয়া, এই কেইদিন মাকৰ বকনি আৰু ছটফটনি বাঢ়িছে। সেই বিয়ালৈ সবিতাৰ সম্পৰ্কীয় ল'বা এজন আহিব বসন্ত ককায়েকৰ লগত; ল'ৰাজন বসন্তৰ বন্ধু, সেই ল'ৰাজনৰ কাৰণেই আজিৰ বিয়াৰ দিনটোত মাক অলপ শান্ত হৈ আছে। মুখেৰে কোনো এটা শব্দ নকৰাকৈ প্ৰমীলা ওলাই গ'ল।

পিঠা এখনত কামোৰ মাৰি অনুচ্চ সুৰত বসন্তই মাহীয়েকৰ উদগ্ৰীৱ মুখখনলৈ চাই ক'লে, 'তপন কালি ৰাতি আহি আমাৰ ঘৰতে থাকিল। পুৰা দুয়ো গা ধুই আহিছোঁ, ত্ৰিশ মাইল বাটহে।'

'কিবা আশা দেখিছনে?' কপালৰ গাঁঠিত উদ্বেগ আৰু অধীৰতা প্ৰকাশ কৰি জেঠায়েকে সুধিলে।

'মুঠতে নমিতাৰ ভাগ্য। যদি পচন্দ কৰে কথা দি যাব। মাকৰ অসুখ, এই মাহতে বিয়া পাতে। বহুত ঠাইত ছোৱালী চাইছে, পচন্দ হোৱা নাই। অৱস্থা ভাল, ডাঙৰ চাইকেলৰ দোকান আছে, বিদ্যাত কিন্তু বি. এ. ফেল।'

'বিদ্যাৰ কথানো কিয় কৈছ? এম. এ. বি. এল. হ'লেই যেনিবা, যদি উপাৰ্জন নাথাকে। ইমান ছোৱালী চাইছে, নমিতাকনো পচন্দ হ'বনে চাগৈ?' জেঠায়েকে চাহৰ কাপটো নমাই থৈ সোঁ হাতৰ ওপৰত মুখখন ধৰি কাতৰ দৃষ্টিৰে বসন্তৰ ফালে চাই কথাষাৰ সুধিলে।

জেঠায়েকৰ এই দৃষ্টি তাৰ কাৰণে অসহ্য। এই দৃষ্টি আজিয়ে সি প্ৰথম দেখা নাই। নমিতাৰ বিয়াৰ সম্পৰ্কত এইখন ঘৰৰ লগতে সিহঁতৰ ঘৰখনো সমানে অলা-কলা হৈছে, গাৰ খাটনি, ধনৰ ভৰণি, আনকি, সন্মান হানিও হৈছে তাৰ। জেঠায়েকৰ ডাঙৰ ল'ৰা বোপাটি আঁতৰে আঁতৰেই থাকে—চাকৰি লৈ, তাৰ উপৰি সংসাৰৰ আওভাও একো বুজি নাপায় সি। মেডিকেল ৰিপ্ৰেজেণ্টেটিভৰ চাকৰি লৈ নানা ঠাইত ঘূৰি ফুৰিবলগীয়া হোৱাত বসন্তৰ ওপৰতে এই দায়িত্ব পৰিছে। সেই সূত্ৰে তপনৰ লগত চিনাকী আৰু বন্ধুত্ব। নমিতাৰ কাৰণে বহুত খাটনি ধৰিছে তাক। এই বিয়ালৈ অহাৰ অন্যতম কাৰণ সেইটোৱে।

চাহকাপ দীঘলকৈ সোহা মাৰি শেষ কৰি কাপ-প্লেটখিনি আঁতৰাই থৈ বসন্ত অলপ গা লৰাই বহিল। মনৰ দুৰ্বলতাখিনি বাহিৰত প্ৰকাশ নাপাবলৈকে মাতটো অলপ কৰ্কশ কৰি সি ক'লে, 'বন্দবস্তটো তহঁতে জানই, চিঠিত লিখিছোঁ। সি ইয়ালৈ নাহে। কেইবা ঠাইতো ছোৱালী চাই সি বদনামৰ ভাগী হৈছে। গতিকে সি বিয়াঘৰতে নমিতাক চাব; যদি পচন্দ হয়, তেন্তে ঘৰলৈ আহিব আৰু পকাপকি কৰি যাব। যদি নহয়, সি ঘৰলৈ নাহে আৰু তাতেই বুজিব লাগিব। তাৰ বাবে কোনো দোষৰ ভাগী সি নহয়—মোক স্পষ্ট কথা কৈ দিছে। কিন্তু পচন্দ হ'লে এই মাহতে বিয়া দিব লাগিব।'

'পচন্দ হওকচোন বোপাই। এই মাহ কিয়, এই সপ্তাহতে বিয়া পাতিবলৈ মই সাজু। ঈশ্বৰেহে চকু মেলি চোৱা নাই। কিমান দুখীয়া মানুহে আৰ তাৰপৰা ধাৰ কৰি ছোৱালী বিয়া দিছে, জেঠাৰেৰই কিমানক টকা-পইচা দি, দোকানৰপৰা নিজৰ গাতে লৈ কাপোৰ-কানি বাকীকৈ আনি দিছে; এই সবিতাৰ বিয়াখনতেই জেঠাৰেৰই কিমান সহায় কৰি দিছে! টকা-পইচা, গাৰ খাটনি, কিজানি সেইবিলাকৰ আশীৰ্বাদত নিজৰ জীয়েকৰ বিয়াখন হয়েই।'

বসন্তৰ ওচৰলৈ মূঢ়াটো টানি আনি হাত এখন তাৰ আঁঠু এটাৰ ওপৰত

থৈ কথাখিনি ক'লে জেঠায়েকে। বসন্তই ইতিমধ্যে ভৰি নচুওৱা কার্য বন্ধ কৰি দিছিল।

'বোপাটিৰ চিঠি পাইছেনে? মোলৈ বহুত দিন দিয়া নাই। ময়ো দিয়া নাই। তাৰ দৰে একে ঠাইতে নাথাকোঁ নহয়, ঘূৰি ফুৰিব লাগে।' বোপাটিৰ কথা মনলৈ আহোঁতেই সুধিব খোজা প্ৰশ্নটো সি এতিয়া সুধিলে।

'তাৰ কথা আৰু কিনো সোধ—আগৰ দৰেই হৈ আছে। একেটা ল'ৰা কাৰণে ডেউকাৰ আঁৰতে ৰাখি ডাঙৰ কৰিলোঁ। সিহে চিঠিত সুধি পঠিয়াইছে নমিতাৰ বিয়াৰ কিবা হৈছেনে নাই—তেতিয়াহে সি আহিব। তাৰো বিয়া পতাৰ সময় হ'ল, তোৰো হ'ল।

'বাদ দে আমাৰ বিয়া।' সি জেপৰপৰা চিগাৰেটৰ পেকেটটো উলিয়াবলৈ তৃতীয়বাৰ চেষ্টা কৰি ক'লে, আজি-কালি আৰু খাব পায়, নহয় জানো?'

'খা বোপাই, নিজে ঘটিছ যেতিয়া কিয় নাখাবি? মাত্ৰ মদ পানীতহে মুখ নিদিবি।'

বসন্তই চিগাৰেট এটা জ্বলাই জ্বলন্ত আগটো জেঠায়েকৰ ফালে পোনাই দীঘল হোপা এটা টানি মুখখন একতীয়া কৰি দীঘলীয়াকৈ ধোঁৱাবোৰ উলিয়াই দিলে। লগে লগে মুখৰ ভিতৰতে অস্পষ্ট শব্দ এটা উচ্চাৰণ কৰিলে। তাৰ পিছত চিগাৰেটটো ওঁঠত টিপি ক'লে, 'সি কিন্তু ছুই-এটোপা খৰে। আগৰ কথা আগতীয়াকৈ ক'লোঁ।'

'সেইটোনো কি দোষৰ কথা আজি-কালি? মাতাল নহ'লেই হ'ল। হাকিম, মুন্সুপ, এম. এল. এ., প্ৰফেছাৰ সকলোৱেই খৰে হেনো আজি-কালি। আনকি কলেজত পঢ়া ল'ৰাইও খায় বুলি তহঁতেই কৈছিলি।....সেয়েহে নালাগে তিৰোতাবোৰেও বোলে ক্লাব পাতি এটুপিকৈ খৰা হ'ল। দেশৰ হাৱা যেনেকুৱা।'

'তেন্তে মইনো কিয় খাব নালাগে?' কৌতুক কৰি সি ক'লে।

'তহঁতে নাখাবি অ' সোণ—'

'কেতিয়াবা ? লগত পৰি ? আজি-কালি সেইবিধ নহ'লে ক'তো লগ-সংগ পোৱাই নাযায় যে।'

'তেতিয়া এটোক খাবি আৰু !'

সৰুতে এবাৰ ইয়াৰে আহি বোপাটিৰে সৈতে চুৰকৈ চিগাৰেট খাইছিল। জেঠায়েকে ছুৱোটাকে ধৰি খুব পিটন দিলে। মনত পৰি বসন্তই মুখৰ ভিতৰতে হাঁহিলে। জেঠায়েক অলপ অপ্ৰস্তুত হৈ পৰিল। নিজৰ উক্তিৰ সমৰ্থনত ক'লে, 'ছোৱালী ভাল হ'লে সেই অভ্যাস এৰুৱাব পাৰিব। আগতে বিয়াখনেই হওঁকচোন।' জ্বলি থকা চিগাৰেটলৈ চাই চাই জেঠায়েকে ক'লে।

চিগাৰেটত আকৌ দীঘলীয়া টান এটা দি সি ক'লে, 'লগতে কিন্তু অলপ ইটো-সিটো দোষো আছে। হাতত টকা আছেতো, কলিকতা-দিল্লী ঘূৰি ফুৰে।'

'সেইটোও সিমান ধৰিবলগীয়া নহয় দেচোন, হাতত টকা-পইচা থাকিলে···আৰু···পুৰুষৰ চৰিত্ৰৰ নো কি দোষ থাকে···অলপ চঞ্চলেই··· মানে ধৰচোন ছোৱালীৰ ক্ষেত্ৰতহে মানুহে সকলো চাই···' শেষৰ কথাখিনি একে উশাহে খৰকৈ কৈ লাহে লাহে উশাহটো এৰি দি বুকুৰ কঁপনিটো হেচি ৰাখিবৰ কাৰণে তললৈ মূৰ কৰি ৰ'ল জেঠায়েকে।

বসন্তই হাতত লৈ থকা চিগাৰেটটো মুখত লগাবলৈ নি সি মুখখন আধামেলা কৰিয়ে ৰৈ গ'ল। ইমান সহজে জেঠায়েকে সকলো কথা মানি ল'ব বুলি তাৰ ধাৰণাই নাছিল। জেঠায়েকৰ এই পৰিবৰ্তন অভাৱনীয়, এয়া সময়ৰ সোঁত নে, নমিতাৰ কোনো মতে গতি লগাই জীৱনৰ দায়িত্বৰপৰা মুক্ত হোৱাৰ চেষ্টা ?

মনৰ ভাব বাহিৰত যাতে প্ৰকাশ নাপায়, তাৰ বাবে সচেষ্ট হ'বলৈ যাওঁতেহে বসন্তই বুজিব পাৰিলে মুখখন তাৰ মেল খায়ে আছে— আৰু চিগাৰেটটো জ্বলন্ত অৱস্থাত আদ বাটতে বলিৰ পঠাৰ দৰে তাৰ আঙুলিৰ ফাঁকত বান্ধ খাই আছে। চিগাৰেটটো দলিয়াই দি নতুন এটা জ্বলাই লৈ বাহিৰৰ ফালে চাই মৃদু টান এটা দিলে বসন্তই।

জেঠায়েকে বুজিলে মনৰ অশান্তিত আৰু অস্থিৰতাত নক'বলগীয়া কথা এবাৰো তাৰ আগত কৈ পেলালে। এক নতুন অস্বস্তিয়ে মানুহজনীৰ গোটেই দেহটো কঁপাই গ'ল। টিপয়খনৰ কাপ-প্লেটখিনি তুলি লৈ একাষৰীয়াকৈ বেৰৰ কালে থৈ অলপ আঁতৰত বাৰান্দাৰ খুটা এটাত আঁউজি বসন্তৰ ফালে চাই থোকাথুকি মাতেৰে ক'লে, 'তই চাগৈ ভাবিছ, জেঠায়ে এয়া কি কথা কৈছে। সংসাৰৰ হাল-চালবিলাক দেখি-শুনিহে কৈছোঁ সোণ। তাইৰ লগৰ ছোৱালীবোৰে যেতিয়া এজাক ল'ৰা-ছোৱালী লৈ তাইৰ খবৰ কৰিবলৈ আহে; মোৰ আমঠু ক'লা পৰি যায়; এনে লাগে—শিল এটা লৈ যেন বুকুত ভুকুৱাই দিম। তাইতকৈ বয়সত বহুত সৰু ছোৱালীবিলাকৰ যেতিয়া বিয়া হোৱা শুনো, প্ৰত্যেকখন বিয়াৰ হোমৰ জুইকুৰা মোৰ বুকুতহে যেন দপ্ দপাই জ্বলি উঠে। নমিতাৰ মুখলৈ কোনোমতেই চাব নোৱাৰা হওঁ। লুকাই লুকাই তাই শোক কৰে, মই মাকজনীয়ে সকলো বুজোঁ—তাইৰ মনৰ ভাব গতি—বৰণটো অকণমান ক'লা, ওখই অলপমান কম, সিমানেইহে তাইৰ দোষ। মুখখন, নাকটো ইমান ধুনীয়া, পিছফালৰপৰা তাইৰ ঠগটো কিমান গঢ়িত, চাই থাকিলে চাই থাকিবৰ মন যায়। ধুনীয়া নহয়নে বাৰু তাইৰ ঠগটো ?

জেঠায়েকৰ মুখলৈ চাবলৈ তাৰ সাহ নহ'ল। বাহিৰৰ ফালে চাই থাকি লাহে লাহে সমৰ্থন সূচকভাৱে মূৰটো দুপিয়াই ভৱিহাল তীব্ৰভাৱে নচুৱাবলৈ ধৰিলে বসন্তই।

নমিতা ধুনীয়া নহয়। অলপ ওখ হোৱা হ'লেও বহুত দোষ কাটি যায়। তাতে এতিয়া অলপ শকত হৈ গৈছে। কিন্তু তাৰ চকুৰ আগতে এনে কিছুমান ছোৱালীৰ বিয়া হৈ গৈছে, যাৰ তুলনাত নমিতা বহুত ধুনীয়া। সেইবিলাক ছোৱালীয়ে দৰাও পাইছে ভাল, শিক্ষিত ধুনীয়া, চাকৰিও ভাল। সেইবিলাক উদাহৰণলৈ চালে বিয়া যে সঁচাকৈয়ে পূৰ্বজন্মৰ সম্পৰ্কৰ কথা, ভাগ্যৰ কথা, এই কথা স্বীকাৰ কৰিবই লাগিব। ইমানাদিনে 'ভাগ্য', 'পূৰ্বজন্ম' আদি শব্দবিলাকক সি ইতিকিং কৰি

আহিছিল—আজি এই মুহূৰ্ত্ত'ত সি হঠাতেই ভাগ্যবাদী হৈ পৰিল।' এবাৰ লগে লগে তাৰ হাঁহি উঠিল হেঁ-হেঁ-হেঁ ধৰণৰ শব্দ উচ্চাৰণ কৰি অলপ ডাঙৰকৈ হাঁহি লগে লগে জেঠায়েকৰ মুখৰ কালে চাই লগে লগেই ক'লে,—'আমাৰ তাৰ অপৰাজিতা নামৰ ছোৱালীজনী মনত পৰেনে? নমিতাতকৈ ডাঙৰ লেংপেং কৰে ওখ, মানুহে পাণপৰা জখলা বুলি কয়, কিমান ভাল দৰা পাই গ'ল ··।'

জেঠায়েকৰ কথা শেষ হোৱা নাছিল, শোকে খুন্দা মাৰি ধৰাতহে হঠাৎ বৈ গৈছিল। নমিতাৰ চৰিত্ৰ বা গুণাৱলীৰ বিষয়-বস্তু বসন্তক নতুনকৈ জেঠায়েকে একো ক'ব নালাগে। তথাপি, তথাপি, জেঠায়েক—জেঠায়েকৰ গাতো দোষ নথকা নহয়। প্ৰথমৰপৰা তেওঁলোকে বিচাৰিলে ডাক্তৰ নাইবা ইঞ্জিনিয়াৰ দৰা। মণ্ডল, কেৰাণী, মাষ্টৰ এজনকো যদি বিচাৰিলেহেঁতেন, তেন্তে নমিতা ইমান দিনে বুঢ়া হৈ ঘৰতে থাকিব নালাগিলহেঁতেন।

মানুহে সাংসাৰিক কোনো সমস্যাৰ পাকত পৰিলে, কোনো এজনক দোষৰ ভাগী কৰিবলৈ বিচাৰে। তাৰ দ্বাৰা সমস্যাৰপৰা মুক্তি নাপায় সঁচা, কিন্তু মনস্তাত্বিক সকাহ এটা পায়। বসন্তই তেনে এটা সকাহ লাভ কৰিব নোৱাৰি তাৰ নিজৰ ওপৰতে থং উঠি গ'ল। জোতা-যুপাতৰ গোবোহা দুটা মাটিত ধমহকৈ মাৰি সি একেচাবে থিয় হ'ল।

'যাওঁ। বিয়াঘৰতে তাক লগ পাব লাগিব।'

থিয় হৈ থকা ঠাইৰপৰা দুখোজমান আগবাঢ়ি আহিল জেঠায়েক।' অলপ ফুচ্‌ফুচাই কোৱাদি ক'লে—'যেনে-তেনে এবাৰ আনিব নোৱাৰিবনে ইয়ালৈ? বিয়াঘৰতনো কি চোৱা হ'ব, কি কথা-বাৰ্তা হ'ব? ইয়ালৈ আহিলে চাহকাপকে দিব, কথাৰ ছলতে মই তাইৰ হাতৰ কামথিনিও দেখুৱাব পাৰিম। যিহে দুখন বেডকভাৰত ফুল উঠাই থৈছে, চালে চকু বৈ যায়; প্ৰদৰ্শনীত ফাৰ্ষ্ট প্ৰাইজ পাইছে।' এখন তোকে দিম বাৰু। আৰু ঘৰলৈ আহিলে কথা পাতোঁতে—কোনে জানে···'

হঠাৎ ওঁঠ দুখন জপাই দিলে জেঠায়েকে। মুখখন কিন্তু আগৰ দৰেই কথা পতাৰ ভংগীতে তাৰ ফালে আগবঢ়াই স্থিৰ কৰি ধৰি থাকিল। কিবা এটা নক'বলগীয়া কথা আকৌ মুখৰপৰা ওলাই গৈছিল—তাকে বন্ধ কৰিবলৈ গৈ জেঠায়েক এক সংকটপূৰ্ণ অৱস্থাত পৰিল। যিটো তাৰ অন্তৰৰপৰা আহি মুখৰ ভিতৰতে শব্দৰূপ গ্ৰহণ কৰিলে, তাক যদি বাহিৰৰ বাক্যৰূপ নিদিয়েও, বসন্তই বুজিব পাৰিব, কিবা এটা তাৰপৰা লুকুৱাবলৈ চেষ্টা কৰিছে জেঠায়েকে। অথচ আজিৰ দিনটোৱেই জীয়েকৰ কাৰণে এক বিশেষ গুৰুত্বপূৰ্ণ দিন। এই সুযোগ যদি হেৰাই যায় আৰু কেতিয়াও উভতি নাহে। গতিকে, জপাই থোৱা মুখখন মেলি কথাখিনি উলিয়াই দিলে জেঠায়েকে, "সুবিধা পালে টুপকৈ সেৱা এটাকে কৰাই দিম গামোছা এখন দি।"

'ফুঃ—' স্বস্তিৰ নিশ্বাস এটা এৰি বসন্তই ক'লে—'আজি-কালি সেইবিলাক কৌশলৰ দিন গ'ল। গামোছাখনহে যাব, সি লৈ গুছি যাব। মোক তেনে কৰিলে গামোছাখনহে লৈ আহিম।' কথাখিনি লঘু কৰি দিবলৈ চেষ্টা কৰি সি ক'লে—যদিও জেঠায়েকৰ ওপৰত পেটে পেটে খং উঠি গৈছিল।

জেঠায়েক কিন্তু দমি নগ'ল। মাতটো আৰু স্পষ্ট কৰি তাৰ ওচৰলৈ আৰু এখোজ আগবাঢ়ি গৈ ক'লে, 'চাহকাপ দিওঁতে, তামোলৰ বটাটো দিওঁতে কেনেবাকৈ—যদি আঙুলিত আঙুলি লাগি যায়; গাটো জীকাৰ খাই যায়, কেনেবাকৈ যদি চকুৱে চকুৱে পৰি চকুত বিজুলীৰ চমক খেলি যায়....তেনেকৈয়ে ভাল পোৱা হৈ নাযায় জানো? কিতাপত দেখোন পঢ়িবলৈ পাওঁ—তাই কিবাকিবি গল্পৰ কিতাপবোৰ পঢ়ে নহয়....।'

বসন্তৰ মুখখন ফুটন্তাই যেন বগা হৈ গৈছিল। তাৰ ভাব হ'ল—সি যদি উচ্চস্বৰে হাঁহি দিব নোৱাৰে, তেনেহ'লে তাৰ ভিতৰখনত এই মুহূৰ্তত এটা ভয়ানক বিস্ফোৰণ ঘটি যাব। কিন্তু হাঁহিবৰ উপায় নাই। হঠাৎ সি অনুভৱ কৰিলে তাৰ বিস্ফোৰণমুখী হাঁহিটো নিমিষতে গলি

যাবলৈ আৰম্ভ কৰিছে। সৰ্বনাশ, সি যে কান্দিব খুজিছে। চিগাৰেটৰ জ্বলন্ত আগটো কোনোবা পাকত তাৰ হাতৰ কোনো অংশত লাগি গৈছিল। উচপ খাই সি চিগাৰেটটো দলি মাৰি দিলে। সেই সুযোগতে তুখোজমান আগবাঢ়ি গৈ সি জেঠায়েকৰপৰা আঁতৰ হ'ল।

জেঠায়েকৰ মুখখনো শেঁতা হৈ গৈছিল—তেওঁৰ মুখৰ সকলো তেজ যেন কোনোবাই ব্লটিং কাকতেৰে চিয়াহী টোকাদি টুকি লৈ গ'ল। জোৰকৈ হাঁহি এটা মাৰিবৰ চেষ্টা কৰি তুখোজ আগবাঢ়ি তাৰ কাষ চাপি ক'লে,—'জানো বোপাই, তাই পঢ়িবলৈ অনা গল্পবিলাক কেতিয়াবা ময়ো পঢ়োঁ। গল্পবিলাকত ল'ৰা-ছোৱালীবিলাকৰ মাজত যেনেকৈ ভাল হয়, বিয়াও হয়। আমাৰ ছোৱালীয়ে কলেজতো পঢ়িলে, সেইবিলাক একো নিশিকিলে··· ।'

তপনক আনিবই লাগিব। লাগিলে তাৰ ভৰিয়ে-হাতে ধৰিব। সি জেঠায়েক জেঠোয়েকক কন্যাদায়ৰপৰা মুক্ত কৰিব, তাৰ বাবে সি তপনৰ নিৰ্কিনা গোলাম হৈ থাকিব। লগে লগে সি ক্ষীণ প্ৰতিজ্ঞা এটাও কৰিলে, সি বিয়া কৰাব এনে এজনী ছোৱালী, যালৈ কোনো দৰা নাহে, যি দেখিবলৈ আপচু, নমিতাতকৈ বহুত বেছি আপচু, কিন্তু নমিতাৰ সমান গুণৱতী। লগে লগে সি প্ৰমীলাক মাতিলে "প্ৰমীলা, ওলা, বিয়াঘৰৰপৰা আহোঁ।'

প্ৰমীলা হাঁহি হাঁহি সোমাই আহিল বাহিৰৰপৰা। বিয়া ঘৰলৈ যাবলৈ পালে ভালেই পায় তাই।

জেঠায়েকে প্ৰমীলাক কোনটো ফ্ৰক পিন্ধি যাব, ক'বলৈ গৈ উল্লাসিত কণ্ঠেৰে চিঞৰি উঠিল, 'আজি বৰ ভাল দিনতে আহিলি বসন্ত, ফুলজোপা আজি ৰাতি ফুলিব।'

'নমিতাই কৈ থকা ফুলজোপানে? চাওঁ, চাওঁ কোন জোপা?'—জেঠায়েকৰ দৃষ্টিৰ ফালে লক্ষ্য কৰি বসন্ত তুখোজমান আগুৱাই গ'ল।

পাকঘৰৰ পিৰালিত কেৰাচিনৰ টিন এটাত দেখাত অনাকৰ্ষণীয়, দীঘল দীঘল পাতৰ জোপোহা গছ এজোপা তাৰ চকুত পৰিল। সি

জাপ মাৰি গৈ ফুলজোপাৰ ওচৰ পালেগৈ। প্ৰতিটো পাতৰ মাজত খাঁজ কটা। তাৰ জোঙাল আগবিলাকৰপৰা বগা, মিহি, মকৰাজাল যেন অঁাহ কিছুমান থোপাকৈ ওলাইছে। সি পাত এটা আঙুলিৰে লিৰিকিবলৈ ধৰিলে। জেঠায়েকো ওচৰ চাপি গৈছিল। আগবিলাকৰ-পৰা বগা হৈ ওলাই অহা অংশখিনি দেখুৱাই তেওঁ ক'লে,-'ৰাতিলৈ প্ৰতিটো আগৰপৰা একোপাহ পদুমৰদৰে ডাঙৰ ডাঙৰ ফুল ওলাই আহিব। কেমেৰা এটা অনা হ'লে ফটো ল'ব পাৰিলিহেঁতেন।'

'তপনৰ কেমেৰা আছে।' সি ৰাতি ফুলিবলৈ থকা ফুলবিলাকৰ চিত্ৰ কল্পনাৰে আনি নিজকে কোৱাদি ক'লে।

'তেনেহ'লে, তেনেহ'লে ফুলকে চাবলৈ এবাৰ আহক অ'। তই বুজাই-বঢ়াই ক'বিচোন। গোটেই ৰাতি ফুলি থাকিব যেতিয়াই তেতিয়াই আনিব পাৰ। ৰাতি পুৱালে কিন্তু জঁয় পৰি যাব; জঁয় পৰাই নহয়, দেখিবলৈ লোপ-ক্ষেপ ঘিণ লগা হৈ পৰে।'

কিবা এটা যেন সমিধান পাই গৈছে, এনেভাৱে লাহে লাহে মূৰটো দুপিয়ালে বসন্তই। আহিব পাৰে, ফুলৰ চখ আছে তপনৰ কেমেৰাও আছে। লগে লগে জোতাৰ গোৰোহা দুটা সশব্দে মাটিত মাৰি সি খোজ ডাঙি চিঞৰিলে—'প্ৰমী'।

বিয়াঘৰ বসন্তৰ অচিনাকী নহয়। মাহীয়েকৰ ঘৰলৈ সি ছাত্ৰাৱস্থাৰে পৰা, বন্ধ আদিত আহি কটায়হি। সবিতাৰ দেউতাক জগন্নাথ শইকীয়া তাৰ জেঠায়েক গিৰীন্দ্ৰ চহৰীয়াৰ বাল্যবন্ধু। সেই সূত্ৰত এই ঘৰৰ লগত আহ-যাহ, বন্ধুত্ব। ঘৰখনলৈ আলিয়েদি ঘূৰণ পৰে, ন'হলে জেঠায়েকৰ ঘৰৰ ঠিক পিছফালেই। প্ৰমীলাক লৈ বসন্ত ধুনীয়াকৈ সজা গেটৰ মুখ পাওঁতেই সিফালৰপৰা বাটলৈ বুলি ওলাই অহা তপনক পালে। অলপ অচিনাকী বিয়াঘৰীয়া মানুহৰ মাজত থাকি তপনে অশান্তি পাইছিল, এবাৰ বসন্তৰ ঘৰলৈ অৰ্থাৎ নমিতাহঁত ঘৰলৈ যোৱাৰ কথাও ভাবিছিল; কাৰণ তাৰ সম্পৰ্কও ভাৱৈয়েক আৰু কইনাৰ দেউতাক শইকীয়াই বিয়াঘৰত থকা নমিতাৰ দেউতাক গিৰীন্দ্ৰ চহৰীয়াৰ লগত

চিনাকী কৰি দিছিল। সেই প্ৰসঙ্গত বসন্ত অহাৰ কথা জানিব পাৰি তেখেতে তপনকো তেওঁলোকৰ ঘৰতে ভাত খাবলৈ নিমন্ত্ৰণ জনাইছিল —সি কোনোমতে এই জুলুমৰপৰা সাৰিল। এতিয়া লগ পাই, প্ৰমীলাৰ লগত চিনাকী হৈ প্ৰমীলাৰ হাতত ধৰি বিয়াঘৰলৈ সোমাই গৈ তিনিও পিছফালৰ ৰভাতল পালেগৈ। ৰভাতলত কইনাই সাজ-পাৰ পিন্ধি বহি আছে, কেইজনীমান ছোৱালীয়ে ধুনীয়া ফুলৰ মালা এডাল কইনাৰ খোপাত ধুনীয়াকৈ সজাই দিবলৈ চেষ্টা কৰি আছে। ওচৰতে আন কেবাজনী ছোৱালীও। নমিতাই বসন্ত অহাৰ খবৰ বোধহয় পোৱা নাছিল, বসন্তক দেখিয়ে স্থান-কাল পাহৰি চিঞৰি উঠিল, 'বসন্তক্ককাইদেউ—'

কইনায়ো থিয় হৈ নমস্কাৰ জনাই মাত লগালে,—'আহিয়ে সোমাই আছে নহয়? মাহীদেউক আনিম আনিম বুলি কৈ অকলে আহিল।'

'অকলে? পিছত বহুৱাই আনিছোঁ তপনক।'

'মাহীদেউকো আগত বহুৱাই আনিব পাৰিলেহেঁতেন।' কইনা সবিতা আৰু লগে লগে নমিতাও আগবাঢ়ি আহিল। কইনাঘৰীয়া চিনাকী মানুহ ব্যস্ত হৈ সিহঁতক বহিবলৈ চকী, খাবলৈ তামোল-চুপাৰি আনি দিলে।

বসন্তই এই ছলতে নমিতাক চিনাকী কৰি দিলে, 'নমিতা, মোৰ জেঠাইদেউৰ ছোৱালী, তপন বৰ্মণ সবিতাৰ তাৰৈয়েকৰ ল'ৰা, এই প্ৰথম আহিছে।'

নমিতাই সকলো জানে। ক'ব নোৱাৰাকৈয়ে তাইৰ মুখলৈ তেজবোৰ উঠি আহে। নমস্কাৰ বিনিময় কৰি চকী দুখন দেখুৱাই ক'লে,—'বহক আপোনালোক।' তাৰ পাছত বসন্তৰ ফালে চাই ক'লে,—'আজি ককাইদেউ আপোনাৰ দিন ভাল, আপোনাৰ হেপাঁহৰ বস্তু এটা দেখিবলৈ পাব।'

'আজি ফুলিব, চাই আহিছোঁ।'

তপন আৰু কইনাই অৰ্থপূৰ্ণ দৃষ্টিৰে বসন্তলৈ চালে।

বসন্তই নমিতাৰ ফালে চাই থাকিয়ে উত্তৰ দিলে,—'ফুল, ৰাতি ফুলা ফুল। কি নাম, নমিতা ?

'ইংৰাজী নাম—'কুইন অব দি নাইট—নিশাৰাণী, ৰাত কী ৰাণী হ'ব আৰু।'

'বুজিছোঁ, বুজিছোঁ মই দেখা নাই, কিন্তু ইলাষ্ট্ৰেটেড উইকলীত ছবি পাইছোঁ। মোৰ বৰ হেঁপাহ চাবলৈ। ভাৰতীয় নাম—'ব্ৰহ্ম-পদ্ম।' তপনে ক'লে।

'ওলাবি তেন্তে ৰাতি এপাক। দৰাঘৰক অভ্যৰ্থনা কৰাৰ পাছতে সময় পাম। তোৰ কেমেৰাটোও ল'বি। ফ্লেছ বাল্ব্ আনিছ নহয় সৰহকৈ ?' ইমান সহজে ঘৰলৈ নিয়াৰ সুযোগ পাই আনন্দত উৎফুল্ল হৈ পৰিছিল বসন্ত। কিন্তু জোৰকৈ এই আনন্দটো হেচি ধৰি স্বাভাৱিক সুৰতে যেন কথাৰ লগৰ কথা এষাৰহে কৈছে, এনে ভাবত কথাষাৰ কৈ বুকুৰপৰা শিল এটা নমোৱা যেন সকাহ পালে সি।

'যোৱা বছৰযে আমি দুয়ো মাজৰাতিলৈকে বহি বহি তইঁতৰ ঘৰত চাইছিলোঁ ? আজি ফুলিব নেকি ? চাবলৈ পোৱা হ'লে—' কইনাই নমিতাৰ ফালে ঘূৰি নমিতাৰ হাত এটা লৈ ক'লে। নমিতাতকৈ বয়সত সৰু হ'লেও নমিতাৰ আৰু মাকৰ মনত আনন্দ দিবৰ কাৰণেই তই সম্বোধন কৰে।

'ওলাবি মনে মনে তেখেতৰ লগতে, কইনাৰ বেশত ফটো এখনো ল'বি। বেছ ধুনীয়া লাগিব।' নমিতাই বসন্তৰ ফালে চাই হাঁহি হাঁহি ক'লে।

তপনে বুজিলে আওপকীয়াকৈ তাকেই নিমন্ত্ৰণ দিছে। লগতে হাঁহি হাঁহি যোগ দিলে ; 'ওঁ আজিৰ কাৰণে সবিতা ৰাত-কী-ৰাণী যেতিয়া, ভালেই হ'ব।'

'মোলৈ কেইপাহমান লৈ আহিবি ভাই, পিন্ধি লৈ ফটো এখন তোলাম।'

'চিন্তা নাই, চিন্তা নাই, ময়ে আনিম, ৰাতিপুৱালৈ মৰহি যাবহে'- বসন্তই প্লেটৰ পৰা চক অলপ লৈ মুখত দি ক'লে।

আধাঘণ্টামানৰ পিছত বসন্ত আৰু প্ৰমীলা উভতি আহিল।

জেঠায়েকে বসন্ত অহাৰ কথা শুনিয়ে মাংস-কণীৰ যোগাৰ দি গৈছিল। ছুপৰীয়া পলমকৈ হাঁহি স্ফূৰ্তিৰেই সকলোৱে আহাৰকাৰ্য্য সমাপন কৰিলে। জেঠায়েকে বসন্তক বৰ মৰম কৰে আৰু ফুচুৰি কথা কৈ আনন্দ দিয়ে। বিয়াত ব্যস্ত থাকিব লগা হোৱা বাবে বেছি কথা নহ'ল, খাই-বৈ তেওঁ সোনকালে বিয়াঘৰলৈ গ'ল। আবেলি জেঠায়েক আৰু প্ৰমীলা গৈ আনুষ্ঠানিকভাৱে উপহাৰ দি বিয়া খাই অহাৰ পাছত বসন্তই গৈ নিজৰ ফালৰপৰা কইনাক উপহাৰ দি আহিল। বিয়াঘৰলৈ অহা-যোৱা কৰি থাকোঁতেই সময়খিনি কেতিয়া পাৰ হ'ল কোনেও ধৰিবকে নোৱাৰিলে। সন্ধিয়া বসন্ত আৰু প্ৰমীলা আহি ফুলৰ টিঙটো ধৰাধৰিকৈ আনি বাৰান্দাত উঠালেহি। প্ৰমীলাই ফটা কাপোৰ এখন তিয়াই লৈ টিঙটোৰ গাত লাগি থকা বোকা-বালিবোৰক মচি চাকচিকুণ কৰিবলৈ চেষ্টা কৰিলে। ফুলবিলাক সন্ধ্যাৰ লগে লগেই ক্ৰমাৎ ভাঙৰ হৈ আহিছিল এক নতুন বস্তু চোৱাৰ হেঁপাহত বসন্তৰ দেহতো এক নতুন উন্মাদনাৰ সৃষ্টি হ'ল। লগে লগে বুকুখনৰ ভিতৰত গৰম বতাহ এছাটি পাক খাই খাই ঘূৰিবলৈ আৰম্ভ কৰিলে। ছুপৰীয়াৰ প্ৰথম চিনাকীটোৱে তাক হতাশ কৰি তুলিছিল তপনৰ চকুত, মুখত গাভৰু এজনীৰ লগত প্ৰথম পৰিচয়ৰ মুহূৰ্তত যি এক উন্মাদনাৰ জেউতীয়ে দেখা দিব লাগিছিল, সি সেইটো দেখা নাপালে।

তাৰ উপৰি কইনা সবিতাৰ লগত নমিতা একেলগে থিয় হৈ থকাত 'কন্টাক্টটো' বৰ বেয়া ধৰণে চকুত লগা পৰিছিল, আনকি, তাৰ চকুতো। ওখ, লাহী, সবিতাৰ হৈ ওচৰত মণ্ডহাল, চাপৰ, মিঠাবৰণৰ নমিতাক ফুল আৰু পাতৰ লগত তুলনা কৰিব পৰা ধৰণৰ হৈছিল। নমিতাতকৈ যে সবিতা কমবয়সীয়া, কোমল, দেখিলেই সহজে বুজিব

পাৰি। নমিতাৰ মুখৰ পাউদাৰবোৰ অ'ত-ত'ত মিহিকৈ হ'লেও ৰেখাৰ দৰে স্পষ্ট হৈ পৰিছিল।

...উত্তেজনাত সি চিগাৰেট এটা জ্বলাই লৈ ফুলি ফুলি জীৱন্ত হৈ আহিব ধৰা 'কুইন অব দি নাইট' বিলাকলৈ চাই ৰ'ল।

ৰাতি জেঠায়েক আৰু প্ৰমীলা, লগতে নমিতাও আহিল দৰা অহাৰ পিছত আকৌ যাব—এই প্ৰতিশ্ৰুতি দি। দৰাঘৰীয়াক ভাত খুউৱাৰ ব্যৱস্থাত তপনো ব্যস্ত থাকিব, গতিকে বসন্তও তাৰ কাৰণেই বিয়াঘৰত বৈ থাকিবলগীয়া হ'ল।

প্ৰমীলা, নমিতা আৰু জেঠায়েকে ফুলজোপাৰ চাৰিওকালে চকী, মূঢ়া পাতি বাৰান্দাৰ প্লাগপইণ্টৰপৰা টেবুল লাইট এটা জ্বলাই ফুলজোপাৰ ওপৰত পোহৰ পৰাকৈ বাৰান্দাৰ খুটাটোৰ ওপৰত বান্ধি দিলে। তিনিও বহি লৈ অবাক বিস্ময়েৰে ফুলবোৰ ফুলি অহা চাবলৈ ধৰিলে। নমিতাই ভাবি গ'ল তপনৰ কথা। তপনৰ মুখখন, তপনে পিন্ধা ধুনীয়া ষ্ট্ৰাইপৰ চাৰ্টটো, তপনৰ চকুহাল, কথা কোৱাৰ ভংগী। কিন্তু আৰম্ভণিৰ হতাশাটোৱে গোটেই দিনটো তাইৰ অন্তৰৰ কোনোবা চুকত শূন্যতা এটাৰ সৃষ্টি কৰি থৈছিল; সেই শূন্যতা ঢাকিবলৈকে তাই ভিতৰি ভিতৰি যুদ্ধ চলাই আছিল মনৰ মাজত। তপনৰ হাফচাৰ্ট পিন্ধা হাত দুটা সুগোল, থাৰি দুটা মঙহাল, বগা,-ক'লা ফিটাভালে হাতখন দুগুণে ধুনীয়া কৰি তুলিছে। তাই সহজ জ্ঞানেৰেই বুজিব পাৰিছিল, প্ৰথম পৰিচয়ে তপনৰ অন্তৰত কোনো চমকৰ সৃষ্টি কৰা নাছিল। এনে ক্ষেত্ৰত কেতিয়াবা বিয়া হ'লেও সেই বিয়াত ৰোমান্স নাই। গতানুগতিক কোনো শিল্প-প্ৰেৰণা নথকাকৈ ফুলদানিত সজাই থোৱা এথোপা ফুলৰ দৰেহে শোভা পাব তেনে বৈবাহিক জীৱনে। আজিৰ ল'ৰাই পৰাপক্ষত তেনে জীৱন নিৰ্বিচাৰে। দেউতাকহঁতৰ দিনৰ কথা বেলেগ আছিল। মাক ধুনীয়া নহয়, বৰণো প্ৰায় ক'লা বুলিয়ে ক'ব পাৰি। তথাপি মাক দেউতাকে পচন্দ কৰি দিয়া ছোৱালীকে বিয়া কৰাই তাইৰ দেউতাক সুখী হৈছিল।

আজিৰ ল'ৰাইনো কিয় সেই বাট নল'লে? লোৰা হ'লে তপনেও তাইক বিয়া কৰাব পাৰিলেহেঁতেন। তাই অন্তৰৰ সৰ্বস্ব উজাৰি এজনক সুখী কৰিলেহেঁতেন। ধুনীয়া ছোৱালীবিলাক নিজক লৈয়ে ব্যস্ত; আনক সন্তুষ্ট কৰাৰ চিন্তা কেতিয়াও নকৰে। তেনেকুৱা ছোৱালীয়ে, তাই জানে বিয়াৰ পিছতো নিজৰ ক্ষমতা জুখিবলৈ বুলিয়েই চঞ্চল মনৰ পুৰুষক মিছাতে হাবু-ডুবু খুৱাই বং চাই আনন্দ পায়। সবিতাই কেইবাজনো ল'ৰাক বলিয়াৰ দৰে কৰি কেনেকৈ আনন্দ পাইছিল তাইক সকলো কৈছিল। তথাপি আজিৰ পুৰুষে ফটোৰ চেহেৰাটোকে ভাল পায়, ভিতৰৰ মানুহজনীক চাবলৈ নিবিচাৰে।

মাক নলিনীৰ কিন্তু একো চিন্তা কৰাৰ ক্ষমতাই নাইকিয়া হৈ পৰিছে। গোটেই নাটকথনৰ এটা চৰম মুহূৰ্ত আহি পৰিছে তেওঁৰ কাৰণে। এতিয়া একো কথাই ভাবিব নোৱাৰে তেওঁ। নহা মানুহ তপন আহিব, এবাৰ চকুৱে চকুৱে পাৰিব, এবাৰ এষাৰ কথা পাতিব ঈশ্বৰে সেইকণ সময়তে যদি দয়া কৰি তপনৰ মনটো গলাই দিয়ে। কিমান বয়স খোৱা আধুনিকা ছোৱালীয়ে ধুনীয়া দৰা পাইছে। (বিয়া ঘৰত তপনৰ লগত চিনাকি হ'ল তেওঁৰ)। তপনক পোৱাটো তাওৰ ভাগ্য হ'ব তেওঁলোকৰ। থাওক মদ, কোনেনো নাখায়!

বাহিৰত 'খটক্' ধৰণৰ শব্দ এটা শুনি প্ৰমীলাক আগফালে দৌৰাই পঠিয়াই মাকো পিছে পিছে গ'ল। গেট খোলাৰ শব্দ আহিছে, বসন্ত আহিছে, তপনক লৈ বসন্ত আহিছে।

'আহা, আহা বোপা, সোমাই আহা, ইয়ালৈকে।'

আগে আগে বসন্ত আৰু পিছে পিছে তপন সোমাই আহিল, তপনৰ হাতত এটা কেমেৰা।

নমিতা থিয় হৈ চকী এখন অলপ লৰাই দি ক'লে,—'বহক', লগে লগে মাজতে মুমাই থৈ দিয়া টেবিল লাইটৰ ছুইচটো টিপি দিলে।

তপন বহিবলৈ গৈ বৈ গ'ল।

বসন্তই পেণ্টৰ জেপত হাত ভুখন ভৰাই থৰ-হৈ থিয় দি থাকিল।

নাচি নাচি মঞ্চত প্ৰৱেশ কৰা সুসজ্জিতা সুন্দৰী নৰ্ত্তকীৰ দৰে ত্ৰিশ পাহ ফুল পাতৰ ভিতৰৰপৰা সম্পূৰ্ণ কৈ ওলাই আহি সূক্ষ্ম তাঁৰ এডালত —দেহত মৃদু কম্পন লৈ চাৰ্কাচৰ ছোৱালীবিলাক থিয় হৈ থকাৰ দৰে পাতৰ জোঙা আগবিলাকত খোপনি লৈ থিয় হৈ আছে।

ইমান ধকৃধকীয়া বগা, কোমল দীঘলীয়া পাহিবোৰত যেন ববকৰ গুৰিহে সিঁচৰিত হৈ আছে। হাত লগালেই যেন সেই সৌন্দৰ্য্য, সেই পবিত্ৰতা নষ্ট হৈ যাব। বসন্তই এখোজ আগবাঢ়ি পাতটোত ধৰি এপাহ ফুল অলপ ওপৰলৈ দাঙি ধৰিলে। ভিতৰফালে হঠাৎ হালধীয়া বোল লগা কেশৰে আৰু পৰাগবিলাক এইমাত্ৰ নোৱাই উঠা কইনাজনীৰ গাত লাগি থকা মাহ-হালধিৰ বোল যেন লাগি গ'ল বসন্তৰ চকুত। (সবিতাৰ ভৰিৰ গোৰোহাত আৰু আঙুলিত হালধিৰ মিহি বোল এটা সি লক্ষ্য কৰি আহিছিল।) প্ৰতি পাহ ফুল মুহূৰ্তে মুহূৰ্তে, চেকেণ্ডৰ কাটাতকৈও খৰগতিৰে বিকশিত হৈ উঠিবই লাগিছে চকুৰ আগত। যৌৱনৰ প্ৰাণ-প্ৰাচুৰ্য্যই নিজস্ব শক্তিৰে প্ৰতিপাহ ফুলৰ সৰ্বাংগলৈ একো একোটা শিহৰণৰ ঢৌ তুলি দিছে—যাৰ ফলত প্ৰতি অংগত এক মৃদু কম্পনৰ সৃষ্টি হৈছে। পাপৰিবোৰ মেল খাই দেখিবলৈ একোপাহ সক-সুৰা পদুম ফুলৰ দৰে হৈ পৰিছে। লগতে এটি অতি মৃদু গন্ধই অদৃশ্য মকৰাজাল এখনৰ দৰে সিহঁত সকলোকে আৱৰি পেলাইছে, যেন কইনা সবিতাই সিহঁতৰ ওচৰত থিয় হৈ কথা পাতি থাকোঁতে গাৰপৰা ওলোৱা তেল—হালধি-প্ৰসাধনৰ সংমিশ্ৰিত গোন্ধটোহে!

বসন্তই সন্তৰ্পণে সকলোৰে মুখবিলাক চাবলৈ চেষ্টা কৰিলে। এক সংগীতমুখৰ নিৰৱতা অদৃশ্য বিজুলী সোঁতৰ দৰে সিহঁতক ঘেৰি থকা বায়ুমণ্ডলৰ মাজেদি সৰ্পিল গতিৰে যেন প্ৰৱাহমান।

অকস্মাতে আহি পৰা এক বিজুলীৰ চমকে সকলোকে বিশেষকৈ জেঠায়েকক সচকিত কৰি তুলিলে।

ফ্লেছ বাল্বৰ চমক! এখন ফটো লোৱা হৈ গ'ল। নিষ্ঠুৰ চিকাৰী

এজনে শৰালি এজাকৰ মাজলৈ যেন অতৰ্কিতে চেৰা গুলি এটা মাৰি পঠিয়ালে। বিয়াঘৰত হঠাৎ বেণ্ডৰ কন্‌চাৰ্ট বাজি উঠিল, লগে লগে উৰুলিৰ ধ্বনি, নিশ্চয় কইনা উলিয়াবৰ হ'ল।

'ক্ষমা কৰিব, ক্ষমা কৰিব' চঞ্চল হৈ তপনে ক'লে, 'ব'ল বসন্ত, কইনা উলিয়াবৰ হ'ল ছাগৈ,—তাৰ পিছত নমিতা আৰু প্ৰমীলালৈ চাই ক'লে,—'তোমালোকো ওলোৱা···আপুনি বোধহয় ঘৰ ৰখিব লাগিব নহয়?........নমিতা, ফুল কেইপাহমান ছিঙি লোৱা, তোমাৰ বন্ধুৰ ফটো উঠাব লাগিব নহয়?'

('ৰাতি ফুলা ফুল'ৰ পৰা: ১৯৭৬-৭৭)

# কাঠনিবাৰী ঘাট

পাৰত দ'ম হৈ পৰি থকা কয়লাৰ পাহাৰবোৰ, গড়াখহনীয়াত জুকলা হোৱা ব্ৰহ্মপুত্ৰৰ পাৰ, পানী শুকাওঁতে ওলাই পৰা ঝাঁওবন ভৰা বালি চাপৰিৰ সেউজীয়া ঢৌবোৰ চকুৰে নেদেখা হোৱালৈকে লৰিয়ে আছে। বাৰিষা ব্ৰহ্মপুত্ৰৰ পানী গৈ শিলগুটি দিয়া ৰাজআলিৰ কাষ পায়গৈ। এতিয়া শুকাই যোৱাৰ লগে লগে বাটলৈ ভালেখিনি নামি আহিব লাগে। বালিৰ ওপৰত বাহঁৰ চোঁচ, টাৰ্জা আদি পেলাই মানুহ অহা-যোৱা বাট কৰি দিছে। একমাত্ৰ চাহৰ দোকানখন, বালিত পোতা বাহঁৰ চাঙৰ ওপৰত খেৰৰ চালি এখনত আত্মপ্ৰকাশ কৰি আছে। কেৰাচিনৰ টিনৰ টাপলি দি সজা বহল জাপ দুৱাৰখন দাঙিথোৱা অৱস্থাত চালিখনেৰে আন এখন চালি হৈ গ'ল। তাৰ তলত বাহঁৰ খুটা চাৰিটাৰ ওপৰত দুচলা ফলীয়া বাহঁ পেলাই দিয়াৰ লগে লগেই সেইখন এখন সুন্দৰ 'বেঞ্চ'। তাত বহি চাহ খাওক, বিড়ি কিনক, চিগাৰেট জ্বলাওক, কথা পাতক। মই সেই-বিলাকৰ একোকে কৰা নাছিলোঁ, মাত্ৰ প্ৰকাণ্ড সেন্দুৰ বাটি যেন হৈ পৰা বেলিটোলৈ চাই আছিলোঁ। জাহাজ আহিব ৰাতি ৯ বজাতহে, অৰ্থাৎ সেইটোৱে নিয়ম। দিনে পোহৰেই আহি মই ঘাট পালোঁহি। চাওঁতে চাওঁতে সৰু সৰু ঢৌবিলাকে সৰু সৰু আঙুলিৰে সেন্দুৰবিলাক টপাটপ সানি ক'ৰবাত 'মৌ-মেল' চাবলৈ লৰ ধৰিলে।

কোনোবাই খঙত যেন গোটেই সেন্দুৰখিনি খেকেচা মাৰি সিহঁতৰ গাতে পেলাই দিলে;—উঁকা কপালৰ তিৰোতা এগৰাকী যেনেই লাগিল। মনটো অকলশৰীয়া হৈ পৰিল। যাত্ৰী নায়েই দেখোন। দুজনমান নেপালী, সস্ত্ৰীক। কেইজনমান চাহ বাগিছাৰ বনুৱা। চাহ বাকচ অনা আৰু কয়লা নিয়া চাহ-বাগানৰ মটৰবিলাকেই ইমান সময়

কাঠনিৰাৰী ঘাটক জীয়াই ৰাখিছিল। দূৰণীৰ চাহ বাগিছাৰ কলঘৰৰ অস্পষ্ট ধোঁৱাবোৰ ইতিমধ্যে আন্ধাৰৰ লগত মিলি যাবলৈ ধৰিছে। ক'লা অসুৰ যেন বুটখন, তাত কাম কৰা খালাচী, বনুৱা শ্ৰেণীৰ মানুহ কেইটা, চাহ দোকানখনৰ সক পৰিয়ালটো আৰু আমি যাত্ৰী নামৰ প্ৰাণী কেইটাক আন্ধাৰবোৰে অকলে পাই আগুৰি পেলালে।

হুৰ হুৰ শব্দ এটাৰ লগত জুমুকাৰ জুন-জুননিয়ে কৌতূহল বঢ়াই তুলিলে। দোকানৰ খেৰ-ইকৰাৰ বেৰৰ ফাঁকেদি চকুত পৰিল এখন গৰুগাড়ী। গাড়োৱানটোৱে নামি লাহেকৈ যুঁৱলিখন মাটিত নমাই দিলে। গৰুহালে অ'ত-ত'ত দুই-এডাল ঘাঁহ সুঙিবলৈ ধৰিলে। গাড়ীৰ সন্মুখৰ পৰ্দাখনৰ সেউজীয়া বৰণটো তেতিয়াহে চকুত পৰিল। লগে লগে মনটোও সেউজীয়া হৈ পৰ্দাখনৰ দৰেই কঁপিবলৈ ধৰিলে। চট্‌ফটীয়া পোন্ধৰ-ষোল্ল বছৰীয়া ল'ৰা এটা জাপ মাৰি নামি আহিল।

গাড়োৱানৰ সৈতে ধৰাধৰি কৰি টিঙৰ ট্ৰাঙ্ক এটা নমাই আনি মাটিত থ'লে। কেঁকো-জেঁকোকৈ ৰাকচটো গাড়োৱানৰ মূৰত উঠিল। আগে আগে ল'ৰাটোৱে বাট দেখুৱাই বুটলৈ লৈ গ'ল।

আকৌ এবাৰ মনটো কঁপিবলৈ ধৰিলে। গাড়ীৰ ভিতৰৰপৰা ওলাই অহা মূৰ্তিটো স্পষ্ট হৈয়ে চকুত পৰিছে। কাৰণ, পোহৰৰ ওপঙি থকা শেষ কণাবোৰ তেতিয়াহে অদৃশ্য হৈ পৰিছে। গাৰ কাপোৰ-কানি জাৰি-জোকাৰি নৈখনৰ ফালে চাই থিয় হ'ল। ল'ৰাটো আৰু গাড়োৱানটো আহি ওচৰ পালেহি। 'হল্ড্-অল্' আদি দুই-এপদ বস্তু গাড়ীৰ ভিতৰৰপৰা উলিয়াই লৈ লাহে লাহে বুটলৈ খোজ দিলে। মোৰ চকুৱে তেওঁলোকক অনুসৰণ কৰিলে।

অলপ পিছত ল'ৰাটো আৰু গাড়োৱানটো ওলাই আহিল। তাক দোকানৰ ওচৰত চাহ খাবলৈ পইছা দি সোনকালে গৰু জুটিবলৈ নিৰ্দেশ দিলে—"ভালে ভালে পালোঁহি বুলি ক'বি বুজিছ !"

তাক বুজাই ল'ৰাটো বুটলৈ উভতি গ'ল। গাড়োৱানে চাহ "এক চিল্‌ল" আৰু "কলবিস্কুট" এটা নাকে-কাণে গিলিলে। দোকানৰ

গুচৰত থকা তাৰ সগোত্র যাত্রী বন্ধুৱাটোৰ প্ৰশ্নৰ উত্তৰ দিলে। দহ মাইল যাব লাগিব।

গাড়ীৰ দহ মাইল যাত্রা আৰম্ভ হ'ল! বহুদূৰলৈ ঘাটত জ্বলাই নিয়া লেমটোৰ পোহৰ টিমিকি টিমিকি জ্বলিছিল। পাক এটাত হঠাতে লুকাই পৰিল।

বুটৰ এমূৰত মমবাতিৰ ক্ষীণ পোহৰ এট জিলিকি উঠিল। বোধহয় তেওঁলোকেও সেইখিনি ঠাইকে বাছি লৈছে। মোৰ লাগেজটোও তাতে আছে। গোটেই বুটখনৰ ভিতৰত সেইখিনিয়েই মাত্র আৰামৰ ঠাই। বুটখনৰ বাটৰ মুখতো এটা হাৰিকেন অলপ আগতে জ্বলি উঠিছিল। দোকানৰ মুখতো এটা। এই তিনিটা পোহৰৰ খুটিয়ে আন্ধাৰৰ তামীঘৰাটো মজবুতকৈ তৰি পেলালে। ক'ৰবাত; পাৰৰ এৰাই থকা চপৰা এটা লৰ মাৰি গৈ পানীত জাপ দিলেগৈ। টুপুং! নিচেই কাষতে, পানীৰ ঘূঁৰলিত, চেলেকণা মাছ কেইটামানে থিক্-থিক্কৈ ইঁহাৰ শব্দ স্পষ্ট শুনা গ'ল। কয়লাৰ দ'মকিটালৈ চালোঁ। সাধুকথাৰ ছদ্মবেশী ৰাক্ষসকিটাৰ দৰে মোলৈ খাওঁ-খাওঁকৈ খেদি আহিল।

বুটৰ মোৰ ঠাইকণলৈ যাবলৈ ( নতুন যাত্রীৰ বিষয়ে জানিবলৈ ? ) মনটোৱে কাওঁ-বাওঁ লগাই দিলে। কাঠৰ মজবুত সাঁকো'ৰেদি আগবাঢ়িলোঁ বুটৰ ভিতৰলৈ। বুটৰ খিটিমিটীয়া আন্ধাৰত চাহৰ বাকচ, ৰং. আলকাতৰা, শুকান মাছ, পোৰা কয়লা—সকলোবিলাক গোন্ধে লাওপানী খাই লৈ কোৰাচ আৰম্ভ কৰি দিছে। বহুবছৰৰ মূৰত বৰপেড়া এটাহে যেন কোনোবাই নাকৰ আগত মেলি ধৰিলে। ক্লেটবিলাকৰ এই গোন্ধটো মোৰ বৰ প্ৰিয়। খালাচী আদি শ্ৰেণীৰ মানুহকিটাই জাহাজ অহাৰ আগতে খোৱা-বোৱা শেষ কৰাত ব্যস্ত।

মোৰ 'লাগেজ' থোৱা ঠাইৰপৰা অলপ আঁতৰত নেপালী পৰিয়ালটোৱে কম্বল পাৰি লৈ দীঘলীয়া সুৰৰ গান এটা আৰম্ভ কৰি দিছে। তাৰপৰা অলপ আঁতৰলৈ ৰেলিঙৰ মাজত কম্বল এখনত

চাওতালী কি উৰিয়া মানুহ কেইটাই বৃত্তাকাৰে বহি লৈ হুৰমূৰকৈ কিবা চোবাব লাগিছে। বোধহয় চাউল ভজা। আৰু ঠিক মোৰ মালৰ ওচৰতে, মোৰ চুটকেচ্ আৰু বিছনাৰ টোপোলাটো আৰু অলপ কাষৰীয়া কৰি 'হুল্ড্-অল্'টো মেলি ল'ৰাজনে শুই-শুই মমবাতিৰ পোহৰত ইংৰাজী ফিল্ম আলোচনী এখন মেলি লৈ তন্ময় হৈ গৈছে। মূৰ শিতানত বহি আছে ছোৱালীজনী কাকতথনলৈ নিৰ্লিপ্তভাৱে চাই।

মই কি কৰিম একো ঠিক কৰিব নোৱাৰি চুট্‌কেচ্‌টোকে অলপ লৰচৰ কৰিলোঁ। ছোৱালীজনীয়ে মোলৈ চকু দাঙিলে। কিন্তু মমৰ পোহৰৰ মাজেৰেৰা মোক দেখিবলৈ অলপ সময় মোলৈ চাই থাকিব লগীয়া হ'ল। লাভৰ ভিতৰত মমৰ পোহৰে 'ফ্ৰেম' বান্ধি দিয়া তেওঁৰ মুখখন মইহে খন্তেকতে চাই ল'বলৈ সুবিধা পালোঁ। ল'ৰাটোৱে আলোচনীখনত হাতটো থৈ সেই অৱস্থাৰে মোলৈ চাইছিল। মই অলপ হালি চুট্‌কেচ্‌টো লৰচৰ কৰোঁতে মোৰ মুখখনো মমৰ পোহৰে চেলেকি গ'ল।

ল'ৰাটো ধড়মড় কৈ উঠি বহিল। আৰু ছোৱালীজনীয়েও দেখোন —খোপালৈ ওৰণিখন তুলি ল'লে।

"আপোনাৰ চুট্‌কেচ্? আমি অলপ একাষৰীয়াকৈ থ'লোঁ দেই। আমি কোঁচাই বহিম, আপুনি বিছনা পাতক।"

ল'ৰাটোৱে ইমান চিনাকী সুৰত কথাষাৰ ক'লে যে মই থত্‌মত্ খাই গলোঁ। সোনকালে মানুহৰ চিন পাহৰাৰ কাৰণে কেবা ঠাইতো লাজ পাই থৈছোঁ। কিন্তু মিছা হ'ল ···ক'তো দেখা মনত নপৰে।

"নাই নাই, ঠিক আছে—তোমালোক (ওৰণি!) মানে তুমি······ ভালকৈ বহা। মোৰ ব্যৱস্থা হ'ব।"

মোৰ কম্বলেৰে মেৰিওৱা বিচনাৰ টোপোলাটো (লেতেৰা হৈ গৈছে) আঙুলিৰ ট্ৰিকেৰে ইতিমধ্যে চুট্‌কেচৰ আঁৰ কৰি দিলোঁ। কিন্তু প্ৰহৰী কৰি দিয়া বং এবোৱা চুট্‌কেচকে বা চম্ভালোঁ কেনেকৈ! অৱশ্যে সি ভাল বংশৰে আছিল, গুৰিগোবা ইংৰাজী ষ্টিলৰ, কিন্তু

শুৱিগোৰা বিচাৰে কোনে ? বস্তু দুটা উঠাই লোৱা দেখি ল'ৰাটোৱে অভিমানতে চিঞৰি উঠিল, "আপুনি আন ঠাইলৈ যাব খুজিছেনেকি ? আমি বেয়া পাম হ'লে।"

ল'ৰাটোৱে সঁচাকৈয়ে পাৰি লোৱা 'হল্ড-অল'টো কোঁচাবলৈ ধৰিলে।

"নহয়, তোমালোকে আৰাম কৰা। জাহাজ বা কোন ৰাতি আহে ! সময়ৰ ঠিক নাই। আৰু কেতিয়াবা নাহেও।"

সেই কাৰণেইতো আপুনি ইয়াতে থাওক। যাত্ৰীও নাই, তাতে অসমীয়া মানুহ নাই, বাইদেৱে ময়ে তাকেহে আলোচনা কৰি আছোঁ। কোনোবা এজন লগ পোৱা হ'লে—

বুজিলোঁ। ল'ৰাটোৰো বায়েকৰ সমান ভয় লাগিছে। ময়ো মোৰ 'ভেগাবণ্ড্ মাৰ্কা' চুটকেচ্ আৰু কাপোৰৰ টোপোলা আতঁৰ কৰিবলৈহে এইথিনি কৌশল কৰিছিলোঁ। এতিয়া মোৰ কাপোৰৰ টোপোলাই ওৰণি আঁৰৰপৰা ভূমুকি মাৰিব পাৰে। টোপোলাটো মেৰি লৈ তেওঁলোকৰ ভৰি ফাললৈ বহি পৰিলোঁ।

"টিকট কাটিবৰ হ'বই যেন পাওঁ। মই খবৰ লৈ আহোঁ। ক'লৈ কাটিব লাগিব ?" টিকট কটালৈ তেতিয়াও সময় আছিল। কিন্তু সুধিবলৈ আৰু একো কথাই বিচাৰি নাপালোঁ।

"আমি যোৰহাটলৈ যাব লাগে।" ল'ৰাজনে ইতিমধ্যে আস্ত-ব্যস্তকৈ বহি লৈ উত্তৰ দিলে।

"যোৰহাটলৈ ? আজি জাহাজ ডাউন'হে।" চঁক খোৱাৰ দৰে মই উত্তৰ দিলোঁ। কাৰণ জাহাজৰ ভু আদাৰ বেপাৰীয়েহে নাৰাখে ! এওঁলোকৰতো তেনে হোৱাৰ কোনো লক্ষণেই নাই।

ল'ৰাটোৱে মোৰ চিন্তাৰ ভাৰ লঘু কৰিবলৈ পাই বৰ পুলকিত হৈ উঠিল। পঞ্চম মানৰ ল'ৰাই ষষ্ঠ মানৰ ল'ৰাক কিবা এটা বুজাই দিব লগা হ'লে যি পুলক অনুভৱ কৰে, সেই উছাহেৰে মোক বুজাই দিলে যে তেওঁলোকে 'ডাউন' ষ্টিমাৰত'গৈ শিলঘাটত নামিব, তাৰপৰা ষ্টেট্ ট্ৰেন্সপৰ্টত গৈ যোৰহাট পাবগৈ। "আমি কাইলৈৰ ভিতৰতে

যেনতেনে যোৰহাট পাবগৈ লাগে। বৰ জৰুৰী।" অৰ্থই নহয়, কথাবিলাকেহে মোক আকৰ্ষণ কৰিছিল বেছি। বোৱাৰীজনী স্বাভাৱিক লাজেৰে একাষৰীয়াকৈ বহি আছিল যদিও, একোবাৰ চকামকাকৈ মুখলৈ চাই এনেহে ধাৰণা হৈছিল যেন তেৱোঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছে—এই আলাপত। মুখৰে 'টু' এষাৰ নকৰাকৈয়ে নিজক এনেভাৱে 'জীৱন্ত' কৰিব পৰা এই অদ্ভুত গুণটোৰ কথাকে মই গুণা-গঁথা কৰিছিলোঁ। বিয়া হোৱা নিশ্চয় বেছি দিন হোৱা নাই, গাৰ মাহ-হালধিৰ বোল। মনৰ ক্ষীণ পোহৰতে মই স্পষ্টকৈ দেখিছোঁ। গাৰ 'দোলাই'খনৰপৰা, চুলিৰ মাজৰপৰা অহা বিয়াৰ মাহ-হালধি তেলৰ মলমলীয়া গোন্ধৰ সোঁত এটাই মোৰ নাকত মোহনা পাতিছেহি। এখন পৰিপূৰ্ণ মুখ, দীঘলীয়া বেলুন যেন গোল গোল হাত, গাৰ উজ্জ্বল হালধীয়া ৰং, আৰু অসমীয়া পাটৰ সাজযোৰৰ ৰংটোৱে ছবিৰ দৰে তুলি ধৰিছে। এনেকুৱা গঠন আজিকালি বৰকৈ দেখিবলৈ পোৱা নাযায়। হঠাৎ মোৰ মনত পৰি গ'ল—ল'ৰাজনে মোক কিবা এটা সুধিছিল, উত্তৰ নাপাই অলপ সেমেনা-সেমেনিও কৰিছে।

"উঁ উঁ, কি সুধিলা? মোৰ কথা? ময়ো যাম শিলঘাটলৈ, শিলঘাটৰ ওচৰতেই মোৰ ঘৰ।"

"তেন্তে ভালেই হ'ব। জাহাজ ৰাতিয়ে শিলঘাট পায়গৈ। আপোনাক লগ পোৱাত বহুত সুবিধা হ'ব। নহয়নে বাইদেউ?"

'বাইদেৱে' আলোচনীখনকে লিৰিকি বিদাৰি আছিল। কাণ আছিল আমাৰ কথাত।

সম্মতিসূচকভাৱে ভায়েকলৈ মূৰ তুলি চাই ৰ'ল।

হাঁহিটো কোনোবাই পকা ৰঙেৰে গোটেই মুখখনত চাব মাৰি থৈছিল। নহ'লে কপালখনে হাঁহিব কেনেকৈ? নাক, চকু, থুতৰিয়েও হাঁহেনে? এনেকুৱা ভাঠ ক'লা চেলাউৰিয়ে মিহিকৈ হাঁহিব পাৰেনে?

আন দিনাৰ দৰে জাহাজ অহাৰ সময় হ'ল। মই খা-খবৰ লৈ আহিবলৈ থিয় হলোঁ। টিকট কাটিবলৈ পইছা উলিয়াব খুজিছিলো

ল'ৰাটোৱে। মই বাধা দি কলোঁ যে তেতিয়াও টিকটৰ ঘণ্টা দিয়া নাই, আৰু টিকট দিলেও মোৰ পইছাৰে আনিব পাৰিম। পিছত পইছা দিলেও হ'ব।

"জাহাজ অহাৰ সময় থাকিলে নিশ্চয় চাল খাব পাৰোঁ ?" যাবলৈ ধৰি মই সুধিলোঁ।

ল'ৰাজনে বায়েকৰ মুখলৈ চালে। বায়েকে 'হুল্ড্-অল'টো আঙুলিৰে দুই-এবাৰ খেপিয়াই নিজকে কোৱাদি ক'লে, "ফ্লাক্স্‌টো ক'ত থাকিল!"

এই প্ৰথম মাতষাৰ শুনিলোঁ। গভীৰ অথচ মাখনৰ দৰে কিবা এটা কোমলতা থকা—এনে ধৰণৰ বৰ্ণনা মানুহৰ মাতত খাপ খায়নে-ক'ব নোৱাৰোঁ।

ল'ৰাজনে ফ্লাক্স্‌টো উলিয়াই দিলে। মই ফ্লাক্স্‌টো লৈ ৰেলিঙৰ কাষলৈ গলোঁ। ওচৰতে শিশু এটাই মূৰ দাঙি ৰাতি কিমান হ'ল এবাৰ চাই ল'লে। ক'ৰবাত হুৰহুৰাই মাটি অলপ খহি পৰিল নৈৰ বুকুত। দূৰৰ বাগিছাৰপৰা মাদলৰ ক্লান্ত ছেও ভাঁহি আহিছে।

টিকট দিয়াৰ আশা নাই বোলে। জাহাজ কিজানি ক'ৰবাৰ বালি চৰত লাগি ৰ'ল। বিৰক্তিৰে টিকট্-মাষ্টৰে কৈ উঠিল। যোৱা ভুইকঁপেই বোলে টিকট-মাষ্টৰৰ টোপনিত বালিচৰ বহুৱাই গৈছে।

চাহ দোকানীৰ পৰিয়াল খাই-বৈ উঠিল। ল'ৰা-ছোৱালী কেইটাই বাঁহৰ চাঙ এখনৰপৰা দোকানৰ বস্তু আদি নমাই শুবলৈ কাৰবাৰ কৰিছে। সন্মুখৰ চাংখনত গাদী পাতি আদহীয়া শকত দোকানীজনে আৰু তিনিজন মানুহৰ সৈতে ব্ৰীজ খেলত মগ্ন। মই গৈ পোৱাৰ লগে লগে এজনে কৈ উঠিল, 'দহ বাজিল, যাব লাগিব।' 'এই খেল' আন এজনে তাচটো 'চাফল' কৰাৰ লগে লগে উত্তৰ দিলে। মোক কোনেও দেখা পোৱা নাই। মই ৰস-ভঙ্গ নকৰি খেল চাবলৈ ধৰিলোঁ। 'হাৰ্ট ওৱান', 'স্পেড্‌ ওৱান, 'ন'ট্ৰাম্প্‌,' 'ট্ৰুৱাবচ,' 'থ্ৰি ডায়মণ্ড্‌চ', 'ডবল' আদি কটাকৰ আৱাজ হ'বলৈ ধৰিলে। খেল আৰম্ভ আৰু

শেষ হ'ল। শেষ খেলৰ কাৰণে জোৰ কৰা কামটো অৰ্থাৎ দোকানীজনেও বহুত 'ডাউন' খালে। তাৰ পাছত তিনিওজন যাবলৈ ওলাল। বুজিলোঁ, তিনিও চাহ-বাগানৰ চাকৰিয়াল—ৰাতি ইয়াত ব্ৰীজ খেলে।

দোকানীৰ 'স্পেড্' যেন হৈ পৰা মুখখনলৈ পুতৌৰে চাই আছিলোঁ। এইবাৰহে মোক মন কৰিলে। "আপোনাক কিবা লাগিব জানো।" কোমল মাতেৰে সুধিলে।

"চাহ লাগিছিল, দিব পাৰিব জানো?" শুবলৈ আয়োজন কৰা ল'ৰা-ছোৱালী কেইটিলৈ চকুদি মই সুধিলোঁ। "নিশ্চয়, আজি বোধ হয় জাহাজ নাহিবই।" সক ল'ৰা এটা ইতিমধ্যে জাপ মাৰি আহি শুচৰত থিয় দিলেহি।

"একাপ?"

মই ফ্লাস্কটো ল'ৰাটোলৈ আগবঢ়াই দিলোঁ—"তিনি।"

"অ' আপোনাৰ পৰিয়াল আছে?" চাহ দোকানীয়ে কৈ গ'ল, "কিবা অসুবিধা হ'লে জনাব। খোৱা-বোৱা কৰিব খুজিলেও সকলো সুবিধা কৰি দিম। ৰাতিও চাহ, গৰম পানী কিবা লাগিলে নিব।"

বৰ শকত ক'লা বৰণৰ আদহীয়া মানুহজন। মুখখনত কোমলতা এটা আছে। মাতত আন্তৰিকতাৰ সুৰ। দুই-এষাৰ কথাৰ পৰা বুজিলোঁ ল'ৰা-ছোৱালী কিটাৰ মাক নাই, সিহঁতকে লৈ ব্ৰহ্মপুত্ৰৰ বালিতে সক সংসাৰখন পাতি আছে।

পৃথিবীৰ মানুহবিলাক ইমান ভাল লাগি গৈছে। ইমান মৰম, চেনেহ, সহানুভূতি। মনটো ভাল লাগিল। ধন্যবাদসূচক কথা-বতৰা দুআষাৰমান কৈ চাহৰ দাম দি বুটলৈ উভতিলোঁ, প্ৰায় এঘন্টামানৰ মূৰত। টিকট মাষ্টৰৰপৰা বুজিলোঁ, জাহাজ অহাৰ আশা নাই। আহিলেও পুৱা-ৰাতিত। দুশাৰী চাহ বাকচৰ মাজত লুংলুঙীয়া বাটেদি আমাৰ ঠাইলৈ আগবাঢ়িলোঁ।

'চাউল ভজা' পাৰ্টিটোৱে নাকত মুড়ি ফুটাইছে। নেপালী পৰিয়ালৰ তেতিয়াৰ গানটোৱেই মাজতে সপ্তমত উঠি কাণত পৰিছিল।

এতিয়া সেয়ে 'অষ্টম' পাই একোটা এঙামুৰি আৰু দীঘলীয়া হামিত পৰিছেগৈ। 'ফিল্ম্ মেগেজিন'খনো আৰামেৰে শুই পৰিছে— ল'ৰাজনৰ বুকুত। বেচেৰাই ৰাতিৰ লগৰীয়া এজন পাই সম্পূৰ্ণ নিশ্চিন্ত হৈ পৰিল।

বাইদেৱেকে মূৰ শিতানতে বহি মোলৈ বাট চাই আছিল নিশ্চয়। মোক দেখা পাই, লাহে লাহে তাক জগালে, 'বৰুণ, চাহ নাখাৱ ?' মাতত অনাৱশ্যক ব্যস্ততা নাই, কাৰ্য্যত একো অস্বাভাৱিকতা নাই। বুজিলোঁ। আত্মবিশ্বাস তেওঁৰ আছে আৰু আনৰ ওপৰতো আস্থা ৰাখে। মোৰ সংকোচ ভালেখিনি কাটি গ'ল।

"বৰুণ" মই মাতিলোঁ।

তিনিও চাহ খাবলৈ বহি গলোঁ। মাটিৰ গিলাচ তিনিটা দোকানৰ-পৰাই আনিছিলোঁ। তেওঁলোকে 'চুট্‌কেচৰ'পৰা নাৰিকলৰ লাড়ু আৰু দুই-এবিধ খোৱা বস্তু উলিয়ালে। মই মোৰ ভাগটো লৈ অলপ আঁতৰলৈ যাবলৈ ধৰোঁতে আপত্তি উঠিল। বাধ্য হৈ বহা ঠাইতে খালোঁ। "তোমালোকৰ বিছনাখন ভালকৈ পাৰি লোৱা বৰুণ, আঁঠুৱা-খনো তৰি লোৱা। তোমালোক ভালকৈ শুব পাৰিবা।"

"জাহাজ নহে ?" মোৰ ভাব হ'ল দুয়ো একেলগে কৈ উঠিছিল।

"কি হ'ব বৰুণ" বৰ চিন্তাগ্ৰস্তভাৱে বাইদেৱেকে সুধিলে। চিন্তাই যে মানুহক শুৱনি কৰিও তুলিব পাৰে আগতে বিশ্বাস নহ'লহেঁতেন। কিন্তু ইমান যে চিন্তা হ'ল ?

"বৰ জৰুৰী কাম আছেনেকি, বৰুণ ? যোৰহাটত ?" হঠাৎ মুখৰ-পৰা ওলাই পৰিল কথাষাৰ !

"কাইলৈ যেনে-তেনে যোৰহাট পাবগৈ লাগে"—এইবাৰ পোনে পোনে বাইদেৱেকে মোক উত্তৰ দিলে, অৱশ্যে তলমূৰকৈ।

"কাইলৈৰ ব্যৱস্থা কাইলৈ ভাবিম, নহয় জানো বৰুণ ?" মোৰ কথাত বৰুণে তাঙৰ সমৰ্থন এটা পালে।

"এৰা ! মিছামিছি বাইদেউজনীয়ে কি-বিলাক ভাবে।

'ন'ৰবি' বুলি লেখিছেই। তয়োতো মাইনৰ পাছ, 'ন'ৰবি' মানে নাজাননেকি ?"

"কিন্তু 'কাম' চাৰ্প' যে ?" তায়েকৰ মুখলৈ চাই অলপ লাজকুৰীয়া-ভাৱে হাঁহি ক'লে।

"ভিনিহিদেউ অলপ-ধতুৰা মানুহ। মূৰৰ কামোৰ এটা হ'লেও 'মৰিমহে জীমহে' কৰি তোক বিচাৰে। সেই কাৰণেই 'কাম চাৰ্প'।"

মমবাতিৰ পোহৰত দেখিলোঁ। গোটেই মুখখন ধুনীয়াকৈ ৰঙা পৰিছে 'ন'ৰবি, কাম্ চাৰ্প—কি ৰহস্য সোমাই আছে কথা কেইটাত !

"কিবা অসুখ নেকি ?"

"ভিনিহিদেউৰ চাইকেল এক্সিডেণ্ট। হস্পিটালত, টেলিগ্ৰাম পোৱা দুদিন হ'ল। মই নাছিলোঁ, স্কুল বন্ধ হোৱাত কালি আহি পাইছোঁ। বাগানৰ পাতৰ সময়, 'চীজন টাইম', দেউতায়ো ছুটি ল'ব নোৱাৰে।"

মই বাৰে বাৰে অনুৰোধ কৰাত বৰুণে আহল-বহলকৈ বিছনাখন পাৰিলে। বৰ যত্নেৰে আঁঠুৱাখনো তিনি কোণীয়াকৈ তৰা হ'ল। বাইদেৱেক বিনা বাক্যব্যয়ে শুই পৰিল। দুই-চাৰি আষাৰ কথাৰ-পৰা বৰুণহঁতৰ বিষয়ে আৰু অলপ জানিব পাৰিলোঁ। মোৰ এড্ৰেচ্-টোও লিখি ল'লে। অলপ পিছত বৰুণো শুই পৰিল।

কাঠনিবাৰী ঘাট টোপনিত লালকাল। বুটখনেও টোপনি জালত কলমটিয়াই এঙামুৰি দিবলৈ ধৰিলে। ক'ৰবাত টিকটমাষ্টৰ কি খালাচীৰ অস্বস্তিকৰ খোজৰ শব্দ ব'টৰ মূৰলৈকে স্পষ্ট শুনা গ'ল। কাষৰ গড়াৰ-পৰা ছুৰছুৰাই মাটি অলপ খহি পৰিল।

ব্ৰহ্মপুত্ৰৰ সিপাৰৰ কাজিৰঙাৰ এন্ধাৰৰ মাজত বাঘ এটাই চিকাৰৰ বাটত জোপ লৈ আছে (নিশ্চয় !) দূৰণীৰ বালিচাপৰিত, কহুৱা আৰু ঝাঁও বনৰ মাজত, ব্ৰহ্মপুত্ৰৰ বহল, ক'লা পানীধাৰাত একোটা ৰহস্য শুই শুই চকু পিৰিকিয়াব লাগিছে। তৰা কেটামানে জুম বান্ধি ৰহস্যটোনো কি, ভূমুকিয়াই ফুৰিছে। বুটৰ নিচেই কাষতে থকা

-পাৰটোত বহি বহি 'জুটুলাজুটুলি' চুলিৰে ধুবুনী ছোৱালী কেইজনী-মানে কাপোৰ থুকুচিব লাগিছে "ছপ্—ছপ্—ছপাৎ!" ধেৎ! ঢৌবোৰহে!

ল'ৰাজন অৰ্থাৎ বকণে টাউনৰ হাইস্কুলৰ নৱমমান শ্ৰেণীত পঢ়ে। দেউতাকৰ কি নাম ক'লে? চাহবাগান এখনত টী হাউচত কাম কৰে। হেড টী হাউচ? এৰা হ'বলা। দহ মাইল দূৰ ঘাটৰপৰা। বাইদেৱেকৰ বিয়াৰ ডেৰ বছৰ হ'ল।

এসপ্তাহ হওঁতেই মাতি পঠিয়াইছে। সামান্য আঘাত। কিন্তু কাম চাৰ্প' যে! নেদেখিলে থাকিবই নোৱাৰে। বৰমিল……আজিৰ ৰাতিটো ডেৰ বছৰৰ আগত হোৱা হ'লে। আৰু মোৰতো এতিয়া চাইকেল এক্সিডেণ্ট্ হোৱা নাই…ধেৎ!

মমডাল বতাহত মুমাই গ'ল। আন্ধাৰতে ভাল লাগিছিল, কিন্তু উচিত ন'হব যেন লাগিল। দিয়াচলাইটো মাৰিলোঁ। আধাখোৱা মিকচাৰ এডোখৰ পাই তাকে জ্বলাই লৈ মম ডোখৰলৈ জ্বলা কাঠিটো আগবঢ়াই নিছিলোঁ।

চঁকখাই গলোঁ। বাইদেৱেকৰ মাত। "আন্ধাৰতহে টোপনি আহে যদি।"

"শোৱা নাই?"

"চিলমিল। টোপনি নাহেই দেখোন।"

স্বাভাৱিক। মম নজ্বলালোঁ। ৰেলিঙত ভৰ দি জাহাজ অহা দিশটোৰ ফাললৈকে তীব্ৰ দৃষ্টিৰে চাই থাকিলোঁগৈ। মমৰ পোহৰেৰে নহ'ব, জাহাজৰ পোহৰ আনিবই লাগিব।

কিমান সময় তেনেকৈ আছিলোঁ ক'ব নোৱাৰোঁ। হঠাৎ এটা হুলস্থুল আৰম্ভ হৈ গ'ল। 'জাহাজ' 'জাহাজ', 'পোহৰ' আদি শব্দ লগে লগে টিকটৰ ঘণ্টা আৰু খোজ কঢ়াৰ ধুপ-দাপ শব্দ।

মই লৰালৰিকৈ মমডাল জ্বলাই দিলোঁ। বাইদেৱেক উঠি বহিছিল। দুই হাতে হেঁচুকি বকণক জগালে। বকণো চক্‌মক্ খাই বহিল।

"জাহাজ আহিল বৰুণ"। যেন বহুত হুলস্থুল আৰু অপেক্ষাৰ পিছত 'ল'ৰা এটা জন্ম পাইছে'—এনে এটা সংবাদহে দিলোঁ। মই তেওঁক বিছনা বান্ধিবলৈ কৈ টিকট আনিবলৈ গলোঁ।

টিকট মাষ্টৰৰ মুখখন দেখিয়ে বুজিলোঁ কিবা এটা দুৰ্ঘটনা ঘটিছে। জাহাজৰপৰা চিগ্‌নেল্ পাইছে মেৰামতি কৰিব লাগিব। গতিকে, টিকট পলমকৈ দিব। খোঁৰাই খোঁৰাই জাহাজখন কাষ চাপি আহিছে। বৰুণে আহি অলপ পিছতে মোৰ ওচৰত থিয় হ'ল। খবৰটো দিয়াত, বায়েকক ক'বলৈ আকৌ উভতি গ'ল।

ৰাতি পুৱাই আহিছে।

পাৰলৈ নামি গলোঁ। কিবা এটা ব্যৱস্থাৰ কথা ভাবিব লাগিব। এওঁলোক আজি যোৰহাট পাবই লাগিব। প্ৰাতঃকৃত্যাদিৰ পিছত 'কাৱাকৈ' চাহ একাপ খাই টোপনিখিনি জাৰি পেলালোঁ। গৰম লুচি ভজাই ভালকৈ চাহ তিনি কাপ কৰাইছোঁ। জাহাজ আহিল আৰু দুই-এজন যাত্ৰী নামিল। দেখিলোঁ বৰুণে আৰু এজন ল'ৰালৈ পাৰলৈ নামি আহিছে।

"দাদা, দাদা, মামু আহিল। জাহাজত আহিছে যোৰহাটৰপৰা। চাওক মই নকৈছিলোঁ, চিন্তাৰ কাৰণ নাই বুলি।"

মামু ৰাতিৰ টোপনি খতিত কলাম'লা হৈ আহিছে! বাইদেৱেকৰ সমন্ধীয়া দেওৰ, বৰুণৰ প্ৰায় সমনীয়া বা অলপ ডাঙৰ হ'ব। "যোৰ-হাটৰ খবৰ কি?" মামুলৈ চাই সুধিছিলোঁ, বৰুণেই টপৰাই উত্তৰ দিলে, "ভাল, আমি যোৱা দেৰি হোৱাত, নিবলৈ পঠিয়াইছে।"

"নিবলৈ কিয়?"

"যায় যদি লৈ যাওঁ, নাইবা ময়ে ফুৰিচাকি যাওঁ, এই বুলি আহিলোঁ।" এইবাৰ মামুৱে ক'লে। "পিছে এতিয়া কি কৰা?"

"নবৌ যাব খুজিছে, যেনে-তেনে। গতিকে, নাও ভাৰা কৰি যোৰ-হাটৰ প্ৰথম বাচ ধৰিম। জাহাজ বালিত লাগিছিল, কিবা এটা বেয়া হ'ল। মেৰামতি কৰিলেহে যাব। গতিকে জাহাজত গ'লে দেৰি হ'ব।"

"তেনেহ'লে বৰুণ, বাইদেৱেৰাক গা-পা ধোৱাৰ ব্যৱস্থা কৰি দিয়া। ছুয়ো যোৱা। মই চাহ নিয়াম।"

বৰুণে হাতৰ 'ফ্লাস্ক্'টো মোক দি দুয়ো উভতি গ'ল। তেওঁলোকক এঘণ্টামান সময় দি দোকানী ল'ৰা এটাৰ হতুৱাই চাহ-জলপান লৈ বুটলৈ যেতিয়া যাওঁ, বৰুণৰ বাইদেৱেকে গা-পা ধুই 'মামু'ৰ লগত আনন্দ মনেৰে কথা পাতি আছে। ৰাতিৰ চিন্তাৰ ছাপ মুখখনত নাই।

"তোমাক প্ৰথমে দেখি মোৰ বুকুখন কঁপি উঠিছিল।"

"কৈছোঁৰে নহয়, নাযায় যদি বাগানলৈ উভতি যাব পাৰে।"

"নাই, নাই, মোক থৈ ছুয়ো আহিবা লাগে। তুমি আহিলা ভালেই হ'ল। কালি ৰাতি এজন মানুহে বৰ উপকাৰ..."

মই উপস্থিত হৈছিলোঁ। লৰালৰিকৈ ওৰণিখন আৰু অকণমান টানি লৈ লাজত যে ৰঙা হৈ গ'ল। দোকানী ল'ৰাটোৱে চাহৰ সৰঞ্জাম থৈ উভতি গ'ল।

"বৰুণ ক'লৈ গ'ল? মই মামুলৈ চালোঁ।

"মুখ-হাত ধুবলৈ গৈ অহাই নাই। উত্তৰ দিলে মামুৰ ন বোৱেকে। লগে লগে চাহ বকাত লাগি গ'ল। মামু আৰু মোক চাহ-জলপান আগবঢ়াই দিলে।

"মোৰ কাৰণে নহয়, মই এই মাত্ৰ খাই আহিছোঁ।"

"আকৌ খাব লাগিব।"

বাঃ। চাহৰ গিলাচ লৈ অলপ আঁতৰলৈ আহিলোঁ।

"নাও বন্দবস্ত কৰি আহিছোঁ। সোনকালে আজৰি হৈ লোৱাই ভাল। চাহ ঠাণ্ডা হ'ব, বৰুণলৈ ৰ'ব নালাগে। নহয় জানো মামু?"

"ওঁ এতিয়াই, যোৰহাটৰ মটৰ ন বজাত শিলঘাট পাবহি।"

পশ্চিমীয়া নাৱঁৰীয়াই বৰুণ-মামুৰ গানৰ সুৰে সুৰে নাও মাৰিবলৈ ধৰিলে।

"ব্ৰহ্মপুত্ৰ গঙ্গা মাও,
বতাহে হালিছে গাৱঁ,
মথুৰা পুৰীলৈ যাওঁ
কাষে চপাই দিয়া নাও।"

ভটিয়নী পানীক নাও কাঁড় পাতৰ দৰে যাবলৈ ধৰিলে। বৰুণৰ বাইদেৱেক আৰু মামুৰ ন-বোৱেকলৈ (মোৰ ? মোৰ কি ?) চালোঁ। একান্তমনে বৰুণহঁতৰ গান শুনিছে। গানৰ ছেৱে ছেৱে মুখত লাগি থকা হাঁহিটো নীৰৱে উঠা-নমা কৰিছে। আৰু সেন্দুৰৰ ফোঁটটো ! কি দগ্‌মগীয়া ৰঙা জুই সেইকুৰা ! পুৱাৰ ৰ'দত মুখৰ বৰণ কেঁচা সোণৰ —নহয় কেঁচা হালধি গাঁঠি যেন হৈ পৰিছে। সোণৰ বৰণ প্ৰাণহীন !

এখন সুখী ঘৰৰ ছবি। শাহু, শহুৰ দেওৰ, 'তোকে নেদেখিলে থাকিবই নোৱাৰে যে'—এজন স্বামী। সেই কাৰণেই 'কাম চাৰ্প'। 'তইতো মাইনৰ পাছ, 'ন ৰবি' মানে নাজাননেকি ?' 'আকৌ থাব লাগিব'...

মোৰ বাগানে বাগানে চাকৰি বিচাৰি ফুৰা ভেগাবণ্ডৰ জীৱনত বহুত দিনৰ ভিতৰত এটা দিন, বহুত ৰাতিৰ ভিতৰত এটা ৰাতি আহিছিল —নাও যিমানেই শিলঘাটৰ ওচৰ চাপি আহিবলৈ ধৰিলে সিমানেই মনটো উৰুঙা লাগি আহিল।

হঠাৎ চকু পৰিল বৰুণৰ বাইদেৱেকৰ ফোঁটটো তেজৰ দৰে দগ্‌মগাবলৈ ধৰিছে। নাৱঁৰপৰা সূৰটো অলপ হলাই দিয়াত ঢৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনেদি চক্‌চকাই পাৰ হৈ গৈছে। ঢৌবোৰে যেন ফোঁটটো ভাগ বাটি লৈ যাব !

নাও ঘাট চাপিল। শিলঘাট।

চাহ পৰ্ব শেষ কৰাৰ লগে লগে মটৰ আহি পালে। চৰকাৰী 'বাছ' ঘড়ি মানি চলে। এইখিনিতে আমাৰ এৰাএৰি। বৰুণ আৰু বাইদেৱেক মটৰৰ 'চেকেণ্ড চীট'ত বহিলগৈ। বৰুণৰ মুখত উচ্ছ্বাসিত প্ৰশংসা।

"কেতিয়াবা যোৰহাটলৈ গ'লে বাইদেউৰ তালৈও যাব, ঠিকনা মনত আছে নহয়?" বৰুণৰ বাইদেৱেকেও আন্তৰিকতাপূৰ্ণ দৃষ্টিৰেই বৰুণতকৈ বেছি কথা কৈ দিলে। "আৰু কাঠনিবাৰী ঘাটেদি যাব লগা হ'লে আমাৰ বাগানৰ ঘৰলৈ যাবই।"

মৌখিক ভদ্ৰতা মাথোন নহয়, অন্তৰৰ আহ্বান। মটৰে হৰ্ণ দিলে। বাইদেৱেকে লাহেকৈ নমস্কাৰ জনালে—হাত দুটা কপাললৈ তুলি। প্ৰতি নমস্কাৰ কৰিলোঁ। কিন্তু মামু?

মামু চাহৰ দোকানৰপৰা উঠাই নাই। ড্ৰাইভাৰক কৈ ল'ৰালৰিকৈ চাহ-দোকানলৈ গলোঁ, মামুক পঠাবলৈ। মামুৱে চিগাৰেটত চিলাই কল চলাইছে।

"মটৰ যায় যে মামু।"

চিগাৰেটটো দলিয়াই মামু বহাৰ পৰা থিয় হ'ল। "বৰ ভাল পালোঁ আপোনাক লগ পাই" উত্তেজিত ব্যস্ততাৰে মামুৱে মোলৈ চাই ৰ'ল। "কেতিয়াবা লগ হ'ম, মটৰ যে যায়—যোৱা এতিয়া" এক প্ৰকাৰ ঠেলা মাৰিয়ে দিলোঁ। আকৌ হৰ্ণৰ মাত। উত্তেজনাত ঘামি পৰিছে মাম। "যাম, যাম কেনেকৈ বাৰু? ককাইদেউৰ মটৰ এক্সিডেণ্টহে পিছদিনাই সকলো শেষ! মই অভিনয় কৰি আছিছোঁ।"

মামু জাপ মাৰি মটৰত উঠিলগৈ। মটৰৰ চকাকিটা তীব্ৰভাৱে ঘূৰি ঘূৰি কামাখ্যা পাহাৰৰ ভাঁজত অদৃশ্য হৈ পৰিল।

('কাঠনিবাৰী ঘাট'ৰ পৰা: ১৯৫৫)

## বৰাৰ গল্পৰ সমালোচকৰ অভিমতৰ অংশ বিশেষ

( ১ )

Mahim Bora has developed a distinctive technique of emotional intensity that is woven round what is generally known as inconsequential subjects, **Chakravat** is an instance in point, an old dilapidated bicycle unfolding the Character of a man and the history of a family other instances are **Top** and **Rash**.......In the Capacity to sustain suspense as evident in the **Kathanibarighat**, an emotionally intense story, or **Mach Aru Manuch**, an illusion made palpable, or **Tinir Tini Gol**, a vivid atmosphere story, Bora has few rivals......."

Hem Barua ( Assamese Literature pp 240 )

( ২ )

"...গল্পৰ বিষয়-বস্তু আৰু টেকনিকে মাৰ্কিন গল্পলিখক ও হেন্‌ৰীক মনত পেলাই দিয়ে। দুই এটা গল্প হেন্‌ৰীতকৈও ভাল লাগিল। 'কাঠনিবাৰী ঘাট', 'টোপ' আৰু 'মাছ আৰু মানুহ' নিঃসন্দেহে প্ৰথম শ্ৰেণীৰ গল্প।"

—নৱজ্যোতি ( আৱাহন, আঘোণ ১৯৬১ চন )

( ৩ )

"...সেইদৰে......'স্মৃতিগন্ধা', 'প্ৰতিশোধ', 'অনেক ভোমোৰাৰ গুণগুণনি'ত সনাতন সমাজৰ সেই সৰস মানৱতা আৰু মানুহৰ ওপৰত বিশ্বাস লেতেৰা চহৰৰ মাজৰ শেৱালি ফুল জোপাৰ দৰে আমোল-মোলাই আছে।.......'স্মৃতিগন্ধা' নামৰ গল্পটোত এই বিশ্বাসৰ শেহতীয়া

প্ৰকাশ এতিয়াও মনত বৈ যোৱা ধৰণে কাব্যিক।......ঘ্ৰাইকৈ ঘ্ৰাণেন্দ্ৰিয়ৰ আদিম অনুভূতিৰ প্ৰতীকৰ যোগেদি অপৰূপ ইঙ্গিতময়তাৰে লেখকে এই বিশ্বাস জীৱন্ত কৰি তুলিছে।........

—ডঃ হীৰেন গোহাঁই ( আকাশ বাণীৰ যোগে প্ৰচাৰিত কথিকা, "সাম্প্ৰতিক অসমীয়া গল্প সাহিত্যত নতুন বাস্তৱবোধ"। )

( ৪ )

...মহিম বড়াৰ গল্প কিন্তু প্ৰত্যেকটোৱে অনন্য—তেওঁৰ বাহিৰে আন কেৱে লেখিব নোৱাৰে।....Public-ৰ ৰুচি সম্পৰ্কে সম্পূৰ্ণ উদাসীন বাবেই নেকি মহিম বড়াৰ গল্পই ব্যক্তিৰ জীৱনৰ সংকীৰ্ণ গণ্ডী চেৰাই জীৱন ৰহস্যৰ ভিত্তিত উপস্থিত হৈছেগৈ। 'টৌপ', 'ৰস' প্ৰভৃতি গল্পত কোনো বিশেষ চৰিত্ৰৰ বৈশিষ্ট্যতে গল্পৰ আবেদন সীমাবদ্ধ নহয়—বৰং অনুমান হয় যেন মানৱ-জীৱনৰ কেতবোৰ মৌলিক সমস্যাৰ ওপৰত তেনে গল্পই আলোকপাত কৰিছে।...

—ডঃ গোহাঁই ( 'অসমীয়া' ১৯৬৯ ডিচেম্বৰ। )

( ৫ )

"....his stories show a nice sense of structure, a deep human sympathy, a delicate irony, right use of symbolic language and a restrained romanic mind. 'The River station of 'Kathanibari' is one of his successful stories...."

Dr. Dilip Kr. Boruah.

( স্নাতকোত্তৰ মহলৰ আলোচনী, ইংৰাজী শাখা, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৭০-৭১ )

( ৬ )

"......'এখন নদীৰ মৃত্যু'ৰ জৰিয়তে তেখেতৰ অনমুকৰণীয় ভঙ্গীত কোৱা এক বিশেষ জীৱন-যাত্ৰাৰ মৃত্যুৰ কাহিনী মূৰ্ত হৈ উঠিছে। .....কিন্তু গল্পটো অকল এখন ছবি মাথোন নহয়। ই হৈছে আমাৰ সমাজ-জীৱনৰ ওপৰত লেখকৰ এটা comment—মত।"....

—শ্ৰীউদয় দত্ত ( প্ৰকাশ, অক্টোবৰ ১৯৭৬, অসমীয়া গল্প সংকলন, ২য় খণ্ডৰ সমালোচনাত। )

( ৭ )

"...মহিম বৰাৰ শ্ৰেষ্ঠ গল্পসমূহ বৰ্ণাঢ্য আৰু কল্পনাৰ ৰঙেৰে বোলোৱা বৰ্ণনাৰে সমুজ্জ্বল।....পৰিৱেশ আৰু 'মুড' সৃষ্টিৰ ক্ষেত্ৰত তেখেতে অসামান্য প্ৰতিভাৰ পৰিচয় দিছে ( এচেৰেঙা স্মৃতিৰ জোনাক, ৰস, টোপ )।....'এচেৰেঙা স্মৃতিৰ জোনাক'ত প্ৰথম প্ৰেমৰ উন্মেষ আৰু স্মৃতিক মনত সাঁচ বছুৱাৰ পৰা ধৰণে বৰাই চিত্ৰিত কৰিছে। অতীত আৰু বৰ্তমানৰ সমান্তৰাল চিত্ৰ অংকণৰ ক্ষেত্ৰত বৰাই যি পদ্ধতি অৱলম্বন কৰিছে তাক ৰোমাণ্টিক বাস্তৱতা বুলিব পাৰি।......গল্পটোত জোনাকৰ উপস্থিতিৰ ব্যঞ্জনা আধুনিক লেখকৰ ৰৰযুণৰ প্ৰতীকীয় উপস্থিতিৰ দৰে।...'টোপ' গল্পৰ সুস্থিৰ অগ্ৰগতি, খণ্ড খণ্ড কথোপকথনৰ প্ৰয়োগ, আৰু তাৰ অনিবাৰ্য আকস্মিক পৰিণতিয়ে পাঠকৰ মনত গভীৰ সাঁচ বছুৱায় আৰু 'হুবিবল ককা'ৰ মনৰ গহনত লুকাই থকা অপৰাধবোধৰ আকস্মিক আৱিষ্কাৰে পাঠকৰ মমত্ববোধ জগাই তোলে।......"

—শ্ৰীউপেন্দ্ৰনাথ শৰ্মা ( প্ৰকাশ, অক্টোবৰ, ১৯৮৪, 'ৰামধেনু যুগৰ গল্প আৰু গল্প লেখক'। )

( ৮ )

"....মাথোন কেইটামান ইঙ্গিত আৰু যাদুকৰী আঁচোৰৰ সহায়ত একো একোটা চৰিত্ৰক হৃদয়মনৰ স্পন্দন আৰু স্বতন্ত্ৰ ব্যক্তিত্বৰে আমাৰ

চকুৰ আগত তুলি ধৰিব পৰা ক্ষমতাত মহিম বৰাৰ জুটী পোৱা টান।......"

—শ্ৰীযুত মুনীন বৰকটকী [ 'কাঠনিবাৰী ঘাট' পুথিৰ অনাতাঁৰ সমালোচনা, ২৫।১২।৬২ ]

( ৯ )

" .......পৰিপক্ক বয়সত 'কাঠনিবাৰী ঘাট'খন পঢ়ি বাৰ বছৰৰ আগতে পঢ়াতকৈ নতুন ধৰণৰ সোৱাদ পালোঁ। 'নিঃসন্দেহ' গল্পটো আধুনিক জীৱনৰ বিষয়ে লিখা গল্পৰ সৰ্বোৎকৃষ্ট উদাহৰণ বুলি মই ভাবোঁ। মহিম বৰাই কেৱল গাঁৱলীয়া জীৱনৰে চিত্ৰ ৰূপায়ণত সিদ্ধহস্ত বোলা ধাৰণাটো ভুল বুলি বুজি পালোঁ।..... ...

—শ্ৰীবৰকটকী (যোৱা বছৰটোত পঢ়ি ভাল লগা কিতাপ প্ৰসঙ্গত, সাপ্তাহিক নীলাচল, ১৮৯৫ শক, ২৩ মাঘ, ২৬৷ সংখ্যা।)

( ১০ )

....'টোপ' 'ৰস', 'মাছ আৰু মানুহ'ত জীৱন-সম্পৰ্কীয় এনে এক মৌলিক পৰ্য্যায়ৰ আৰু 'মিষ্টিকেল' চৰিত্ৰৰ উপলব্ধি প্ৰকাশ হৈছে, যি, অসমীয়া সাহিত্যত সম্পূৰ্ণ অভিনৱ।......

... আৰু 'কাঠনিবাৰী ঘাট' গল্পটোৱে আধুনিক কবিতাৰ ঘনীভূত ব্যঞ্জনাৰে কায চাপিছে।...এই লেখকৰ বহল বিধৰ অনুশীলিত আধুনিক চেতনা নাই, কিন্তু আধুনিক কলাৰ অনুকুলেই এওঁৰ সাহিত্যৰ ( গল্প আৰু কবিতাত ) ৰূপ প্ৰকাশ হৈছে।"

—শ্ৰীভবেন বৰুৱা, সম্পাদক, 'সংলাপ',

( সংলাপৰ সন্মান"—সংলাপ, ৩য় সংখ্যা, এপ্ৰিল ১৯৭৩ )।

———